# মানুহ বিচাৰি

প্ৰখ্যাত নাট্যকাৰ, প্ৰবীণ শিল্পী আৰু বিশিষ্ট সমাজবাদী ৰাজনীতিক শ্ৰীলক্ষ্যধৰ চৌধুৰীয়ে আমাৰ অসমীয়া ভাষালৈ এলানি মনোৰম কাহিনী আগ বঢ়াইছে। তেওঁৰ কাহিনীসমূহৰ মাজেৰে পৰিস্ফুট হৈছে সাহিত্য-ৰস আৰু ৰচনা-ৰীতিৰ ব্যাপকতা আৰু তাৰ বৰ্ণাঢ্য বৰ্ণালীৰ যুগপৎ মধুৰ পৰিসমাপ্তি।

শ্ৰীচৌধুৰীৰ প্ৰতিটো কাহিনীৰ উৎস বাস্তৱ জীৱনৰ কোনো এগৰাকী অসাধাৰণ অথচ সাধাৰণ ব্যক্তি। কিন্তু তাৰ মাজেৰে প্ৰচ্ছন্ন ৰূপত প্ৰকাশ পাইছে উৎস ব্যক্তিগৰাকী আৰু দৰদী লেখকৰ তথ্যানুগ ঘটনাবহুল জীৱনৰ সূক্ষ্ম দৰ্শন আৰু অভিজ্ঞতা। স্বচ্ছ দাপোণত বস্তুৰ প্ৰকৃত ৰূপ প্ৰতিভাত হোৱাৰ নিচিনাকৈ শ্ৰীচৌধুৰীৰ অমৃত দৃষ্টিতো ব্যক্তি, ঘটনা আৰু সময়ৰ অনুপম চিত্ৰণ ঘটিছে। 'মানুহ বিচাৰি'ত ওঠৰটা শ্ৰেষ্ঠ কাহিনী সন্নিবিষ্ট কৰা হৈছে।

এই চিৰায়ত কাহিনীবোৰে ইতিমধ্যে পৰিষদৰ 'প্ৰকাশ' আৰু অন্যান্য কাকত-আলোচনীৰ যোগেদি অভূতপূৰ্ব সঁহাৰি লাভ কৰিছে। আমাৰ বিশ্বাস, অসমীয়া ভাষা-সাহিত্যৰ ন আঙ্গিকৰ এই কাহিনীসমূহ পাঠক-সমাজত সমাদৃত হ'ব।

# মানুহ বিচাৰি

লক্ষ্যধৰ চৌধুৰী



অসম প্ৰকাশন পৰিষদ
গুৱাহাটী ৭৮১০২১

*MANUH BICHARI:* A collection of stories and narratives written by Lakshyadhar Choudhury and and published by Kumud Goswami, Secretary, Publication Board Assam, Guwahati 781021, Assam, India. Second Reprint December 1992.

PP. 12+248 **Price Rs. 50.00 only**

---



প্ৰকাশক

কুমুদ গোস্বামী

সচিব

অসম প্ৰকাশন পৰিষদ

গুৱাহাটী ৭৮১০২১

প্ৰথম প্ৰকাশ জুন ১৯৮৭

দ্বিতীয় প্ৰকাশ ডিচেম্বৰ ১৯৯২

মূল্য ৫০.০০ টকা

মুদ্ৰণ

অগ্ৰদূত পাব্লিচাৰ্ছ (প্ৰাঃ) লিমিটেড

দিছপুৰ, গুৱাহাটী ৭৮১০০৬

# উছর্গা

স্বর্গীয় চম্পা বৌদে
শ্রদ্ধারে—

—মাষ্টর

# মোৰ কথা

বহুতকে লগ পালো। বহুতৰে উজালো— বহুতৰে ভটিয়ালো। বহুতৰে উমলিলো— বহুতৰে কাজিয়াও কৰিলো। কিন্তু দিন যোৱাৰ লগে লগে এই বহুতৰে কথা পাহৰিলো। তাৰে এচাম লোকক কিন্তু পাহৰিব নোৱাৰিলো। এওঁলোকে আমাৰ মনত গভীৰ ৰেখাপাত কৰিছে। এইবোৰ চকুত নপৰা মানুহ। অসাধাৰণ সাধাৰণ মানুহ। এওঁলোকৰ ইমান ডাঙৰ মন আৰু উদাৰতা দেখি স্তম্ভিত হওঁ।

১৯৬৭-৬৮ চনৰ কথা। চণ্ডীকায়ে নিজৰ উদাৰতাৰে মোৰ জীৱনত গভীৰ ৰেখাপাত কৰিলে। চণ্ডীকাইৰ ওচৰত আজিও মোৰ নিজক সৰু সৰু লাগে। কেতিয়াবা বন্ধু-বান্ধৱৰ আগত, কেতিয়াবা সভাই-সমিতিয়ে চণ্ডীকাইৰ কথা কওঁ। বন্ধু-বান্ধৱসকলে চণ্ডীকাইৰ বিষয়ে আলোচনীত লেখিবলৈ অনুৰোধ কৰে। দুই-এজনে নাটক স্বৰূপে লেখিবলৈ খাটনি ধৰে। সঁচা কথা, 'চণ্ডীকাই' মোৰ এই শৈলীৰ প্ৰথম নায়ক। চণ্ডীকাইক লৈয়ে এই আলচৰ পাতনি মেলো। চণ্ডীকাইৰ পিছতে আৰু এযাৰজন নায়ক-নায়িকাৰ বিষয়ে লেখি জাগত তুলি থৈছিলো। কোনো কাকত বা আলোচনীৰ সম্পাদকৰ লগত তেনে হুলি-গলিও নাই। সেয়ে পৰি থাকিল।

১৯৮০ চন। আগষ্ট মাহ। এদিন দুপৰীয়া 'প্ৰকাশ'ৰ সম্পাদক শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া আহি ওলাল। ক'লে, "আপোনাৰ শিল্পী জীৱনৰ বিষয়ে এটি লিখা লাগে। এই সংখ্যাত আপোনাৰ কাৰণে ঠাই ৰাখিছো।" মই আপত্তি কৰিলো। ক'লো, "মই শিল্পী-জীৱন সামৰা নাই। মোৰ লিখা আছে— 'অভিনেতা জীৱনৰ কাহিনী।' তাত মোৰ লগত অভিনয় কৰা প্ৰায় সকলোৰেই কথা আছে। ধাৰাবাহিক ওলালে দহ-বাৰ বাৰমান উলিয়াব লাগিব। তদুপৰি আছে 'মোৰ অজ্ঞাতবাসৰ কাহিনী' 'ৰাজনৈতিক জীৱনৰ কাহিনী।' এতিয়া লেখি আছো— 'যেতিয়া মই মন্ত্ৰী আছিলো।' এইবোৰ এক সংখ্যাত শেষ কৰিব পৰা প্ৰবন্ধ বা লিখা নহয়। দীঘলীয়া। ধাৰাবাহিক কেইবা সংখ্যাত উলিয়াব লাগিব।"

তথাপি তেওঁ নেৰে। ক'লে, "এইবাৰ আপুনি কিবা এটা দিবই লাগিব। আজি শনিবাৰ— সোমবাৰে ১১ মান বজাত মই মানুহ পঠিয়াম।"

মই ভিতৰলৈ আহি ধূলি জোকাৰি জাপৰ পৰা সেই বহীটো উলিয়াই আনি শ্ৰীশইকীয়াৰ হাতত দিলো। দহ বা বাৰ বছৰ আগৰ লিখা। আখৰবোৰ প্ৰায় উৰ্ৰালি যোৱাৰ দৰে হৈছে। শ্ৰীশইকীয়াই একে বহাতে এঘণ্টা জুৰি কেইবাটিও পাঠ পঢ়িলে। ক'লে, "দাদা, এইখন মোক দিয়ক। এটা এটাকৈ 'প্ৰকাশ'ত উলিয়াই থাকিম।"

মই এটা এটাকৈ লেখি পঠোৱাৰ কথা ক'লো। শইকীয়াই পুনৰ ক'লে, "ই এক নতুন সাহিত্যৰ দিশ হ'ব। বৰ সুন্দৰ হৈছে।"

মই হাঁহি সামৰিব নোৱাৰিলো। ক'লো, "শইকীয়া, মই নাটক লেখো। কিয় জানে? অভিনয় কৰিবলৈ। নাটক হ'ল নে নাই বিচাৰ নকৰো। ঠিক তেনেদৰে এইবোৰ কিবা সাহিত্য হ'ব বুলি লিখা নাই। লিখাৰ অভ্যাসটো থাকক বুলিয়েই লেখিছিলো। ই বাৰু কিহৰ শাৰীত পৰিব? গল্প নহ'বনে?"

"আপুনি বাৰু কি বুলি ক'ব বিচাৰে?"

"মই গল্পক দুভাগ কৰিব বিচাৰো। এভাগ সজা গল্প আনভাগ সঁচা গল্প।"

"ঠিক নহ'ব। গল্প বুলিলেই ই বেলেগ শৈলী বুজায়। তাত কল্পনা বা কাল্পনিক চৰিত্ৰ থাকে।"

"এৰা! বাস্তৱ ঘটনাকে আলম লৈ বহুতে গল্প লিখে। কিন্তু নায়ক-নায়িকা কাল্পনিক হয়। মই কিন্তু বাস্তৱ ঘটনা— বাস্তৱ লোকক লৈ এইবোৰ লেখিছো। মোৰ এই শৈলীৰ নায়ক-নায়িকা সকলো সঁচা মানুহ— জীয়া মানুহ। তেওঁলোক আমাৰ মাজতে আছে। কোনো কোনো ক্ষেত্ৰত মই নিজেও তেওঁলোকৰ সতে আছো। গল্পৰ লগত এইবোৰৰ এইখিনিতেই পাৰ্থক্য। বাস্তৱ লোকক লৈ লেখিলেও এইবোৰ কিন্তু জীৱনীও নহয়। এতেকে একোতে পেলাব নোৱাৰি দেখোন। আপুনিনো কি ক'ব বিচাৰে।"

অলপ গহীন হৈ শ্ৰীশইকীয়াই ক'লে, "এইবোৰ কাহিনী বুলি প্ৰকাশ কৰিম। আপুনি কি কয়?"

মই ক'লো, "হ'ব দিয়ক।"

পোনতে 'চণ্ডীকাই' প্ৰকাশ হ'ল। একে লেখেৰিয়ে চাৰি-পাঁচটা এনে কাহিনী 'প্ৰকাশ'ত প্ৰকাশ হ'ল। প্ৰায় লগে লগেই পাঠক-পাঠিকাৰ চিঠি আহিল। মোলৈ আৰু সম্পাদকলৈ। প্ৰশংসাৰ জাউৰি। মই আচৰিত হ'লো— অনুপ্ৰাণিতো হ'লো। এনেতে 'প্ৰকাশ'ৰ পাতত পাঠকৰ প্ৰশংসা পত্ৰও ওলাল। এনেদৰে বহু কাহিনী লেখিলো। শেষত কিতাপ আকাৰে উলিয়াওঁ বুলি স্থিৰ কৰিলো। এজন বন্ধু ছপাশালৰ

মালিকে কাগজৰ দামখিনি লৈ প্ৰকাশ কৰি দিয়াৰ দায়িত্বও ল'লে। দুটি কাহিনীৰে এক ফৰ্মা ছপাও হ'ল। এনেতে শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া আহি ওলাল। তেওঁ আপত্তি তুলিলে— প্ৰকাশন পৰিষদৰ পৰা কিতাপখন ছপোৱাৰ কথা ভাবিছে। গাড়ীৰে লৈ গৈ সকলো কাগজ-পত্ৰ সেই ছপাশালৰপৰা বুটলি আনিলে।

কিন্তু চাওঁতে চাওঁতে এবছৰ দুবছৰ পাৰ হ'ল। এনেতে এদিন পৰিষদৰ পৰা জনালে— আপোনাৰ পুথিখনৰ নাম কি দিব? মই ক'লো, "জীয়া মানুহৰ হিয়াৰ কাহিনী।" শ্ৰীশইকীয়াই উত্তৰ দিলে, "নামটো দীঘলীয়া হৈছে— এতেকে মই 'মানুহ বিচাৰি' দিব খোজো। কি কয়?"

মই ক'লো, "হ'ব দিয়ক।"

তাৰ পিছতো আজি প্ৰায় এবছৰ হওঁ হওঁ। এইবাৰ প্ৰকাশন পৰিষদৰ ভাৰতপ্ৰাপ্ত সচিব শ্ৰীকুমুদ গোস্বামীয়ে ক'লে, "আপোনাৰ কিতাপখন প্ৰায় হৈ আছে— এখন ভূমিকা লেখি সোনকালে দিয়ক। বিহুৰ আগে আগে উলিয়াই দিম।" কথা ইমানেই।

মোৰ এই কাহিনীবোৰৰ প্ৰথম শ্ৰোতা দুজন। এগৰাকী মোৰ পৰিবাৰ শ্ৰীমতী উষা চৌধুৰী আৰু আনজন হ'ল যুগল দা (যুগল দাস)। এওঁলোক শ্ৰোতা—পাঠক বা পাঠিকা নহয়। মই পঢ়ো— তেওঁলোকে মনযোগেৰে শুনি যায়। মই নিজেই কওঁ— এইখন মোৰ চেঞ্চৰ বৰ্ড। তাত উত্তীৰ্ণ হ'লে— প্ৰকাশলৈ পঠাওঁ বা মুক্তিলাভ কৰে। সেয়ে এইখিনিতে দুয়োজনলৈকে মোৰ শলাগ জনালো।

এই পুথিৰ বাবেই যাই শলাগৰ পাত্ৰ পৰিষদৰ প্ৰাক্তন সচিব আৰু প্ৰকাশৰ সম্পাদক শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া। কাহিনী ওলোৱাৰ পিছৰে পৰা পৰিষদৰ দুজন কৰ্মী মোৰ পিছ লৈৱা হ'ল। নন্দী-ভৃঙ্গীৰ দৰে। ভুবনচন্দ্ৰ কলিতা আৰু সুশীল গোস্বামী। দুয়োজনৰ তাগিদা। ইটো কাহিনী দিয়াৰ লগে লগে সিটো কাহিনী লাগে। তৰণি নিদিয়ে। শ্ৰীশইকীয়াৰ লগতে এওঁলোক দুয়োজন আমাৰ শলাগৰ পাত্ৰ।

পৰিষদৰ নৱ নিযুক্ত সচিব শ্ৰীসতীশ ভট্টাচাৰ্য্য দেৱে গ্ৰন্থখনি প্ৰকাশ কৰি উলিওৱাত তেওঁলৈকো মোৰ কৃতজ্ঞতা জনালো। 'প্ৰকাশ'ৰ পাতত ওলোৱা কাহিনীবোৰে পাঠক-পাঠিকাৰ পৰা আদৰ পাইছিল। এতিয়া পুথিখনেও সেই আদৰ পালে আমি চিৰকৃতজ্ঞ হ'ম।

আমবাৰী, গুৱাহাটী

জুন, ১৯৮৭

লক্ষ্যধৰ চৌধুৰী

# ॥ সূচীপত্র ॥

# চণ্ডীকাই

**....চণ্ডীকাইৰ কাষত পানী-লাউটো ৰূপালী পৰ্দাত মণ্টাজ ওলোৱাৰ দৰে—ক্ষণে বলিকটা দাখন হৈ ক্ষণে পানী-লাউটো হৈ চকুৰ আগত ভাহিবলৈ ধৰিলে.....বৰ গধুৰ মনেৰে আহি চণ্ডীকাইৰ ওচৰত থিয় হ'লো....**

চণ্ডীকাই! পুৰা নাম চণ্ডীৰাম দাস। কমলপুৰ থানাৰ অন্তৰ্গত এখনি সৰু গাঁও। সেই গাঁৱৰে নিবাসী মোৰ বা আমাৰ এই চণ্ডীকাই। গাঁওখনৰ নাম বোৰ্কা। চাংসাৰী ৰেল ষ্টেচনৰ পৰা প্ৰায় আঢ়ৈ মাইল উত্তৰত। গাঁওখনি সৰু যদিও বসতি ঘন। ভোটাৰ তালিকাত প্ৰায় দুহেজাৰৰো ওপৰ ভোটাৰ আছে। সেয়ে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰাসকলৰ কাৰণে গাঁওখনি আকৰ্ষণীয়।

বিধান সভাৰ নিৰ্বাচনত কমলপুৰ সমষ্টিৰ পৰা মই তেতিয়ালৈকে দুবাৰো প্ৰতিদ্বন্দ্বিতা কৰিছিলো। ১৯৫৭ আৰু ১৯৬৭ চনত। এবাৰ হাৰিছো, এবাৰ জিকিছো। গাঁওখনিত কংগ্ৰেছৰ প্ৰতিপত্তি তেতিয়া অলপ বেছি আছিল। সেয়ে কংগ্ৰেছৰ বিৰোধী প্ৰাৰ্থীসকলে তাত সহজে বিন্ধা দিয়া টান আছিল। ১৯৬২ চনত আমাৰ প্ৰজা ছচিয়েলিষ্ট দলৰ প্ৰাৰ্থীয়ে সেই গাঁৱত তেনেই কম ভোট সংগ্ৰহ কৰিবলৈ সক্ষম হৈছিল। ১৯৬৭ চনৰ নিৰ্বাচনত বিধান সভাৰ কাৰণে প্ৰজা ছচিয়েলিষ্ট দলৰ পৰা মই প্ৰাৰ্থী মনোনীত হ'লো। দিল্লীৰ লোক সভাৰ কাৰণে হ'ল হেম বৰুৱা। বোৰ্কাত সেই সময়ত আমাৰ দলৰ কোনো সভ্য নাছিল। সেয়ে গাঁৱৰ ভোটখিনিৰ কেনেকৈ কাষ চপা যায় তাৰ কাৰণে বৰ চিন্তা হ'ল।

এদিন সন্ধিয়া শিলপুখুৰীৰ আমাৰ দলৰ মূল কাৰ্যালয়ত এই বিষয়ে আলোচনা কৰি আছো। আলোচনাত আমাৰ দলৰে ডেকা উকিল ৰমেশ চন্দ্ৰ ভট্টাচাৰ্যও (এতিয়া স্বৰ্গীয়) উপস্থিত আছিল। তেওঁ কথা-প্ৰসঙ্গতে এবাৰ ক'লে, "বোৰ্কাত অৱশ্যে মোৰ এজন বৰ ভাল চিনাকি মানুহ আছে। কিন্তু মানুহজন বৰ হোজা আৰু সৰল। ভোট সংগ্ৰহত যে কিবা সহায় কৰিব পাৰিব মনে নধৰে।"

পানীত পৰা মানুহে কুটা এডালতে থাপ মাৰি ধৰাৰ দৰে ময়ো শ্ৰীভট্টাচাৰ্যক জোৰ কৰি ধৰিলো—"বলক কালিলৈ বোৰ্কালৈ যাওঁ। তেওঁ দেওবাবৰ আগতে যাব কোনোমতেই নোৱাৰিব বুলি কোৱাত মই মানুহজনলৈ এখন চিঠিকে লেখি দিবলৈ অনুৰোধ জনালো। শ্ৰীভট্টাচাৰ্যই তাতেই এখন চিঠি লেখি

মোৰ হাতত দিলে। চিঠিৰ সাৰাংশ হ'ল, মোক ভোট-সংগ্ৰহৰ কামত সকলো প্ৰকাৰে সহায় কৰি দিয়া।

পিছদিনা দুজন সহকৰ্মীৰে চণ্ডীকাইৰ ঘৰ ওলালোগৈ। অচিনাকি তিনিজন মানুহ দেখি চণ্ডীকায়ে নঙলা মুখলৈকে আহি কাক বিচাৰিছে সুধিলে। আমি "আপোনাকে বিচাৰিছো—আপোনাৰ লগত অলপ কথা আছে" বুলি ক'লো। চণ্ডীকায়ে "আহক তেন্তে" বুলি মাতি নি ভিতৰৰ চোতালত চকী, টুল আদি পাৰি দি আমাক বহিবলৈ ক'লে। "আমি গুৱাহাটীৰ, উকিল ভট্টাচাৰ্যই আপোনালৈ এখন চিঠি দি পঠিয়াইছে" বুলি কৈ চিঠিখন জেপৰ পৰা উলিয়াই আগবঢ়াই দিলো, চণ্ডীকায়ে হাতখন কোঁচাই নি ক'লে, "মইতো চিঠি পঢ়িব নোৱাৰিম। আপোনালোকেই পঢ়ি শুনাওকচোন কি লেখিছে।" মই চিঠিখন পঢ়ি শুনালো। চণ্ডীকায়ে চিঠিৰ কথা বুজিব পাৰি মুখখন সেমেনা-সেমেনি কৰি ক'লে, "উকিল বাপাই এইটো বৰ ডাঙৰ বিপাঙত পেলালে। গাঁৱৰ মই মেনাও নহয়— মেলকীও নহওঁ। এইবোৰ ভোট-টোটৰ কথা 'অমুক' 'তমুকে'হে জানে বুলি গাঁৱৰ কেইজনমান মুখিয়াল মানুহৰ নাম ক'লে। আমি ক'লো, "তেওঁলোককো আমি নিশ্চয় লগ ধৰিম। কিন্তু আপোনাৰ ফালৰ পৰা যি পাৰে আমাক সহায় কৰি দিয়ক। ভট্টাচাৰ্যই কিন্তু বৰ আশা কৰি আমাক আপোনাৰ ওচৰলৈ পঠিয়াইছে।"

"উকিল বাপাই এইটো বৰ গধুৰ কাম যাচিলে, হওঁতে মই উকিল বাপাৰ কথা এৰাব নোৱাৰো। বহুদিনৰ চিনাকি মানুহ। মই উগ্ৰতাৰা দেৱালয়ত বহু বছৰ বলিকটাৰ কাম কৰিছিলো। ডেকা কালটো তাতেই কটালো। উকিল বাপাইঁতৰ ঘৰ মোৰ তেনেই ভাত-ঘৰ। আজি দহ-বাৰ বছৰমান হ'লনেকি গাঁৱলৈ উভতিলো। এতিয়া হাত-ভৰি থৰক-বৰক হ'ল। সেয়ে বলিকটাৰ কাম একেবাৰে এৰি দি গাঁৱত থিতাপি লৈছোহি। গাঁৱত মোৰ বেছি হুলি-গলি নাই। আপোনালোকক বিমুখ কৰিবলৈকো মই টান পাইছো। ৰ'বচোন, মোৰ এজন মেট্ৰিক পাছ কৰা আপাচানা আছে—সি কিবা সহায় কৰি দিব পাৰেনেকি ?"

চণ্ডীকাইৰ এজন মেট্ৰিক পাছ ল'ৰা আছে বুলি শুনি আমি হাততে চন্দ্ৰ ঢুকি পোৱাদি পালো। বাৰীৰ পিছলৈ গৈ চণ্ডীকায়ে—"পদ্ম, এইফালে আহ, গুৱাহাটীৰ পৰা বাবু কেইজনমান আহিছে" বুলি ৰিঙিয়াই মাতিলে। অলপ পিছত বাৰীৰ পিছৰ পৰা গামোচা পিন্ধা উদং গাৰে এজন ল'ৰা ওলাই আহিল। ল'ৰাজন দেখাত তেনেই হোজা—পঢ়া-শুনা জনা ল'ৰা যেন নালাগে। তেওঁ সেইদৰে আহিয়েই আমাৰ আগত থিয় হ'ল। আমি শ্ৰীভট্টাচাৰ্যৰ চিঠিখন তেওঁৰ ফালে আগবঢ়াই দিলো। পদ্মই চিঠি পঢ়ি থকা সময়তে চণ্ডীকায়ে "পাৰিবিনে" বুলি সুধিলে।

পদ্মই "কিয় নোৱাৰিম। পাৰিম। কি কৰিব লাগে ক'লে সেইমতে কৰি দিব পাৰিম।" পদ্মৰ পোনপটীয়া কথাত আমি আটায়ে বৰ আনন্দ পালো। পদ্মক বুজাই ক'লো—তুমি আমাৰ চিঠিবোৰত ভোটৰ তালিকাত থকা মানুহৰ নাম লেখি ঘৰে ঘৰে বিলাই দিব লাগিব আৰু আমাৰ কিছুমান ডাঙৰ ছপা কাগজ (Poster) আছে —সেইবোৰ আলিবাটত মানুহৰ চকু পৰা ঠাইত আঁৰি দিব লাগিব।

"এইটোনো কি ডাঙৰ কাম—মই চাংসাবীৰ পৰা পানীটেমালৈকে আৰু ইফালে লেজাপথীয়ালৈকে চম্ভালি দিব পাৰিম। কিন্তু কাম কৰাৰ সুবিধাখিনি হ'লে মোক দিব লাগিব।"

"তোমাক বাৰু কি কি লাগিব কোৱাচোন?"

"এখন চাইকেল লাগিব।"

"বাৰু চাইকেল ইয়াত ভাৰালৈ পোৱা যাবনেকি? পায় যদি এমাহলৈ ভাৰা কৰি ল'ব লাগে।"

"ইয়াত ভাৰালৈ পোৱা টান হ'ব।" পদ্মই উত্তৰ দিলে। অলপ কিবা ভাবি-গুণি পদ্মই আকৌ ক'লে, "মোৰ নিজৰ এখন চাইকেল আছে কিন্তু বেয়া হৈ এমাহমান পৰি আছে। ভাল কৰি ল'ব পৰা যাব। ১২/১৫ টকা খৰচ পৰিব।"

"যি খৰচ পৰে পৰিব। আমি দিম। তুমি চাইকেলখন ভাল কৰি লোৱা।"

গুৱাহাটীতহে ভাল কৰি আনিব লাগিব বুলি পদ্মই সকীয়ালে। আমিও তেওঁক সেই বিষয়ে সকলো দিহা কৰা হ'ব বুলি কৈ সিদিনালৈ সিমানতে সামৰি গুৱাহাটীলৈ উভতিলো।

দুদিন পিছতে পদ্মই বাৰ টকা খৰচ কৰি চাইকেল ভাল কৰি ল'লে: আৰু লগে লগে আমাৰ গুৱাহাটীৰ ঘৰৰ পৰা ভোটাৰ লিষ্ট, চিঠি, পষ্টাৰ আৰু দলৰ নিচান আদি লৈ গ'ল।

সপ্তাহৰ ভিতৰতে বোৰ্কাৰ চ'কত আমাৰ নিৰ্বাচনী অফিচ বহিল। ডেকা ল'ৰাকেইজনমানৰ উপৰিও গাঁৱৰে কেইবাজনো বয়সিয়াল লোকেও আহি আমাৰ নিৰ্বাচনৰ কামত সহযোগ কৰিলেহি। বোৰ্কাৰ চ'কতে থকা শ্ৰীআনন্দি ডেকাৰ ঘৰটো আমাৰ অফিচ পাতিবলৈ বিনামূলীয়াকৈ এৰি দিলে। নিৰ্বাচনৰ কাম সজোৰে আৰম্ভ হ'ল। চণ্ডীকায়ে আঁৰে আঁৰে থাকি কাক ক'ত লগ ধৰিব লাগে গুপুতে গুপুতে সেই পৰামৰ্শ মোক দি থাকিল।

নিৰ্বাচন শেষ হ'ল। নিৰ্বাচনত মই জয়ী হ'লো। তেতিয়াৰে পৰা বোৰ্কা গাঁৱখন মোৰ বৰ আপোন আপোন হৈ পৰিল। দুৰ্গা পূজা, বোৰ্কাৰ

যাত্ৰাদল আদিত সক্ৰিয় যোগদান কৰি উৎসাহ উদ্দীপনা যোগোৱাত সহায় কৰিলো। চণ্ডীকাইৰ ঘৰ মোৰ ভাত-ঘৰ হৈ পৰিল। সমষ্টিলৈ গ'লে প্ৰায়েই চণ্ডীকাইক লগ ধৰি নাহিলে মোৰ আধৰুৱা আধৰুৱা লগা হ'ল। চণ্ডীকায়ো আমাৰ ঘৰলৈ সঘনে আহ-যাহ কৰি একেবাৰে ঘৰৰে এজন মানুহ হৈ পৰিল। কেতিয়াবা কেতিয়াবা আমাৰ ঘৰৰ পিছফালৰ বাৰাণ্ডাত বহি চণ্ডীকায়ে ৰগৰ তোলে। বলিকটা হৈ থাকোঁতে কি পেচত বলি কাটিছিল, নিৰ্বাচনৰ সময়ত কেনেকৈ মানুহৰ মন লৈ ফুৰিছিল, কেনেকৈ ভোট সংগ্ৰহ কৰিছিল সেইবোৰ কথা উলিয়াই বৰ ৰহইচ কৰে।

এদিন বোলে গাঁৱৰ কেইজনমান মেনাই একেলগে বহি ভোটৰ কি কৰা যায়, তাৰ আলোচনা কৰিব। চণ্ডীকায়ে আগতীয়াকৈ খবৰটো পাই দুজনমান হোজা-চহকী মানুহক লৈ একো নজনাৰ দৰে গৈ মেনাহঁতৰ মেলৰ মাজতে ওলালগৈ। তাত গৈ দেখিলে মেনাসকলৰ মতো সকলোৰে একে নহয়। বিভিন্নজনৰ বিভিন্ন মত। তেওঁলোকৰ মাজতো মতৰ অমিল।

এজনে ক'লে আমি দিল্লীৰ ভোটটো 'ছয়চল্লিছ'ক (ছচিয়েলিষ্ট) দিওঁ ছিলঙৰটো কংগ্ৰেছক দিওঁ। তেতিয়া দুয়ো কুল ৰ'ল। আন এজনে আকৌ ক'লে, আমাৰ আকৌ ছিলঙৰ মানুহজনকহে লাগে। সেয়ে ছিলঙৰটো 'ছয়ছল্লিছ'ক দিওঁ, দিল্লীৰটো কংগ্ৰেছক দিওঁ। তাৰে ভিতৰৰ এজনে আকৌ ক'লে, হেম বৰুৱাক ভোট আমি দিবই লাগিব। বৰুৱাক জগতখনেই ভোট দিব আমাৰ গাঁৱে নিদিলে হ'বনে? তাৰে এজনে আকৌ আমাৰ ফালে চাই ক'লে, "হেৰৌ তইঁতেনো কি ভাবিছ! কচোন বলিকটা।" মই টপৰাই উত্তৰ দিলো, "আমি যেতিয়া হেম বৰুৱাক ভোট দিমেই, তেওঁৰ দলৰজনকো দিওঁ। বৰুৱাই তেতিয়াহে বল পাব। হালখনত এটা গৰু আৰু এটা ম'হ লগাই হাল বালে কি জুতি লাগিব। হয় দুয়োটা গৰু, নহয় দুয়োটা ম'হ হ'ব লাগে। আমি চহা মানুহ, আমি হ'লে সেইদৰেহে ভাবিছো।"

এনেকৈয়ে কিছুদিন পাৰ হৈ গ'ল। এদিন চণ্ডীকায়ে মোক আহি ক'লে, "বাবু মোৰ মাউৰা ল'ৰাটোৰ কিবা এটা গতি লগাই দিয়ক।"

মোৰ বুকুখন চিৰিং কৰি গ'ল। মই নজনাতে চণ্ডীকাইৰ ঘৰত এইটো অঘটন ঘটিলনেকি? মই কোন মাউৰা ল'ৰাৰ কথা কৈছে সুধিলো। চণ্ডীকায়ে ক'লে, "পদ্মৰ কথা কৈছো বাবু। পদ্ম মোৰ বিয়া হোৱা তিৰোতাজনীৰ ল'ৰা। এতিয়াৰজনী দ্বিতীয় পক্ষৰহে। তাৰ সৰুতেই মাক হানি হ'ল। বৰ কষ্ট কৰি তাক মেট্ৰিকটো পাছ কৰালো। অলপ 'টাইপো' শিকিছিল। কিবা এটা কামত ভৰ্তি কৰি দিলে সি জীৱনলৈ উদ্ধাৰ পায়,ময়ো অলপ নিশ্চিন্ত হওঁ।

মই চেষ্টা কৰি চাওঁ বুলি চণ্ডীকাইক কথা দিলো। সেই সময়ত প্ৰবীণ চৌধুৰী (এতিয়া স্বৰ্গগত) যান-বাহন বিভাগৰ মন্ত্ৰী আছিল। তেওঁক কথাটো ক'লো। তেওঁ আইজালত এটা কেৰাণীৰ পদ খালি থকা বুলি ক'লে আৰু তালৈ কোনো ভৈয়ামৰ ল'ৰা যাব নিবিচাৰে বুলিও লগতে কৈ থলে। মই ক'লো মোৰ প্ৰাৰ্থীজন কিন্তু যাব। মন্ত্ৰীয়ে কথা ৰাখিলে। পদ্মই আইজালত চাকৰি পালে। পোনতে চণ্ডীকায়ে আইজালৰ কথা শুনি অলপ ওহ-আহ লগাইছিল। মই অভয় দিলো।

এদিন দিন-বাৰ চাই তেল-টেঙা খাঁই পদ্ম আইজাললৈ চাকৰি কৰিবলৈ গ'ল।

সময় পাৰ হৈ যোৱাৰ লগে লগে চণ্ডীকাইৰ ঘৰৰ লগত আমাৰ সম্বন্ধ আৰু গভীৰ হ'ল। চণ্ডীকায়ে পদ্মৰ বিয়া পাতিবলৈ বিচাৰিলে। সেইমতে ছোৱালী চোৱা হ'ল। মই আৰু পৰিবাৰে চণ্ডীকাইহঁতৰ লগতে গৈ ছোৱালী চাই আঙঠি পিন্ধাই আহিলোগৈ।

বিয়া ধুমধামেৰেই হৈ গ'ল।

এদিন সমষ্টিলৈ যাওঁতে চণ্ডীকাইৰ ঘৰত সোমালো। গাঁৱৰ আৰু চণ্ডীকাইৰ নিজৰ খেতি-বাতিৰ খবৰ ল'লো। এনেদৰে আমি দুয়ো কথা পাতি থাকোঁতে চণ্ডীকাইৰ পৰিবাৰ আহি কাষত থিয় হৈ ক'লে, "বাবু, আপুনি পদ্মৰ গতি লগাই দিলে। এইবাৰ মোৰ ল'ৰা খগেনেও মেট্ৰিক পাছ কৰিলে। তাকো এটা কামত ভৰ্তি কৰাই দিয়ক। গুৱাহাটীতে কিবা এটা চাকৰি হ'লে—দৰমহা লাগে অলপ কমেই হওক, ঘৰখনো ৰয়—চাকৰিও হয়।" মই চণ্ডীকাইৰ ফালে চালো। চণ্ডীকায়ে একো নকৈ তলমূৰ কৰি তামোল চিকুণাই থাকিল। মই বৰ বিমোৰত পৰিলো। মনটো বৰ গধুৰ লাগিল। দুখনমান কটা তামোল বান্ধি লৈ মই বাছ-ষ্টেণ্ডৰ ফালে খোজ ল'লো। চণ্ডীকায়ে নিশ্চয় এইটো বুদ্ধি সাজিছে। নিজে নকৈ তেওঁৰ পৰিবাৰৰ যোগেদি কোৱাইছে। কিন্তু চাকৰি এটা যোগাৰ কৰি দিয়া কথাটোতো সহজ নহয়। তাতে মই বিৰোধী পক্ষৰ বিধায়ক। চণ্ডীকাইক আৰু এইবাৰ নিশ্চয় আনন্দ দিব নোৱাৰিম। এইবোৰ ভাবি ভাবিয়েই মই গুৱাহাটীৰ বাছ-ষ্টেণ্ডত নামিলোহি।

তাৰ দুদিন পিছত মই ঘৰৰ আগফালৰ কোঠাত বহি কেইজনমান বন্ধুৰে সৈতে এখন নাট মেলাৰ কথা আলোচনা কৰি আছো। হঠাৎ দেখিলো চাণ্ডীকায়ে এটা দীঘল পানী-লাউ কান্ধত পেলাই আমাৰ ঘৰৰফালে আগবাঢ়ি আহিছে। চণ্ডীকাইক দেখি মোৰ মূৰ ঘূৰি গ'ল। চকুৰে ধোঁৱা-কোঁৱা দেখিবলৈ ধৰিলো। চণ্ডীকাই যিমানে আমাৰ ঘৰৰফালে আগবাঢ়ি আহিছে—সিমানেই মই অথীৰ হৈ পৰিলো। মই সেইফালে থৰ লাগি চাই ৰলো। চণ্ডীকাইৰ

কান্ধত পানী-লাউটো ৰূপালী পৰ্দাত মণ্টাজ চিৰিজত ওলোৱাৰ দৰে—ক্ষণে বলিকটা দাখন হৈ ক্ষণে লাউটো হৈ মোৰ চকুৰ আগত ভাহিবলৈ ধৰিলে। চণ্ডীকাই কেতিয়া আমাৰ কাষেদি ভিতৰ সোমাল মই টলকিবই নোৱাৰিলো।

মোৰ নাট মেলাৰ বিষয়ে কৰা আলোচনাও ভাল নলগা হ'ল। চণ্ডীকাইক এতিয়া কি কওঁ! বৰ আশা কৰি নিশ্চয় আহিছে। কেনেকৈ হতাশ কৰো! এইবোৰ চিন্তাই মোক বিয়াকুল কৰি তুলিলে। চণ্ডীকাইৰ আগত গৈ ওলাবলৈকে যেন মোৰ সাহসৰ অকুলন হ'ল।

এইদৰেই বহু সময় বাহিৰতে বহি থাকিলো। সময় বহু বেলি হোৱা দেখি ভিতৰৰ পৰা মোৰ পৰিবাৰে ক'লে, "ককাই আহিছে। কিবা বৰ দৰকাৰী কথা আছে বোলে। কৈ সোনকালে যাব বিচাৰিছে।" মই "গৈছো" বুলি বৰ গধুৰ মনেৰে আহি চণ্ডীকাইৰ ওচৰত থিয় হ'লো।

চণ্ডীকায়ে টপৰাই ক'লে, "বাবু, সিদিনা মোৰ মানুহজনীয়ে খগেনক এটা কাম দিয়াৰ কথা ক'লে। সেয়েহে লৰালৰিকৈ মই আহিছো। খগেনক কাম দিব নালাগে।"

মই আচৰিত হৈ সুধিলো, "কিয়"?

চণ্ডীকায়ে গহীনাই উত্তৰ দিলে, "একেখন ঘৰতে দুজন ল'ৰাক এনেদৰে কাম দিলে সমষ্টিৰ ৰাইজে আপোনাক বেয়া বুলিব। মোৰ নিজ স্বাৰ্থৰ কথা ভাবিলেইতো নহ'ব—আপোনাৰ হিতো আমি চিন্তিব লাগিব। গাঁৱৰ কেইবাঘৰো কেইবাটাও ল'ৰা মেট্ৰিক পাছ কৰি ঘৰতে বহি আছে। কিবা কাম আছে যদি সিহঁতৰ এজনক দিলেই হ'ব। খগেনক হ'লে দিব নালাগে।" মই স্তম্ভিত হ'লো—বলিকটা, হোজা অশিক্ষিত এই চণ্ডীকাইৰ ওচৰত মোৰ নিজকে বৰ সৰু সৰু লাগিল।

(১৯৬৯ চনৰ ডায়েৰীৰ পৰা)

# কান্দুৰা গণেশ

"......লতাশিলত থকা সেই গণেশ মন্দিৰক দেখোন সকলোৱে কান্দুৰা গণেশ বুলি কয়......

........পণ্ডিতে বিভিন্ন পুথিৰ পৰা বচন আওৰায়—কিন্তু কান্দুৰা ভকতৰ দৰে সৰলচিতীয়া লোকে অন্তৰৰ অনুভূতিৰ পৰাই কথা কয়। পুথিৰ লেখা পুথিতে থাকে, কলিজাৰ কোঁহত এওঁলোকে বিশ্বাসৰ ৰবদৌল সাজে।"

১৯৭৮ চন। অক্টোবৰ মাহৰ তিনি তাৰিখ। মঙ্গলবাৰ। এজন বন্ধুৰ ঘৰলৈ গৈছিলো। পুৱা আঠমান বজাতে। বিয়া সংক্রান্ত কথাত। ভিতৰত বহিলোগৈ। হ'বলগীয়া কথা হৈ আছো। এনেতে গা-পা ধুই এগৰাকী বোৱাৰীয়েক ঘৰৰ সৰু সৰু ছোৱালী দুজনীৰে ক'ৰবালৈ যাবলৈ ওলাইছে। সুধিলো, "বিয়ালৈ মতা শেষ হোৱাই নাইনেকি?"

বোৱাৰীয়েকলৈ অপেক্ষা নকৰি শাহুৱেকেই উত্তৰ দিলে, "নহয়, কান্দুৰা গণেশলৈ যায়। পূজা দিব। বিয়াৰ আগতে আৰু মঙ্গলবাৰ নেপাম। সেয়ে পূজা এভাগ দিবলৈ কৈছো। গণেশ পূজাৰ কাৰণে মঙ্গলবাৰ আৰু বুধবাৰ ভাল দিন বুলি কয়।"

এৰা, গণেশ প্রসন্ন হ'লে মহাসিদ্ধি হয় বুলি জানো। সেয়ে সিমানতে সেই কথা সামৰিলো। নিজৰ কথাখিনি শেষ কৰি উভতিলো। কিন্তু মনত কান্দুৰা গণেশ কথাষাৰে বৰকৈ আমনি কৰিলে।

ঘৰত পৰিবাৰ শয্যাশায়ী। অসুখ—অকল অসুখেই নহয়—বৰ অসুখ। ঘৰ পাই সকলো কথা ক'লোহি। সুধিলো, "হেৰা, কান্দুৰা গণেশ কিহে?"

"লতাশিলত থকা সেই গণেশ মন্দিৰক দেখোন সকলোৱে কান্দুৰা গণেশ বুলি কয়। কিয় কয় নাজানো। ৰ'বচোন, আমাৰ গোসাঁইঘৰৰ কোঠাৰ ৰেকতে ৰঙা কাপোৰেৰে বান্ধি থোৱা টোপোলাটো আনকচোন। তাতে গণেশৰ পুথি এখন থাকিব পায়। তাতে নিশ্চয় পাব।" লৰালৰিকৈ টোপোলাটি আনি খুলিলো। এখানমানি পুথি এখন পালো। শ্রীশ্রীগণেশৰ অষ্টোত্তৰ শতনাম। তেল-তুল পৰি পুথিখন একো নাই হৈছে। প্রায় একে উশাহে পঢ়ি সুৰলা ছন্দত গণেশৰ ১০৮ টি বিভিন্ন নামৰ কথা সুন্দৰকৈ বৰ্ণনা আছে। কিন্তু কান্দুৰা গণেশৰ কথা একো উল্লেখ নাই। এই গবে সপৰিবাৰে পৰাজিত হ'লো। তথাপি আমাৰ পক্ষৰ পৰাও পিছদিন

মঠত নৈবেদ্য এভাগ দিবলৈ মনস্থ কৰিলো।

পুণ্যতীর্থ প্রাগজ্যোতিষপুৰৰ চাৰি দুৱাৰত চাৰিজনা বিঘ্নৰাজ গণেশ থকাৰ কথা সকতেই বুঢ়া-মেথাৰ মুখত শুনিছিলো। বুজন হোৱাত নিজ চকুৰেও দেখিছো। লুইতৰ উত্তৰ পাৰত পূবত মান্দাকাটা পাহাৰৰ ওচৰত ৰঙাগড়াৰ প্রকাণ্ড গণেশ মূর্তি; পশ্চিমত আগীয়াঠুৰীৰ নামনিৰ গণেশ মূর্তি; দক্ষিণ পাৰৰ গণেশগুৰিৰ গণেশ মূর্তি আৰু কামাখ্যাৰ নামনিৰ গণেশ মূর্তি। ইয়াৰ উপৰিও কাণাই-বৰশিবোৱা শিলৰ ওচৰতে থকা গণেশ মূর্তি—কত দিন কত ৰকমে চাইছো—দেখিছো। দীর্ঘেশ্বৰী দেৱালয়লৈ যাওঁতে বাটতে পোৱা গণেশৰ গাত স্কুলীয়া কালৰে পৰা কত দিন কত ৰকমে সেন্দূৰ ঘঁহি প্রণিপাত জনাইছো। গণেশ গণেশেই। কিন্তু ক'তো কাহানিও কান্দুৰা গণেশৰ কথা শুনা নাই। ওচৰতে থকা এই কান্দুৰা গণেশৰ কথা কাৰবাক সুধিবলৈকো লাজৰ কথা। হয়তো ভাবিব—বৰ অধৰমী মানুহ। ইমান ওচৰতে থাকিও কথাটো নাজানে। ভাবি ভাবি ওৰ নাপাওঁ। ঘূৰি ঘূৰি আকৌ শূন্যতে ৰওঁহি।

পিছদিনা পুৱাই নৈবেদ্যভাগ লৈ ওলালো। লগত ড্রাইভাৰ নিভার্ষা দাস আৰু সহচৰ মোহন কলিতা। গৈ দেখো মন্দিৰত বৰ ভিৰ হৈছে। তিৰোতা মানুহৰ ভিৰ। বেছিভাগ গাভৰু। স্কুল-কলেজৰ ছোৱালী যেন লাগিল। গাড়ী অলপ আঁতৰত ৰাখি নৈবেদ্যভাগ দিবলৈ মোহনকে পঠালো। ভিৰ ঠেলি মোহনে বস্তুখিনি দি উভতিল। ক'লে, "ভকতজনে আপোনাক চিনিছে। কাগজখন চাই—'অ' আমাৰ চৌধুৰীৰ ঘৰৰ—হ'ব হ'ব বুলি শলাগিলে।"

মোহনৰ কথা শুনি আৰু কৌতূহল বাঢ়িল। ভকতজনেৰে চিনাকি হ'বলৈ বৰ মন গ'ল। সেইদিনাই চাৰি বজাৰ লগে লগে মন্দিৰৰ ওচৰ পালোগৈ। ভিৰ একেবাৰে নাই। এই মাত্র দুৱাৰ খুলিছে। নামি গ'লো। গৈ দেখো গণেশৰ ভক্ত স্বৰূপে কান্দুৰা। আটোম-টোকাৰিকৈ এটি সুন্দৰ গণেশ মূর্তি সজোৱা আছে। শিলৰ। আঢ়ৈ-দুই ফুটমান ডাঙৰ। কান্দুৰাই নির্মালি আৰু প্রসাদ দিলে। মোৰ ভুল ভাঙিল। কান্দুৰা ইয়াত বিশেষণস্বৰূপে ব্যৱহাৰ হোৱা নাই—হৈছে সমাস ৰূপেহে। ষষ্ঠী তৎপুৰুষ সমাস। সেই আপাহঁতে কান্দুৰাৰ গণেশ 'কান্দুৰা গণেশ' হৈছে। ভক্ত কান্দুৰাৰে দুই-এষাৰ কথা হ'লো। কান্দুৰাক সকৰে পৰাই চিনি পাওঁ। কান্দুৰাৰ এই পৰিবর্তন দেখি মই অবাক হ'লো। আনন্দতে উভতিলো। মনত টৌ খেলিলে, সেই কান্দুৰাই এই কান্দুৰানে?

কান্দুৰাক পোনতে দেখিছিলো, তাহানিতে। ১৯৩৩ চনতেই। তেতিয়া আমি স্কুলীয়া ছাত্র। প্রৱেশিকাৰ দেওনা পাৰ হ'বলৈ ওলাইছো। বাছনি পৰীক্ষাত উঠিছো। সৰস্বতী পূজাৰ বতৰ। উজান বজাৰৰ একতা সভাৰ সৰস্বতী পূজা

সেই সময়ৰ চহৰৰ প্ৰধান আকৰ্ষণ। পূজাৰ প্ৰস্তুতি চলিছে। হাঁহিৰাম দাস, সুৰেশ কলিতা আদি পূজাভাগত, নাম-কীৰ্তনত জীৱেশ্বৰ গোস্বামী, অভিনয়ত বৰদা শৰ্মা, শৈলেন্দ্ৰনাথ ফুকন, কামাখ্যা ঠাকুৰ, শৰৎ বৰুৱা, ভৱানী কান্ত বৰুৱা, ভৱানী প্ৰসাদ বৰুৱা, প্ৰেম চৌধুৰী, নিৰদা ভূঞা, সুৰেন্দ্ৰ নাথ দাস আদি স্বনামধন্য অভিনেতাসকল ভাগে ভাগে সাজু হৈছে। অঞ্চল জুৰি আলোড়ন। আমাৰ মাজতো উলহ-মালহ। চেমনীয়াৰ পৰা যুৱকৰ শাৰীলৈ উঠাৰ পথত। কিয়নো প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিছতেই আমিও নিজ নিজ অভিৰুচি মতে এই উৎসৱত ভাগ ল'ব পাৰিম। এতিয়া অঞ্চলৰ ঘৰে ঘৰে নিৰ্ধাৰিত বৰঙণি তুলি আনি দিয়াতেই আমাৰ কৰ্তব্যৰ শেষ। এই সময়ৰে কথা। আমাৰ লগত এবাহ চেমনীয়া। পুৰা লতাশিলৰ চাৰিআলিত থুপুৰি হৈছো। বিনয়ে ক'লে, "যামিনী দাদা (অমূল্য বৰদলৈ) হঁতৰ ঘৰত এটা বন-মানুহ আনিছে। ব'ল চাব যাওঁ।" বৰদলৈৰ ঘৰত এটি নিজস্ব চিৰিয়াখানা আছে। তদুপৰি এওঁলোকৰ তাতেই পূজাৰ প্ৰতিমা সাজে। আমাৰ কাৰণে দুটা আকৰ্ষণ। প্ৰতিমাৰ জুমুঠি বন্ধাৰ পৰা তাত ল'ৰা-ছোৱালীৰ ভিৰ হয়। তাতে আকৌ কত ধৰণৰ জীৱ-জন্তু আনি ৰাখিছে! ঘৰ-চিৰিকাৰ পৰা ম'ৰা চৰাইলৈকে বিধে বিধে চৰাই। জলচৰ কাছ, ভেৰা, বান্দৰ, হৰিণ আৰু কত কি জন্তু। তাতে আকৌ বন-মানুহ! জাকেই বৰদলৈৰ হাউলীলৈ গ'লো। যামিনী দাদা, ধৰণী দাদাহঁতে প্ৰতিমাৰ লেপন দিবলৈ ধৰিছে। আমি আগুৰি ধৰিলোগৈ। সকলোৰে জীৱ-জন্তুৰ মাজত বন-মানুহ বিচাৰিছো। একো উমান নাপাওঁ। ঘৰৰ মুৰব্বী ডিম্বধৰ বৰদলৈয়ে হোকা খাই নিৰ্দেশ দি আছে। এজনে সুধিলে, "খুড়া, এটা বন-মানুহ আনিছে বোলে?" মন খোলা হাঁহি মাৰি তেওঁ ক'লে, "বন-মানুহ? কত পাবা?"

"কিয় উত্তৰ লক্ষীমপুৰৰ পৰা আনিছে বোলে?" বৰদলৈদেৱে ঘেক ঘেককৈ হাঁহি ক'লে, "বন-মানুহ? অ অ বুজিছো মীনাই (মীনধৰ বৰদলৈ) অনা ল'ৰাটোকে বন-মানুহ বুলি ভাবিছা? সেইটো—তাতে কিবা কৰি বহি আছে।" এইবুলি এফালে আঙুলিয়াই দিলে।

"তাৰ নাম কান্দুৰা। আচল নাম কিবা আছেনেকি? সেইবোৰ জানি উঠাই নাই। আজি দুদিনো হোৱা নাই। কথা বৰকৈ নকয়। লাহে লাহেহে গত লাগিব।" বুলি খুৰাই জনালে। সেয়েই কান্দুৰাক প্ৰথম দেখিছিলো। শেলুৰৈ ধৰা কলহৰ দৰে ক'লা। অকল ক'লা বুলিলেই নহয়—কেটোৰ ক'লা। চুলিবোৰ জটুলা-জটুলি। নাকে-মুখে পানী বৈ থকা, দুয়ো চকুত দুটোপা ফেচকুৰি। দেখিলে কিবা যেনেই লাগে। বিনয়ৰ কথা যেন আংশিক হ'লেও সত্য।

ভেতিয়াৰ পৰাই কান্দুৰাক দেখিছো। বিভিন্ন ৰূপে। গৰু-ছাগলী দৰৰ্থ দিয়া, বৰ ঢামা কলৰ পৰা পানী কঢ়িওৱা, পদূলিমুখ সাৰি-মচি চাফা কৰা, আৰুনো কত কি? লতাশিল স্কুলত তাহানি পাংখা টনাৰ কাম কৰাও দেখিছো। উমৰধৰ বৰদলৈদেৱৰ পিছে পিছে আমাৰ বংমহল গাঁৱৰ আলিয়েদি কান্ধত টোপোলা লৈ মান্দাকাটালৈ অহা-যোৱা কৰাও দেখিছো। কত দিন আমাৰ পাৰঘাটেদি ৰঘু ঘাটৈৰ পাৰনাৱত একেলগে পাৰ হৈছো। কত দিন জোকাই কান্দুৰাৰ কেটেৰা-জেঙেৰাও শুনিছো। শেষত সিদিনালৈকে ধৰণী দাদাৰ পিছে পিছে ডাঙৰ টোপোলা লৈ ঘৰে ঘৰে পৌৰসভাৰ টেক্স বা কৰ আদায় কৰি ফুৰাও দেখিছো। সেই কান্দুৰা আজি সাধু। বৈষ্ণৱ। গণেশ বাবাৰ প্ৰধান ভকত। মঠৰ অধ্যক্ষ। কিবা আচৰিত আচৰিত যেন লাগে। কিন্তু ই সঁচা কথা। সহজ-সৰল কান্দুৰাই নিজৰ সৰল মতিৰে 'গণেশ' বাবাৰ ওচৰ চাপিছে। চিন্তামণিয়ে কান্দুৰাক মৰমেৰে আঁকোৱালি লৈছে।

কান্দুৰা গুৱাহাটী পালেহি কেনেকৈ? সিও এক মধুৰ কাহিনী। বৰদলৈ পৰিয়ালৰ ডাঙৰজনা বোৱাৰী বিধবা। পিতৃ-গৃহ বৰমূৰীয়াত। উত্তৰ লক্ষীমপুৰ চহৰৰ দাঁতিত। বহুদিন তাতে আছে। ১৯৩৩ চন। সাহিত্য সভাৰ চতুৰ্দশ অধিবেশন উত্তৰ লক্ষীমপুৰ চহৰত। সভাপতি জ্ঞানদাভিৰাম বৰুৱা। বৰদলৈ পৰিয়ালৰ সৰুজনা মীনধৰ বৰদলৈ সভা চাবলৈ ওলাল। অকলে নহয় সবান্ধৱে। উজান বজাৰৰ লুইতৰ পাৰৰ বৰুৱা পৰিয়ালৰ অম্বিকাপ্ৰসাদ বৰুৱাৰে। উদ্দেশ্য দুটা। সভা চোৱা আৰু আহোতে ন-বৌৱেকক গুৱাহাটীলৈ বুলি লৈ অহা। সভাৰ দুদিনমান আগতেই তেওঁলোক বৰমূৰীয়া পালেগৈ। বৰমূৰীয়া কান্দুৰাৰ জন্ম গাঁও। বাপেক কাতিৰাম দত্ত। পানী-কেঁচুৱাতে কান্দুৰাৰ মাক ঢুকাল। কাতিৰামেও কান্দুৰাক এৰি স্থানান্তৰী হ'ল গোলাঘাটলৈ। তাতে আকৌ নতুন সংসাৰ কৰিলে। কান্দুৰাক পাহৰিলে। কিন্তু এই সংসাৰো নিটিকিল। কাতিৰাম ভৰ বয়সতে মৰি থাকিল। কান্দুৰাই বৰমূৰীয়াৰ ঘৰে ঘৰে বাগৰি দিন কটায়। জীৱ-দৰদী মীনধৰ বৰদলৈয়ে বৌৱেকৰ ঘৰতে কান্দুৰাক পালে। কান্দুৰায়ো নিজে থিয় হ'বলৈ যেন শকত লাখুটিডালহে পালে। সি বৰদলৈৰ পিছ নেৰা হ'ল।

২৭ ডিচেম্বৰ। ১৯৩৩ চন। সেইদিনা সাহিত্য সভাৰ মুকলি অধিৱেশন বহিব। বৰদলৈ-বৰুৱা সভা চাবলৈ ওলাল। কান্দুৰাও লগ লাগিল। বৰদলৈয়ে কান্দুৰাৰ মৰম উপেক্ষা কৰিব নোৱাৰিলে। ন বছৰীয়া কান্দুৰাও বৰদলৈৰ হাতত ধৰি সভা চাবলৈ আহিল।

শোভা-যাত্ৰা আৰম্ভ হৈছে। ঢোলে-দগৰে সভাপতিক বাহৰৰ পৰা সভাস্থলীলৈ সাহিত্যপ্ৰেমী ৰাইজে আগবঢ়াই আনিছে। বৰদলৈহঁতে আলিকাষত

থিয় হৈ শোভা-যাত্ৰা চাইছে। ইমান ভিৰৰ মাজতে সভাপতি জে. বৰুৱাৰ চকু এওঁলোকৰ ওপৰত পৰিল। গাড়ী ৰখাই কাষলৈ মাতিলে। কেতিয়া আহিল সুধিলে। ·াল-বেয়া বাতৰি ল'লে। এইজনা পুৰুষৰ সূক্ষ্ম চকু কান্দুৰাৰ ওপৰতো পৰিল। বৰদলৈক কান্দুৰাৰ কথাও সুধিলে। বৰদলৈয়ে কান্দুৰাৰ কথা ঠোৰতে সদৰি কৰিলে। সভাপতি বৰুৱাই চিঞৰি ক'লে, "এওঁক গুৱাহাটীলৈ লৈ আহক।"

সঁচা কথা। বৰুৱাৰ আদেশ ৰজিল। কান্দুৰা বৰদলৈহঁতেৰে গুৱাহাটী পালেহি।

পিতৃ-মাতৃৰ মৰম-চেনেহৰ পৰা কান্দুৰা বঞ্চিত হ'ল সঁচা, কিন্তু ভগৱানে মৰম-চকুৰে চাই যাক—তাৰ আকৌ দুখ কিহৰ? কান্দুৰা আহি বৰদলৈ পৰিয়ালত থিতাপি ল'লেহি। এই বৰদলৈ পৰিয়াল গুৱাহাটীৰ অতি পুৰণি পৰিয়াল। ১৮৫৬ চনতে ঘনকান্ত সিংহ যুৱৰাজে এই পৰিয়ালৰে পূৰ্বপুৰুষ দেৱবৰ ভাণ্ডাৰী বৰুৱাক আনি মাটি-বৃত্তি দি গুৱাহাটীত থাপিলেহি। এই পৰিয়ালেই শেষত বৰদলৈ পৰিয়াল বুলি আজিও গুৱাহাটীৰ লতাশিলত বসবাস কৰি আছে। কান্দুৰাও সেই পৰিয়ালতে আজিলৈকে জাহ গৈ আছে। এই পৰিয়ালৰ ডৌকাৰ তলতে কান্দুৰা ডাঙৰ-দীঘল হ'ল। ইয়াৰ উপৰিও ভোলানাথ পুৰুষ জে. বৰুৱাৰ পৰা কান্দুৰাই অহৈতুকী মৰম লাভ কৰিলে। উত্তৰ লক্ষীমপুৰৰ সাহিত্য সভাৰ সভাপতি হৈ ঘূৰি আহি জে. বৰুৱাই কান্দুৰাৰ খবৰ ল'লেহি। অকল সেয়ে নহয়, কান্দুৰাক আখৰ-জোঁটনি শিকাবলৈ বৰুৱাই নিজেই গাত ল'লে। পুৱতি-ভ্ৰমণ কৰিবলৈ আহি বৰুৱাই বৰদলৈ পৰিয়ালৰ বাটচ'ৰাৰ সন্মুখত থিয় হৈ গহীন স্বৰেৰে মাতে, "হলীৰাম, উঠিলানে?" কান্দুৰাৰ প্ৰকৃত নাম হলীৰাম দত্ত। কিন্তু জে. বৰুৱাৰ বাহিৰে কোনেও সেই মাতেৰে মতা আমাৰ কাণত নপৰে। কান্দুৰা কেতিয়াবা শোৱা-পাটিতে থাকে। বৰদলৈৰ ঘৰৰ কোনোবাই উঠাই দিয়ে। কান্দুৰা উঠি বৰুৱাৰ ওচৰ চাপে।

"দাঁত-মুখ ধুলানে? যোৱা এটুকুৰা এঙাৰ লৈ আহা।" এইবুলি বৰুৱাই প্ৰায় আগত থাকিয়েই বৰ ঢামাকলৰ পানীৰে কান্দুৰাৰ দাঁত-মুখ ধুৱায়। এদিন দুদিন নহয়—মাহজুৰি, বছৰজুৰি। এইদৰে সদায় আহি ফলি-পুথিৰে বৰুৱাই নিজে লগত লৈ যায়। আইন কলেজৰ পাঠ পঢ়োৱাৰ সময়ত কান্দুৰাক কাষতে বহুৱাই পাঠ শিকায়। বৰুৱাৰ যত্নতে কান্দুৰাই আখৰ চিনিব পৰা হ'ল। এতিয়া তাৰেই গুণতে কান্দুৰা ভকতে ধৰ্ম-পুথি পঢ়ে। কীৰ্তন-ঘোষা সুৰ লগাই গায়। ভগৱানৰ লগত গুণ-গুণাই কথা পাতে।

আহানি এনেদৰে বৰুৱাই লৈ যোৱা দৃশ্য চাই ৰসিক মীনধৰ বৰদলৈয়ে

কৈছিল, "ভোলানাথ বৰুৱাইনো ইয়াৰ গাত কি দেখিছে নাজানোদেই। নিশ্চয় কিবা এটা পাইছে।" তাৰ কাৰণ নিৰ্ণয় কৰিবলৈ আজি বৰুৱাদেৱো নাই—মীনধৰ বৰদলৈদেৱো নাই। আজিও বহুতে সেই কথা সুঁৱৰি কয়—ভোলানাথ বৰুৱাদেৱৰ পৰশতে ই গণেশ বাবাৰ স্বভাৱ ল'লে। কিন্তু সেই সময়ত এই গণেশ মন্দিৰৰ কোনো চিন-মোকামেই নাছিল। এই গণেশ মূৰ্তিৰ আৱিষ্কাৰ আৰু এই গণেশ মন্দিৰ প্ৰতিষ্ঠাৰ কথাও বৰ ৰহস্যজনক। ইয়াৰ ক্ৰমবৰ্দ্ধমান বুৰঞ্জী প্ৰণিধানযোগ্য।

গুৱাহাটী—যুগে যুগে ৰাজধানী। পৌৰাণিক যুগৰ পৰাই ইয়াৰ বিৱৰণ বিভিন্ন পুথিৰ পাতে পাতে। বুৰঞ্জীয়ে ঢুকি নোপোৱা কালতে ই অসুৰ বা দানৱ ৰজাসকলৰ ৰাজধানী। জ্যোতিষীসকলৰ ধ্যানৰ ই প্ৰাগজ্যোতিষপুৰ। তাৰ সাক্ষী সেইয়া নৱগ্ৰহ দেৱালয়। আজিও দিছপুৰ অস্থায়ী হ'লেও অসমৰ ৰাজধানী। দিছপুৰ গুৱাহাটীৰ ভিতৰতে।

বহু ধৰ্ষিত, বহু প্ৰবঞ্চিত, বহু ঘাত-প্ৰতিঘাতৰ মাজেদি অহা এই গুৱাহাটী নগৰখন। গুৱাহাটীৰ বুৰঞ্জী উত্থান-পতনৰ বুৰঞ্জী। সোতৰবাৰ মোগল আক্ৰমণৰ আঁচোৰ, মানৰ উপদ্ৰৱ, ইংৰাজৰ আগমন সকলোৱেই গুৱাহাটীক চুইছে। বহু সময়ত সীমাহীনভাৱে আঁচোৰ পৰিছে।

১৮২৬ চনৰ ২৫ ফেব্ৰুৱাৰী তাৰিখে ইয়াণ্ডাবু সন্ধি স্বাক্ষৰিত হয়। এই সন্ধিৰ চৰ্তমতে অসম দেশ ইংৰাজৰ হাতলৈ যায়। অসমক উজনি আৰু নামনি দুভাগ কৰি ইংৰাজ বিষয়াই শাসন কৰিবলৈ লয়। উজনি খণ্ডক জুনিয়ৰী মোতালক আৰু নামনি খণ্ডক চিনিয়ৰী মোতালক ভাগত ভগায়। ৰিচাৰ্ড চাহাবে উজনি খণ্ড আৰু স্কট চাহাবে নামনি খণ্ডত শাসন কৰিবলৈ লয়।

গুৱাহাটী নগৰখন সুবিস্তৃত। আগতে আহোম স্বৰ্গদেউৰ প্ৰতিনিধি বৰফুকনে এই নগৰতে থাকি শাসন চলাইছিল। বৰফুকনৰ উদ্যোগত গুৱাহাটীখন এখন পৰিপাটি নগৰ স্বৰূপে গঢ়ি উঠিছিল। সেই সুবিধাকে লৈ ইংৰাজেও পোনতে গুৱাহাটীকেই তেওঁলোকৰ ঘাই নগৰ পাতি লয়। লাহে লাহে আহোম বিষয়া আৰু ডা-ডাঙৰীয়া থকা হাউলী বা টোলবোৰ ইংৰাজ বিষয়াসকলে দখল কৰি তাতেই থিতাপি লয়।

হিতেশ্বৰ বৰবৰুৱাৰ 'আহোমৰ দিন'ত বৰ্তমান ফাঁচী বজাৰত বৰফুকনৰ হাউলী আছিল বুলি মন্তব্য কৰিছে। কিন্তু জনশ্ৰুতিমতে বৰ্তমান উপায়ুক্তৰ বাস-ভৱনতেই যে বৰফুকনৰ হাউলী আছিল সেইটো সৰ্বজনবিদিত। এই হাউলীৰ কাষতে হাতীশাল পুখুৰী। তাৰো উজনিত বিভিন্ন ডা-ডাঙৰীয়াৰ হাউলী। তাৰো পূৰত খাৰ-বাৰুদৰ ভঁৰাল খাৰঘুলি। অনুমান কৰিব পাৰি, সুইতৰ

পাৰৰ গুৱাহাটীৰ এই বিশাল অংশটিত বজাঘৰীয়া ডা-ডাঙৰীয়াবে ঠাহ খাই আছিল। বুৰঞ্জীৰ উল্লেখ থকা দেখা যায়—চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে ৰংপুৰৰ পৰা ভটিয়াই আহি গুৱাহাটীতে থাকিবলৈ লয়। তেওঁক ইংৰাজ চৰকাৰৰ তৰফৰ পৰা মাহিলী ৫০০ (পাঁচশ) টকাৰ এটি পেঞ্চনো দিয়া হৈছিল। কিন্তু সেই বছৰতে তেওঁৰ মৃত্যু হোৱাত তেওঁৰ পুত্ৰ ঘনকান্ত সিংহ যুৱৰাজক সেই পেঞ্চন ভোগ কৰিবলৈ দিয়ে। ঘনকান্ত যুৱৰাজৰে পুত্ৰ কেশৱকান্ত যুৱৰাজ। তেওঁৰ বিধবা পত্নী মাহেন্দ্ৰী আইদেৱৰ ইংৰাজৰ পেঞ্চন ভোগ কৰিয়েই উজান বজাৰৰ ৰাজবাৰীৰ বাস-ভৱনতে মৃত্যু হয়। এই মাহেন্দ্ৰী আইদেউৰ দুগৰাকী কন্যা—লৌহিত্যকুমাৰী আইদেউ আৰু প্ৰফুল্লকুমাৰী আইদেউ। এই দুয়ো গৰাকীকে দেখাৰ সৌভাগ্য আমাৰো ঘটিছিল। প্ৰথমগৰাকী নামতিৰ হেমধৰ বৰগোহাঁয়ে আৰু দ্বিতীয়গৰাকীক জমিদাৰ আৰু স্বনামধন্য সাহিত্যিক নগেন্দ্ৰনাৰায়ণ চৌধুৰীদেৱে বিবাহ কৰাইছিল। দুয়োগৰাকীৰে এতিয়া মৃত্যু হৈছে। আগবজনাৰ পুত্ৰ-কন্যাই এতিয়াও ঘাই ঘৰ নামতিত বসতি কৰি আছে। গুৱাহাটীৰ ৰাজবাৰীতো পুৰণি ঘৰ-ভেটি এতিয়াও আছে। সৰুগৰাকীৰ কোনো পুত্ৰ-কন্যা নাছিল। এজন তোলনীয়া পুত্ৰ থকাৰ কথা ভু পাওঁ।

ইংৰাজে অসমৰ শাসন-ভাৰ ল'লে। লগে লগে আহোম স্বৰ্গদেউৰ ডা-ডাঙৰীয়াসকলে অধিকাৰ কৰি থকা চৌহদ-টোল আদি হস্তগত কৰিলে। বৰফুকনৰ হাউলীত ইংৰাজৰ বৰবিষয়া বহিল। হাতীশাল পুখুৰীৰ পাৰত জিলাৰ স্বাস্থ্য-বিষয়াই থিতাপি ল'লে। তেনেদৰে লুইতৰ পাৰৰ বিতোপন ঠাইখিনিত ইংৰাজ চৰকাৰৰ বিষয়াৰ আবাস আৰু তেওঁলোকৰ কাৰ্যালয় পাতিলে। উজান বজাৰৰ লুইতৰ পাৰৰ ভাঁজটোত থকা ঠাইত কমিছনাৰৰ কাৰ্যালয় আৰু বাসভৱন স্থাপিত হ'ল। তাহানিলৈকে এই বাসভৱনত বেণ্টিক চাহাব থকাৰ কথা গুৱাহাটীৰ আৰু অসমৰ বুজন সংখ্যক লোকে ভালকৈ জানে।

১৯৪৭ চনত দেশ স্বাধীন হ'ল। ১৯৪৮ চনৰ জুন মাহত এই কমিছনাৰৰ বঙলাতে অসমৰ অনাতাঁৰ কেন্দ্ৰ (All India Radio) স্থাপিত হ'ল।

সেই সময়ৰে কথা। বৰ বঙলাত অনাতাঁৰৰ যন্ত্ৰ-পাতি বহিল। বতাহত কথা উৰা হ'ল। চৌহদৰ ভিতৰত এটি দুচলীয়া টিনৰ ঘৰ। চাহাবৰ বাবুচী বেহেৰা থকা। সেই ঘৰত চাহ-খোলা বহিল। তাৰ পিছতে সেই পুৰণি বাহিৰ-ফুৰা ঘৰ—বাবুচী-বেহেৰাই ব্যৱহাৰ কৰা। অনাতাঁৰ কেন্দ্ৰত বিভিন্ন বা-বিষয়া মকৰল হ'ল। বিহাৰী ডেকা ৰামৰাজ ওঝা অনাতাঁৰ কেন্দ্ৰৰ ৪ৰ্থ শ্ৰেণীৰ চাকৰিয়াল স্বৰূপে নিয়োগ হ'ল। চিঠি-পত্ৰ অনা-নিয়া কৰে। বাহিৰ-ফুৰা ঘৰৰ গেৰেকনিত পোট খাই থকা গণেশ মূৰ্তি এটা ওঝাৰ চকুত পৰিল। ওঝা বৰ ধৰ্মভীক লোক। এতিয়াও কামত আছে। পুৱাৰে পৰা কপালত

চন্দনৰ বেথা মাৰি ফুৰে। ওখাৰ মনটি ৰবকৈ উচপিচালে। সূৰুযলালৰ ওচৰ চাপিল। সূৰুযলাল অনাতাঁৰ কেন্দ্ৰৰ চাফাই কাম কৰা বনুৱা। তেওঁৰ সহায়ত গণেশ মূৰ্তিটো গেৰেকেনিৰ পৰা উদ্ধাৰ কৰিলে। ধুই-পখালি চাহখোলাৰ ওচৰতে থাপিলে। ফুল-সেন্দূৰৰ যোগান হ'ল। পূৱা-গধূলি বন্তি জ্বলোৱাৰ দিহা হ'ল। কিন্তু সিমানতো ডাৱৰ নাঁতৰিল। কেতিয়াবা চাহ-খোলাৰ বোৱা-খোৱা দলিয়ালে মূৰ্তিৰ গাত পৰে। ৰামৰাজে এইবাৰ মূৰ্তিটো আনি ৰাইজে দেখাকৈ সেই বৰগছৰ তলত থাপি তেল, ফুল, সেন্দূৰৰ ব্যৱস্থা কৰিলে।

অসমত উচ্চ ন্যায়ালয় স্থাপিত হ'ল। পুৰণি জজ-কাছাৰীতে ইয়াৰ অস্থায়ী বৈঠক বহিল। দীঘলীপুখুৰীৰ পাৰত থকা ইংৰাজসকলৰ টেনিচ খেল-পথাৰ আৰু তেওঁলোকৰ ক্লাব ঘৰৰ ঠাইডোখৰ উচ্চ ন্যায়ালয় নিৰ্মাণৰ কাৰণে বাছনি কৰিলে। কাম আৰম্ভ হ'ল। বৃটেনীয়া বিল্ডিং এণ্ড আইৰন কোম্পানিয়ে এই ভৱন নিৰ্মাণৰ ভাৰ ল'লে। জাকে জাকে ইঞ্জিনিয়াৰ আৰু লগে লগে বহুতো বিহাৰী বনুৱা কামৰ কাৰণে মকৰল হ'ল। দিনটোৰ কামৰ অন্তত গধূলি এই গণেশমূৰ্তিৰ ওচৰত নাম-কীৰ্তন কৰি এওঁলোকে দিনটোৰ ভাগৰ জুৰায়। পৰকালৰ পাথেয় সাঁচে।

১৯৫৭ চন। ৪ মে' তাৰিখ। অনাতাঁৰ কেন্দ্ৰ চান্দমাৰীৰ নতুনকৈ সজা নিজা ভৱনলৈ স্থানান্তৰিত হ'ল। ইফালে উচ্চ ন্যায়ালয় ভৱনৰ কামো শেষ হোৱাত বিহাৰী বনুৱাসকলো নিজ নিজ ঠাইলৈ উভতিল। গণেশ বাবাৰ পূজা-কীৰ্তন সেৰেঙা হৈ পৰিল। অনাতাঁৰ কেন্দ্ৰৰ পৰা হস্তান্তৰিত হৈ এই ভৱন উচ্চ ন্যায়ালয়ৰ বঙলালৈ ৰূপান্তৰিত হ'ল। নিজ কৰ্তব্যৰ খাতিৰত এতিয়ালৈকে গোট খোৱা গণেশভক্তসকল অনিচ্ছা সত্ত্বেও আঁতৰিব লগা হ'ল। এনে সময়তে পেঙত উঠি ফুৰা এজন খোৱা বাবাজীয়ে তেওঁৰ চেলা-চামুণ্ডাৰে আহি এই গণেশ মূৰ্তিৰ মুকলি ঠাইত লঙ্গৰ পেলালেহি। গধূলি ধূপ-ধূনাৰ ধোঁৱাৰ পৰিৱৰ্তে জঙঘলী ভাঙৰ ধোঁৱাৰে মণ্ডলজুৰি ধূঁৱলি-কুঁৱলি হোৱা হ'ল।

এনেতে অৱসৰপ্ৰাপ্ত ন্যায়াধীশ বাম লাভায়া সেই বঙলাতে থাকিবলৈ লয়। ন্যায়ালয়ৰ ন্যায়াধীশৰূপে নহয়—ইণ্ডাষ্ট্ৰিয়েল ট্ৰিবিউনেলৰ সভাপতি স্বৰূপে। তেতিয়া ১৯৬১ চন।

গণেশ মন্দিৰত থিতাপি লোৱা এই বাবাজী আৰু তেওঁৰ শিষ্যসকলৰ অতপালিত লাভায়াদেৱৰ টোপনি হৰিল। তেখেতে কৰ্তৃপক্ষৰ ওচৰত এই বিষয়ে আপত্তি তুলিলে। লিখিত গোচৰো দিলে। সেই বছৰৰে এদিন পুৱাতে লতাশিল থানাৰ দাৰোগাই চিপাহী-চন্তৰীৰে আহি বাবাজী আৰু তেওঁৰ সঙ্গীবৃন্দক জীপ-গাড়ীত তুলি ক'ৰবালৈ চালান দিলে। লগে লগে গড়কাপ্তানি বিভাগৰ

লোকে গণেশ মূৰ্তিক তাৰ-কাঁটা বেৰাৰে আগুৰি পেলালে। বাহিৰৰ পৰা নৰ-মনিচ সোমাব নোৱৰা হ'ল। গণেশ বাবাৰ পূজাত ব্যাঘাত জন্মিল। এইদৰেই এসপ্তাহমান গণেশ মূৰ্তি বন্দী অৱস্থাতে অনাদৰ-অৱহেলাত পৰি থাকিল। এসপ্তাহ পাৰ হ'ল নে নাই—এদিন পুৱাতে পুনৰ গড়কাপ্তানি বিভাগৰ লোক আহি বেৰা গুচাই গণেশ বাবাক বাইজৰ মুৱাকে আকৌ মুকলি কৰি দিলে। এসপ্তাহৰ কাৰণে যেন গণেশ মূৰ্তিৰ অন্তৰীণ আদেশ হ'ল—অৱসৰপ্ৰাপ্ত ন্যায়ধিশৰ আদেশত। তাতোকৈ ৰহস্যৰ কথা—ন্যায়াধীশ লাভায়াই পুৱা স্নান কৰি উঠি নিতৌ গণেশ বাবাৰ ওচৰত আঁঠু লৈ প্ৰণাম কৰাৰ দৃশ্য। ওচৰ-চুবুৰীয়া বাইজৰ মন কৌতূহলেৰে উপচি পৰিল। কিয় এই পৰিবৰ্তন?

এদিন লাভায়া ডাঙৰীয়াই সদায় অহাৰ দৰে আহি গণেশ মূৰ্তিৰ ওচৰত আঁঠু লৈছে। উঠি দেখে এজন লোকে ওচৰৰ মুকলি পথাৰত ছাগলী দৰখ দিবলৈ আহিছে। লাভায়া ডাঙৰীয়াই তেওঁক হাতবাউল দি মাতি সুধিলে,

"তোমাৰ নাম কি?"

"হলীৰাম। মাতে কান্দুৰা বুলি।"

"ক'ত থাকা?"

কান্দুৰাই ওচৰতে থকা ডিম্বধৰ বৰদলৈৰ ঘৰলৈ আঙুলি টোৱাই দেখুৱালে।

"তুমি এই গণেশ বাবাৰ ওচৰত নিতৌ চাকি জ্বলাব পাৰিবা?"

"আজ্ঞা হ'লে পাৰিম।"

জেপৰ পৰা এখন দহটকীয়া নোট উলিয়াই কান্দুৰাৰ হাতত দি লাভায়াদেৱে নিৰ্দেশ দিলে, "তুমি সদায় পুৱা-গধূলি এই গণেশ মূৰ্তিৰ আগত বন্তি জ্বলাবা। এই দহ টকা তেল-বন্তিৰ কাৰণে দিলো। পাৰিবানে?"

"পাৰিম।" কান্দুৰাই স্পষ্ট উত্তৰ দিলে।

"লোৱা, এই টকাটো লোৱা। এইটো তোমাৰ বকচিচ হিছাপে দিছো। এমাহৰ পিছত তুমি সৌ বঙলালৈ যাবা। মাহে মাহে মই তোমাক এঘাৰ টকাকৈ দিম। দহ টকা তেল আৰু বন্তিৰ কাৰণে। এটকা তোমাৰ মাননি। কোৱা, পাৰিবাতো।"

"পাৰিম।" কান্দুৰাই দৃঢ় কণ্ঠে উত্তৰ দিলে। সিদিনা যেন কান্দুৰাই গণেশ সেৱাৰ কাৰণে শপত গ্ৰহণ কৰিলে। মানৱ-দৰদী ভোলানাথ পুৰুষ জে. বৰুৱাৰ ওচৰত হাতে-খড়ি লৈ আজি অৱসৰপ্ৰাপ্ত ন্যায়াধীশ ৰাম লাভায়াৰ আগত শপত গ্ৰহণ কৰি গণেশ ভক্তৰূপে কান্দুৰা অভিষিক্ত হ'ল।

লাভায়াদেৱৰ এই পৰিৱৰ্তন দেখি বহুতে আচৰিত হ'ল। তাতোকৈ বেছি আচৰিত হ'ল পুলিচ আৰু গড়কাপ্তানি বিভাগৰ লোকসকল। এসপ্তাহৰ ভিতৰতে এই পৰিবৰ্তনৰ কাৰণ কি? পিছত প্ৰকৃত কথা সদৰি হ'ল।

গণেশ মূৰ্তিৰ আগত বেৰা দি পূজা-সেৱা বন্ধ কৰাৰ দুদিনমান পিছৰ পৰাই হেনো শ্ৰী আৰু শ্ৰীমতী লাভায়াই সপোন দেখে। এদিন নহয় দুদিন নহয় একেলগে তিনি দিন। সপোন দেখাৰ পিছত ৰাতি টোপনি নহয়। কাৰণ টোপনি আহিলেই এজাক বনৰীয়া হাতীয়ে তেওঁলোকক খেদি ফুৰে। সিদিনা অলপতে কান্দুৰাক কথাটো সোধোতে, "হয়! দেউতাই মোক কথাটো কৈছিল। কিন্তু কাকো ক'বলৈ হাক দিছিল। আপোনালোকে কথাটো জানিলেই যেতিয়া মইনো লুকাই আৰু কি কৰিম।" বুলি কান্দুৰাই হাঁহিলেই নে কান্দিলেই নুবুজিলো। তেওঁৰ চকুৰেদি ধাৰাসাৰে চকুপানী বৰলৈ ধৰিলে। পুৰণি কথা সুঁৱৰি ভাবত যেন বিভোৰ হ'ল। আমি আটায়ে অভিভূত হ'লো।

এইদৰেই বহুদিন পাৰ হৈ গ'ল। কান্দুৰাই পুৱা-গধূলি আহি গণেশ মূৰ্তিৰ গাত সেন্দূৰ ছটিয়ায়। বাটৰুৱা ধৰ্মভীৰু লোকসকলে সেই বাটেদি অহা-যোৱা কৰোঁতে দিনটোত তিনি-চাৰি টকাৰ যোগাৰ হয়।

এদিন পুৱাতে সচৰাচৰ যোৱাৰ দৰে কান্দুৰা লাভায়া ডাঙৰীয়াৰ বঙলা ওলালগৈ। লাভায়াদেৱেও সময় নষ্ট নকৰি জেপৰ পৰা টকা এঘাৰটি উলিয়াই কান্দুৰাৰ ফালে আগবঢ়াই দিলে। কান্দুৰাই হাতযোৰ কৰি ক'লে, "দেউতা! আপুনি আৰু তেল-বন্তিৰ কাৰণে ধন ভৰিব নালাগে। গণেশ বাবাই নিজেই যোগাৰ কৰি লৈছে। দৈনিক তিনি-চাৰি টকা সেৱাৰ ধন গোট খায়।" এই সৰল উক্তিত ন্যায়াধীশ লাভায়াৰ কি প্ৰতিক্ৰিয়া হ'ল নেজানো। দহে শুনি কিন্তু আচৰিত হ'ল। বহুতে উপলুঙাও কৰিলে। কোনোৱে মূৰ্খ বুলিলে। কোনোৱে আকৌ যি যিমানৰ সিং সিমানলৈকেহে উৰিব বুলিও মন্তব্য কৰিলে।

দিনবোৰ পাৰ হয়। লাভায়া ডাঙৰীয়াই ভৱনৰ পৰা বিদায় ল'লে। বিভিন্ন সময়ত বেলেগ বেলেগ ন্যায়াধীশ আহি এই ভৱনত বসতি কৰিলেহি—যেনে নাইডু, দত্ত, সেন আদি। এই সকলৰ লগতো কান্দুৰাৰ মুখামুখি হৈছিল। বিশেষকৈ ন্যায়াধীশ এ.কে. সেনৰ লগত হোৱা মুখামুখি বৰ আমোদজনক। সন্মুখৰ বাৰাণ্ডাত বহি সদায় মানুহে জুমুৰি দি থকা এই গণেশ থানৰ প্ৰতি তেওঁৰ চকু পৰিল। এদিন পুৱাতে লগুৱা পঠিয়াই থানৰ গৰাকী কান্দুৰাক মাতি পঠিয়ালে। ন্যায়াধীশ সেনে কান্দুৰাক বহু প্ৰশ্ন কৰিলে। আগতে কোনোবা ন্যায়াধীশে এই বিষয়ে কিবা বিচাৰ কৰিছিল নেকি তাকো জানিব বিচাৰিলে। কান্দুৰাই ৰাম লাভায়াদেৱে কিয় আৰু কিদৰে তাক আনি এই মূৰ্তিত চাকি জ্বলাবলৈ আদেশিলে—সকলো খৰচি মাৰি ক'লে। কথা শুনি শ্ৰী আৰু শ্ৰীমতী সেনে বাবাৰ প্ৰভাৱৰ কথা বোধকৰো উপলব্ধি কৰিলে। কান্দুৰাক অলপ ৰখিবলৈ কৈ শ্ৰীমতী সেনে ভিতৰৰ পৰা টকা পাঁচটা আনি কান্দুৰাক দি বাবাৰ ওচৰত নৈবেদ্য আগবঢ়াবলৈ ক'লে। কান্দুৰাই

নলেন গুৰব সন্দেশ আনি প্ৰসাদ লগাই সেন পৰিয়ালৰ বঙলাত গধূলিতে দি আহিলগৈ।

গণেশ মন্দিৰৰ ক্ৰমবৰ্দ্ধমান বুৰঞ্জীও মন কৰিবলগীয়া। ৪ৰ্থ দশকৰ শেষৰ পৰা ষষ্ঠ দশকৰ প্ৰাৰম্ভণলৈকে এই গণেশ মূৰ্তি বৰগছৰ তলত মুকলিতে থাকিল। ষষ্ঠ দশকৰ লগে লগেই কান্দুৰা ভকতে গণেশ সেৱাৰ ভাৰ ল'লে। চাওঁতে চাওঁতে ই এটি পুণ্যস্থানত পৰিণত হ'ল। লুইতৰ পাৰৰ চক্ৰৱৰ্তী পৰিয়ালৰ ভুবনেশ্বৰ চক্ৰৱৰ্তীয়ে (খুদু) পোনতে টিন দুচলামান দি এখনি চালিৰ ব্যৱস্থা কৰে। লাহে লাহে বাইজৰ ভিৰ বাঢ়িল। পূজা-সেৱাৰ আয়োজন হ'ল। মহাবীৰ শৰ্মা। গুৱাহাটীৰে বাসিন্দা। মন্দিৰৰ কাৰণে তেওঁ আৱশ্যকীয় ইটা আৰু বিলাতী মাটি দান স্বৰূপে আগবঢ়ালে। ক্ষীৰদা মেধি উজান বজাৰৰ ডেকা ব্যৱসায়ী। মিস্ত্ৰি আৰু বনুৱাৰ যাৱতীয় খৰচ নিজাববীয়াকৈ বহন কৰি সৰুকৈ সুন্দৰ এটি মন্দিৰ নিৰ্মাণ কৰাই দিয়ালে। মন্দিৰৰ লগতে ইটাৰ গাঁঠনি কৰি টিনৰ সৰু চালিও সজা হ'ল। এই চালিৰ লগতে কান্দুৰা ভকতে স্থায়ীভাৱে থিতাপি ল'লে।

অহৰহ পূজাৰ ব্যৱস্থা চলিল। ধৰ্মপ্ৰাণ মুনিহ-তিৰোতাৰ লানি নিছিগা হ'ল। বহুতো ধৰ্মপ্ৰাণ নৰ-নাৰীয়ে দৈনিক গণেশ মন্দিৰলৈ আহি নিজৰ মানস জনাই গণেশ বাবাৰ আগত আঁঠু লয়। বাটৰুৱাই থমকি ৰৈ সেৱা জনায়। আনকি সেই বাটেদি যোৱা যান-বাহনেও ক্ষন্তেক ৰৈ যেন মূৰ দোঁৱাই যায়।

২৬ ছেপ্টেম্বৰ। বুঢ়া মছজিদৰ সম্মুখৰ এখন ধুবীশাললৈ গৈছিলো। ১৯৮০ চন। মজিয়াত দ'ম হৈ কাপোৰ পৰি আছে। এজাক এন্দুৰ-নিগনিয়ে ওপৰেদি লৰা-ঢপৰা কৰি ফুৰিছে। গৰাকীক সুধিলো, "তোমাৰ এই কাপোৰ এন্দুৰ-নিগনিয়ে নুকুটেনে?" "নুকুটে।" টপৰাই উত্তৰ দিলে।

"কিয়? কিবা দৰৱ-জাতি দিয়ানেকি?"

"নহয়। গণেশ বাবাৰ আগত মঙ্গলবাৰে মঙ্গলবাৰে লাড়ু দিওঁ। বাবাৰ পূজা কৰিলে এইবোৰ একো বস্তু নষ্ট নকৰে। এন্দুৰ-নিগনি মাৰিব নাপায়। মাৰিলে বেছি উপদ্ৰৱ কৰে। মুষিক-বাহন বাবাৰ খং উঠে।" আচৰিত হ'লো। আমাৰ আমবাৰীত এন্দুৰ-নিগনিৰ বৰ প্ৰকোপ। কিতাপ পত্ৰ, কাপোৰ-কানি কুটি সাং কাৰে। দৰৱ ছটিাওঁ ফান্দ পাতো। মাছ খুৱাই মেকুৰী পোহো। তথাপি উপদ্ৰৱ নকমে। আজি নতুন কথা এটা শুনিলো। মনতে পাঙিলো—এতিয়াৰ পৰা মঙ্গলবাৰে মঙ্গলবাৰে কান্দুৰা গণেশৰ আগত নৈবেদ্য দিয়াম।

'৮০ চনৰ ২৯ ছেপ্টেম্বৰ। মঙ্গলবাৰ। পুৱাই গা-পা ধুই গণেশ মন্দিৰলৈ

গ'লো। মানুহৰ ভিৰ বেছি নাই। দুগৰাকীমান মহিলা গৈছে নৈবেদ্য লৈ। ওচৰ চাপি দেখিলো—তৰুণ বাপু। তৰুণ শৰ্মা। চিনাকি মানুহ। তেওঁ হাঁহি মাৰি সুধিলে, "নৈবেদ্য আনিছে—দিয়ক। মঙ্গলবাৰে মঙ্গলবাৰে ইয়াতে পূজাভাগ কৰো। মঙ্গলবাৰ আৰু বুধবাৰ গণেশ পূজাৰ দিন। পূজা কৰিলে ভাল ফল পায়।" মই মোৰ মানসৰ কথা জনালো। দেউৱে হাঁহিলে কান্দুৰাই বোধকৰো কথাটো ভালকৈ নুশুনিলে। মোৰ ফালে চাই ভকতীয়া প্ৰণাম এটি জনালে।

ময়ো প্ৰতি নমস্কাৰ কৰি উভতিলো।

৬ অক্টোবৰ। আকৌ মঙ্গলবাৰ পৰিল। পুৱাই গণেশ মন্দিৰলৈ গ'লো। বৰ সোনকালে আহিলো। মন্দিৰত কান্দুৰা ভকতৰ বাহিৰে কোনো নাই। কান্দুৰাই চাকি-বন্তি জ্বলাই কিবা পুথি পঢ়িবলৈ সাজু হৈছে। মোক দেখি আগুৱাই আহিল। মই বস্তুকেইপদ আগবঢ়াই দিলো। অলপ মাননিও আগবঢ়ালো। মানসৰ কথাও ক'লো। কান্দুৰাই ক'লে, "আপুনি প্ৰত্যেক মঙ্গলবাৰে কেনেকৈ আহিব? আপুনি ঘৰতে বাবাক উদ্দেশ্য কৰি প্ৰসাদ দিব। তাতেই বাবা সন্তুষ্ট হ'ব।" কথাখিনি শুনি কান্দুৰাৰ প্ৰতি মোৰ শ্ৰদ্ধা বাঢ়িল। কান্দুৰাই বাৰু সকলো বস্তুতে 'গণেশ' দেখা হৈছেনেকি? নহ'লে মোৰ ঘৰতে প্ৰসাদ আগবঢ়ালে বাবাই পাব বুলি ইমান দৃঢ়ভাৱে কেনেকৈ ক'লে?

সেইদিনাৰে পৰা কান্দুৰা ভকতক লগ পাবলৈ বৰ মন যোৱা হ'ল। কিন্তু কান্দুৰাক অকলে লগ পোৱা টান। প্ৰায় সকলো সময়তে যাত্ৰীৰ ভিৰ কম-বেছি পৰিমাণে থাকে। মাজে মাজে উমেশ বৰদলৈক লগত লৈ কান্দুৰাক লগ পাব বিচাৰো। এইজনা বৰদলৈ সেই বৰদলৈ পৰিয়ালৰ লোক। বৰ্তমান সেই হাউলীত থকাসকলৰ ভিতৰত তেওঁ মূখৰজন। বয়সত মোতকৈ ডাঙৰ। সত্তৰৰ দেওনা পাৰ হৈ গৈছে। আমাৰ স্কুলীয়া দিনৰে চিনাকি। সময়ে অসময়ে গৈ কান্দুৰাৰে কথা হওঁ। বৰ মনোগ্ৰাহী কথোপকথন। আমাৰ ফালৰ পৰা দহষাৰ ক'লে কান্দুৰা ভকতে এষাৰ কৈ কথা সামৰে। অভ্যাসৰ নৰ কৰ্ণ পথে কৰে শৰ—ঠিক যেন তেনেকুৱা। মন্দিৰত লগ পোৱা বিভিন্নজনৰ বক্তব্যও বিভিন্ন সুৰীয়া। সহজে বিশ্বাস কৰা টান। কিন্তু কওঁতাৰ সৰলতালৈ লক্ষ্য কৰি মিছা বুলিও একে আষাৰতে উৰাই দিব নোৱাৰি। সেয়ে কেইটিমান ঘটনাৰ কথা উল্লেখ কৰাৰ মোহ সামৰিব নোৱাৰিলো।

এহাল দম্পতিৰ কথা। কোনোবা আগৰৱাল পৰিয়াল। দুয়ো আদহীয়া। চল্লিছ-পঞ্চাছ বছৰমান বয়সৰ। সদায় মন্দিৰলৈ আহে। প্ৰসাদ আগবঢ়াই দান-দক্ষিণা দিয়ে, সাষ্টাঙ্গে বহু সময় ধৰি দীঘলীয়া প্ৰণাম জনায়। কিছুদিনৰ পিছত তেওঁলোকে জনালে যে তেওঁলোক সন্তানহীন। সেয়ে এটি সন্তানৰ কাৰণে মানস কৰি এই ব্ৰত লৈছে। কেতিয়াবা কান্দুৰা ভকতৰ পৰাও আশীৰ্বাদ

বিচাৰে। কান্দুৱাই বাবাৰ আগত প্ৰাৰ্থনা জনাবলৈ কয়। সেইদৰেই প্ৰায় বছৰ বাগৰি যায়। এদিন দুয়ো কান্দুৱাৰ পৰা আশীৰ্বাদ বিচাৰিলে। একোতেই ক্ষান্ত নহয়। নিৰুপায় হৈ কান্দুৱাই 'বাবাই দিব যাওক' বুলি আওপকীয়া আশীৰ্বাদ জনালে। বৰ আচৰিত কথা। তাৰ কিছুদিন পিছতে মহিলা গৰাকীয়ে গৰ্ভধাৰণ কৰিলে। সেই অৱস্থাতো তেওঁলোক নহাকৈ নাথাকিল। আগৰ দৰেই নিতৌ প্ৰণাম জনাবলৈ আহে। প্ৰায় দহমাহ পাৰ হ'ল। এটি পুত্ৰ সন্তান লাভ কৰিলে। কিন্তু সিমানতে প্ৰাৰ্থনাৰ শেষ নপৰিল। মাহেকীয়া স্নানৰ পিছদিনাই দম্পতিহাল আকৌ আহিল। অকলে নহয়। এইবাৰ দুজনৰ ঠাইত তিনিজন। এখন আগলতি কলপাতত উদং গাৰে কেঁচুৱাটি মেৰিয়াই আনি গণেশ মূৰ্তিৰ আগত সেই ধৰণেই লাহেকৈ শুৱাই দিলে। এজাক যাত্ৰী আছিল। কেঁচুৱাটিৰ কান্দোনত সৰু মন্দিৰটি তাল-ফাল হ'ল। সকলোৱে কেঁচুৱাটি তুলি ল'বলৈ খাটিলে। কিন্তু মাক-বাপেকৰ তালৈ ভ্ৰূক্ষেপ নাই। দুয়ো সাষ্টাঙ্গে দীঘলীয়া প্ৰণিপাত জনাই প্ৰসাদ বিতৰণ কৰি আনন্দ মনেৰে আঁতৰি গ'ল।

সিদিনাৰে পৰা আজি চাৰি-পাঁচ বছৰে সেই দম্পতিহালৰ শুংসূত্ৰ নাই। হয়তো তেওঁলোক এই নগৰ এৰি ক'ৰবালৈ আঁতৰি গ'ল।

'৭৮ চনৰ কথা। এদিন দুপৰীয়া। মন্দিৰত পূজা চলিছে। পাঁচ-ছয়জন লোকে প্ৰসাদৰ কাৰণে অপেক্ষা কৰিছে। কান্দুৱা ভকতে মূৰ্তিৰ আগত বহি নাম লৈছে। এনেতে এডাল বিয়াগোম সাপ আহি মন্দিৰৰ মজিয়াত সোমাল। কোনোবা আঁতৰি পলাল, কোনোৱে 'সাপ' 'সাপ' বুলি চিঞৰিলে। কান্দুৱা ভকত নাম গোৱাত ব্যস্ত। কোনো ভ্ৰূক্ষেপ নাই। চাই থাকোতে সাপডালে কান্দুৱাৰ পিঠিয়েদি উঠি কান্ধেৰে বগাই আঁতৰি গ'ল। ঘটনা দেখি সকলো শঙ্কিত হ'ল। সেই সকলৰ লগত উমেশ বৰদলৈ আৰু তেওঁৰ ভায়েক সুৰেন বৰদলৈও (কণ) আছিল। ঘটনাটো ডাঙৰজনৰ মুখত শুনিছিলো। তেওঁ ক'লে, "মোৰ চকুৰ অসুখ। মই 'সাপ' 'সাপ' কৰাহে শুনিলো। কণে মোক আলিবাটলৈ উলিয়াই থলে পিছতহে ঘটনাৰ সম্পূৰ্ণ বিৱৰণ শুনিলো।"

অলপতে কণক পালো। মন্দিৰত। কথাটো সুধিলো। কণে হুবহু সেই ঘটনাটো দোহাৰিলে।

কান্দুৱা ভকতৰ বিষয়ে সবিশেষ জানিবলৈ যত্ন কৰিছো। বহুতৰ মুখত বহু কথা শুনিছো। নিজেও কথা হৈছো। কান্দুৱা দেখিবলৈ আপচু। বৰ কৰ্কশ যেন লাগে। কিন্তু কথা পাতিলে ভুল ভাঙে। জীৱৰ দুখৰ কথা শুনিলে কান্দুৱাৰ আপোনা-আপুনি চকুপানী ওলায়। তাহানিৰ কথা এটা ভালকৈ মনত আছে। ৫৫ চনৰ কথা। সেইদিনা আছিল ২৭ জানুৱাৰী।

পুৱা ৭-৩০ বজাত অসমৰ ভোলানাথ পুৰুষ প্ৰিন্সিপেল জে. বৰুৱাই স্বৰ্গাৰোহণ কৰে। বাতৰি বিয়পাৰ লগে লগে তেওঁৰ গুণমুগ্ধ লোকসকলে পঞ্চৱটীৰ 'অভিৰাম'লৈ গৈ শ্ৰদ্ধা নিবেদন কৰে। সেইদিনা এই কান্দুৱাই লতাশিলৰ পৰা পঞ্চৱটীলৈকে হুৰাওবাৰে কান্দি ঢাপলি মেলিছে। তেতিয়া কান্দুৱা ভকত নহয়—পৌৰ সভাৰ টোপোলা কঢ়িওৱা বনুৱা। আজিও জে. বৰুৱাৰ কথা ওলালে কান্দুৱাই শ্ৰদ্ধাত মূৰ দোঁৱায়। বৰুৱাদেৱৰ মৰমবোৰ সুঁৱৰি চকুপানী টোকে। মুখ ফুটাই একো ক'ব নোৱাৰে।

বৰুৱাৰ শকত নৰিয়াৰ সময়তো এটি ঘটনা ঘটিছিল। হস্পিতেলত। বৰুৱাৰ অসুখ বুলি শুনি কান্দুৱা ওলাল দেখা কৰিবলৈ। কুতুৰি কুতুৰি বাবুদাক (উমেশ বৰদলৈ) লগ ল'লে। কিন্তু হস্পিতেলৰ কোঠাত সোমোৱা নিষেধ। মানাহি কাকত আঁৰি থৈছে। দুৱাৰ বন্ধ। বাহিৰৰ পৰা চিঞৰিলে, "দেউতা, মই আহিছো।" এজনে ভিতৰৰ পৰা দেখা কৰিব নোৱাৰিব বুলি ক'লে। বৰদলৈয়ে তাক উভতি আহিবলৈ ক'লে। কিন্তু কান্দুৱাই নুশুনে। আকৌ চিঞৰিলে, "দেউতা মই আহিছো।"

"কোন, হলীৰাম। please ask him to come in." নৰিয়া-পাটীৰ পৰাই বৰুৱাই আদেশিলে। ৰখীয়া, পৰীয়া, নাৰ্চ, ডাক্তৰ সকলো আচৰিত হ'ল। দুৱাৰ মেল খালে। কান্দুৱাই গৈ বৰুৱাৰ ভৰি-পথানত থিয় হৈ বৰুৱাৰ মুখলৈ চালে। বৰুৱাই আৰু ওচৰলৈ হাত-বাউল দি মাতি নি মূৰত ধৰি ফুটা-নুফুটা স্বৰেৰে ক'লে, "ঈশ্বৰে মঙ্গল কৰক ব্ৰহ্ম কৃপাহি কেৱলম্।"

আজিও মঙ্গলবাৰে মঙ্গলবাৰে গণেশ বাবাৰ উদ্দেশ্যে প্ৰসাদ আগবঢ়াওঁ। নিজৰ ঘৰতে। সঁচাকৈয়ে নিগনি-এন্দুৰৰ উৎপাত কমিছে। বহি-পত্ৰ-কিতাপ কিছুদিন কুটা নাই। কিন্তু ই পূজাৰ কাৰণে হৈছে নে অন্য কাৰণত হৈছে, ধৰিব পৰা নাই। পোনপটীয়াকৈ বিশ্বাস কৰিবলৈ টান পাইছো। যুক্তিয়ে যেন বাধা দিয়ে। তাতে বিজ্ঞানৰ ছাত্ৰ আছিলো। কথাবোৰ সদৰি কৰিবলৈকো সংকোচ হয়। 'বিশ্বাসে মিলয় হৰি—তৰ্কে বহু দূৰ' আপ্তবাক্যও সঁচা। কিন্তু তেনে বিশ্বাস থাপিবলৈ স্থিৰ মনৰ প্ৰয়োজন। কান্দুৱাৰ দৰে হ'ব লাগে। কান্দুৱা ভকতে বাৰু সকলোতে 'গণেশ' দেখা হৈছেনেকি? নহ'লে ঘৰতে প্ৰসাদ আগবঢ়ালে—বিচৰা ফল পাম বুলি কেনেকৈ ক'লে। পণ্ডিতে বিভিন্ন পুথিৰ পৰা বচন আওৰাই কিন্তু কান্দুৱা ভকতৰ দৰে সৰলচিতীয়া লোকে অন্তৰৰ অনুভূতিৰ পৰাই কথা কয়। পুথিৰ লেখা পুথিতে থাকে। কলিজাৰ কোঁহত এওঁলোকে বিশ্বাসৰ বৰদৌল সাজে।

এই গণেশ মূৰ্তিটো সৰু। দুই বা আঢ়ৈ ফুটমান ওখ হ'ব। কিন্তু বৰ চিকুণকৈ কটা। নিপুণ খনিকৰৰ হাতৰ কাম। সেই ঠাইলৈ মূৰ্তিটো ক'ৰ

পৰা আহিল? কথাটো জানিবলৈ বৰ খুদুৱনি লাগে। অঞ্চলৰ চিনাকি মানুহ বিচাৰি বহুতৰ ওচৰ চাপিলো। বুৰঞ্জীবিদ বা প্ৰত্নতাত্ত্বিকৰ ওচৰত নহয়। পোনতে যুগল দাদাৰ (যুগল দাস) ওচৰ চাপিলো। তেওঁ মূৰ্তিটো ক'ৰ পৰা আহিল সঠিককৈ ক'ব নোৱাৰিলে। থোৰতে ক'লে,"শুক্ৰেশ্বৰৰ পৰা উজাই ছত্ৰাকাৰলৈকে আৰু উগ্ৰতাৰা মন্দিৰকে ধৰি এই অঞ্চলত আৰু দেৱ-দেৱীৰ মন্দিৰ আছিল যেন লাগে।" তেওঁ পুৰণি অসম বুৰঞ্জীত বিচাৰি চাবলৈকে উপদেশ দিলে।

ৰামৰাজ ওঝাৰ মতে মূৰ্তিটো থকা ঠাইডোখৰ বৰ জয়াল ঠাই। দেৱভূমি। তাত হেনো নিশা দেৱধ্বনি শুনা যায়। এই পৰিপ্ৰেক্ষিতত কান্দুৰা ভকতৰ কথাও মন কৰিবলগীয়া। কান্দুৰাৰ মতে মাজে মাজে দুপৰ নিশা মন্দিৰৰ পিছফালে কোনোবাই গুণগুণাই কথা পাতে।

এই চৌহদতে থকা কমিছনাৰৰ কোঠাত তাহানি ছেটেলমেণ্ট অফিচ বহিছিল। ঘাই বিষয়া আছিল শশী বৰুৱা। প্ৰধান কৰ্মচাৰী আছিল ললিত চন্দ্ৰ বৰুৱা। বৰ্তমান লালুকত। সেয়ে ললিত বৰুৱাৰ ওচৰলৈকে গ'লো। কথাটো উলিয়ালো। ৰামৰাজ ওঝাই কোৱা কথাও ক'লো। বৰাই ক'লে, "হ'ব পাৰে। দিনতে ঠাইডোখৰ বৰ গহীন লাগে। কেইবাদিনো এডাল বিয়াগোম সাপ আহি অফিচত সোমাই চাৰিওফালে ঘূৰি-পকি ওচৰতে থকা বৰ গছত উঠৈগে। পোনতে বৰ ভয় খাইছিলো। পিছত ভয় কমিল। তথাপি সাপ, কাৰ ভয় নালাগিব! পিয়ন-চাপ্ৰাচীকেইটাই এভাগ পূজা পতাৰ কথা পাঙিছিল। কিন্তু পূজা পতা আৰু নহ'ল।"

ঠাইডোখৰ সঁচাকৈয়ে ৰহস্যময়। এদিন দুপৰ নিশা হেনো ন্যায়াধীশৰ বঙলাৰ চন্তৰিয়ে আহি 'বাবা বাবা'কৈ চিঞৰিলে। কান্দুৰা ভকতে উঠি কি হ'ল বুলি সুধিলে। চন্তৰিজনে এজন পাগুৰি মৰা মানুহ মন্দিৰৰ ভিতৰ সোমাই যোৱা বুলি ক'লে। কিন্তু দুৱাৰ দুয়োফালে বন্ধ আছে। কেনেকৈ সোমাব। চন্তৰিয়ে কয়—বহু সময় সেই মানুহজন মন্দিৰৰ পিছফালে থিয় হৈ আছিল। টৰ্চৰ পোহৰত তেওঁ দেখা পাই 'কোন' বুলি চিঞৰিলে। তেতিয়াও মানুহজন অলৰ-অচৰ দেখি বন্দুক টোৱালে। লগে লগেই মানুহজন ভিতৰ সোমাল। কিন্তু ভিতৰতো নাই? সোমোৱাৰ বাট-পথো বন্ধ। সেয়ে হয় চন্তৰিৰ ভ্ৰম, নহয় অশৰীৰীয়ে শৰীৰ লৈ আহিছে। সত্যাসত্যৰ বিষয়ে সঠিক মন্তব্য কৰা কঠিন। সকলো ৰহস্যময়।

শেষত বুৰঞ্জীৰ পম খেদিলো। সেই উদ্দেশ্যে লৈ পুথিভঁৰাললৈ গ'লো। ডেকা বন্ধু ৰাম গোস্বামীৰে আলচিলো। গোস্বামীয়ে হিতেশ্বৰ বৰবৰুৱাৰ সদ্য-প্ৰকাশিত "আহোমৰ দিন" আৰু সৰ্বানন্দ ৰাজকুমাৰৰ "ছশ বছৰীয়া

আহোম শাসনৰ সোঁৱৰণী” উলিয়াই দিলে। “আহোমৰ দিন”ত গণেশ বা গণেশ পূজা সম্পৰ্কে কোনো কথাৰ উল্লেখ নাপালো। ৰাজকুমাৰৰ পুথিখনত গণেশ পূজা সম্পৰ্কে চমুকৈ লেখা এটি টোকা পালো। তাত লেখিছে, “অসমত অনেক ঠাইত সিচঁৰতি হৈ থকা শিৱলিঙ্গই প্ৰমাণ কৰে যে অসম এসময়ত শৈৱ-প্ৰধান দেশ আছিল। এই শিৱলিঙ্গবিলাকৰ ইতিহাস সঠিককৈ কোনেও ক'ব নোৱাৰে।

“অসমৰ অনেক ঠাইত পৰ্বতৰ গাত লাগি থকা ডাঙৰ ডাঙৰ শিলত গণেশৰ মূৰ্তি কাটি থোৱা দেখা যায়। কিন্তু গণেশৰ পূজা কৰা দৌল বা দেৱালয় চকুত নপৰে; বোধহয় অসমত আগতে গাণপত্য নাছিল। শিৱ-পাৰ্বতীৰ মন তুষ্ট কৰাৰ অৰ্থেই বোধহয় গণেশৰ মূৰ্তিবিলাক কটা হৈছিল।”

ৰাজকুমাৰৰ কথাৰ আলম লৈ বিচাৰিলে দেখা যায়, এই মূৰ্তি পৰি থকা ঠাইৰ ওচৰত তিনিফালে তিনিখন পুৰণি দেৱালয় আছে। শুক্ৰেশ্বৰ, ছত্ৰকাৰ আৰু উগ্ৰতাৰা দেৱালয়। মূৰ্তিটো উদ্ধাৰ হোৱা ঠাইৰ পৰা উগ্ৰতাৰা তেনেই ওচৰত। সম্ভৱতঃ এই মন্দিৰলৈ যোৱা পথৰ কোনো এঠাইত এই মূৰ্তি খোদিত কৰা আছিল। দেশ ইংৰাজৰ শাসনলৈ অহাত আলি-পদূলি আৰু নিজৰ বাস-ভৱন ৰুচিৰে সাজি লোৱা সময়তে এই মূৰ্তি সেই ঠাইতে খহি পৰে। ই সম্ভাৱনাহে, সঠিক গৱেষণা নহয়। নতুবা উমানন্দ দৰ্শনলৈ যোৱা যাত্ৰীসকলৰ সিদ্ধি লাভৰ কাৰণে এই মূৰ্তি লুইতৰ পাৰৰ কোনো এঠাইত খোদিত আছিল। হয়তো এই চৌহদতেই কিবা জাগ্ৰত দেৱতাৰ মন্দিৰ আছিল।

১৯৮১ চন। ডিচেম্বৰ মাহৰ ৪ তাৰিখ। গধূলি! গণেশ মন্দিৰৰ ওচৰতে থকা চাৰিআলিৰ চাওত বহি এনেয়ে ইটো-সিটো কথা পাতি আছো। কথা প্ৰসঙ্গতে গণেশ মন্দিৰৰ কথা ওলাল। সৰসী দাসে ক'লে, “কান্দুৰাই বৰ মলিয়ন কাপোৰ পিন্ধে। গেৰুৱা কাপোৰ পিন্ধিবলৈ ক'ব লাগে। পিন্ধিলে মই এখন চিল্কৰ গেৰুৱা ধুতি দিম।”

জীৱেশ্বৰ চক্ৰৱৰ্তীয়ে এখন চাদৰ দিয়াৰ কথা তুলিলে। দুৰ্গা চৌধুৰী, নৰেন ফুকন, শশী গোস্বামী আটায়ে কথাটো শলাগিলে।

অৱনী দাসে ক'লে, “এখন ধুতিৰে সুবিধা নহ'ব। ময়ো এখন দিম বাওক।”

মেলত উমেশ বৰদলৈয়ো আছিল। তেওঁ জাঁপ মাৰি উঠিল। “নিপিন্ধে! নিপিন্ধে! কেতিয়াও নিপিন্ধে। তাক যদি ধোৱাই থোৱা কাপোৰ এখন দিয়া—নিপিন্ধে। ধূলি-বালি ঘহি মলিয়ন কৰি লৈহে পিন্ধিব। সি কাপোৰ নোধোৱে নাচাৰেও, তিয়াই পোনে পোনে মেলি দিয়ে। কাপোৰ ধুবলৈ

ক'লে কয়, 'তোমাক থুকুচিলে ভাল পাবা জানো?' কাপোৰ তিয়ালে নেচেপেও দুখ পাই ফাটি যায় বুলি।"

কথাটো শুনি আমি আটায়ে আচৰিত হ'লো। 'সৰ্ব জীয়ে দয়া' কথাষাৰ শুনিছো। কিন্তু নিৰ্জীৱ পদাৰ্থৰ প্ৰতিও এই মনোভাব বিশেষ মন কৰিবলগীয়া। কান্দুৰা ভকতে সকলোতে জীৱময় দেখেনেকি? কান্দুৰা ভকতকো কথাটো সুধিছিলো। কেৱল হাঁহিলে—একো উত্তৰ নিদিলে। বহুবাৰ প্ৰশ্ন কৰিও মই ব্যৰ্থ হ'লো।

তেইশ জানুৱাৰী। ১৯৮২ চন। ঘাই ডাকঘৰৰ পৰা উভতিছো। তেতিয়া দিনৰ ৩ বাজি ১৫ মিনিট পাৰ হৈছে। দেখিলো গণেশ মন্দিৰৰ দুৱাৰ খোলা। অসংখ্য বন্তি জ্বলি আছে। কান্দুৰা ভকত অকলে আছে। সোমালো। মোক দেখি ভকতো আগ বাঢ়িল। আন ফালৰ পৰা দেখিলো কণ (সুৰেশ বৰদলৈ) আহিছে।

"কান্দুৰাক কেইটামান কথা সোধো বুলি আহিছোহে কণ।"

"সোধক। তেওঁ ভালকৈ নুশুনে। আমি ক'লে হ'লে বুজি পায়। সোধক, কি সুধিব বিচাৰিছে।" কণে সকীয়ালে।

সুধিলো "তোমাৰ বাৰু এই মন্দিৰত থকা কিমান দিন হ'ল?"

"পঁচিশ বছৰমান হ'লনেকি?"

"মোৰ হিছাপত একৈশ বছৰ হয়—হয়নে?"

"হ'ব পাৰে।"

"এই মন্দিৰত আৰু কোনোবা থাকেনেকি?"

"থাকে! দুডাল সাপ আছে। বেৰাই-ঘৰে বগাই ফুৰে। সাধাৰণতে সেই দুডাল সেই বৰগছ জোপাত থাকে।"

"তোমাৰ সাপ দুডাললৈ ভয় নালাগেনে?"

"নাই, নালাগে। সিহঁতো আছে—ময়ো আছো।"

"তুমি কি মন্ত্ৰেৰে পূজা কৰা।"

"মই পূজা কৰিব নাজানো। মন্ত্ৰও নাজানো। নাম লওঁ, জপ কৰো।"

"কি নাম লোৱা?

"মই শৰণ লৈছো নহয়।"

"কাৰ ওচৰত?"

"আউনীআটীয় গোসাঁই প্ৰভুৰ ওচৰত। সেই নামকে লওঁ, জপ কৰো।"

শৰণ সংহিতা পঢ়িছিলো। মূল শ্ৰীশুকদেৱৰ লেখাখন নহয়। উমাকান্ত গোস্বামীয়ে অনুবাদ আৰু ব্যাখ্যা কৰাখন। তাত পাইছিলো, "মন্ত্ৰ (গুৰুদত্ত মন্ত্ৰ) শৰণ ধৰ্মীৰ প্ৰশস্ত নাম মন্ত্ৰই সংসাৰতাৰক মহাবিদ্যা—প্ৰেমৰ নিদান।"

আকৌ—"জপৰ দ্বাৰা চিত্ত স্থিৰ হয়, দৃঢ় ভক্তি জন্মে, ঈশ্বৰ দৰ্শন হয়; সৰ্বভয়ৰ নিবাৰণ হয় আৰু প্ৰেমোদয় হয়।" আজি মোৰ মানত কান্দুবাই যেন তাৰ ঋলন্ত আৰু জীৱন্ত সাক্ষী।

কান্দুবাক আজি বৰ ওচৰতে পাইছো। কান্দুবায়ো যেন আজি মুক্তভাৱে ওচৰ চাপিছে। সুধিলো, "তুমি বাৰু বাবাক দেখিছানে?"

কান্দুবাই হাঁহিলে, ক'লে, "দিনে-ৰাতিয়ে বাবাৰ ওচৰতে থাকো, বাবাক নেদেখিমনে?"

মই চক খাই উঠিলো। মোৰ কথাৰ আঁত হেৰাই গ'ল। অলপপৰ টলকা মাৰি সুধিলো, "তুমি বাবাৰ লগত কেতিয়াবা কথা পাতিছানে?"

"মই বাবাক সেৱা কৰিবলৈহে আছো।"

ধৰা দিও যেন ধৰা দিব নোখোজে। কণক ক'লো, "তুমি বাৰু সোধাচোন।"

কণে ক'লে, "নহয় আপুনিয়েই সোধক।" সুধিবলৈ সাজু হৈছো। দুজন যাত্ৰী আহি ওলালহি! ঘূৰি চাই দেখো পিছফালে চাৰি-পাঁচ গৰাকী গাভৰু ছোৱালী। সুদা ভৰিবে ধূপ, বেলপাত লৈ দুৱাৰ মুখত থিয় দিছেহি।

মনত পৰিল—আজি মঙ্গলবাৰ! আজিৰ দিনত গণেশৰ আগত পূজা দিলে শুভ ফল পায়।

কান্দুবাই সেই ভকতীয়া প্ৰণামটি জনালে। মই বুজি পালো। মোক বিদায় দিছে। মন্দিৰ এৰি ৰাজআলিত উঠিলোহি। মনত বহু কথাই খুদুৱনি লগালে। কান্দুবাই দেখিছো গণেশ বাবাৰ ওচৰতে নিজক অৰ্পণ কৰিছে। সম্পূৰ্ণ আত্ম-সমৰ্পণ। ই সহজ কথা নহয়। কান্দুবা দেখিছো এই ক্ষেত্ৰত সফল হৈছে। কান্দুবাৰ প্ৰতি মোৰ শ্ৰদ্ধা আৰু দুগুণে চৰিল। সঁচা কথা। মানুহে নিজক ইচ্ছানুযায়ী গঢ় দিব পাৰে। লাগে ঐকান্তিকতা আৰু বিশ্বাস। সবলতা। মনৰ আৰু হৃদয়ৰ।

"বৈকুণ্ঠকো পৰিহৰি যোগীৰো হৃদয় এৰি
থাকা হৰি সাক্ষাতে তথাত"—

ঘোষাফাকি হঠাৎ মনলৈ আহিল। তাকেই গুণ-গুণাই মই ঘৰলৈ বুলি খোজ ল'লো।

# নুৰুদ্দিন

......নুৰৰ দোকানৰ পট্টা নাই, লাইচেঞ্চ নাই, টেক্স-খাজানা একো নাই। সকলো ফালৰ পৰাই নুৰ বা নুৰৰ দোকান মুক্ত।

......'নুৰ বৰ বেয়া বতৰহে, যাব পাৰিবাতো?'

'কিয় নোৱাৰিম। জীৱনত কত দুৰ্যোগত পাৰ হৈছো। পাৰিম। আহোঁ দিয়ক। এইয়া বৰষুণহে।'

নুৰুদ্দিন। নুৰুদ্দিন নুবুলি নুৰ বুলিলে হয়তো বহুতেই চিনি পাব। তাতোকৈ সহজ চিনাকি হ'ব নুৰৰ দোকান বুলিলে। নুৰৰ দোকান বুলিলে উজান বজাৰৰ বুঢ়া, ডেকা, জীয়াৰী-বোৱাৰী আনকি পাঠশালাৰ ছাত্ৰ-ছাত্ৰীসকলেও পোনেই চিনি পাব। তদুপৰি গুৱাহাটীৰ খেলা-ধূলা, নাট-ভাওনা, সাহিত্য-সংস্কৃতি বা ৰাজনীতিত বাপ থকা চাম মানুহে নুৰৰ দোকান বুলিলে সহজেই বুজিব পাৰিব। কিয়নো দোকানখন পুৰণি—অতি পুৰণি। চকু গজা বয়সৰে পৰা আজি প্ৰায় আঢ়ৈ কুৰি বছৰে নুৰে এই দোকানখন বুকুত সুমুৱাই আটোমটোকাৰি কৰি জীয়াই ৰাখিছে আৰু দোকানখনেও নুৰক চৰায়ে নিজৰ পোৱালিক বুকুৰ উম দি ৰখা দি ৰাখিছে বহু দিন বহু বছৰ। সঁচা কথা, ১৯৮৩ চনত নুৰৰ দোকানৰ সোণালী জয়ন্তীৰ বছৰ।

দোকানখনৰ কাৰণে নুৰে জীৱনত কম, লটি-ঘটি হ'বলগীয়া হোৱা নাই। লতাশিল পথাৰৰ উত্তৰফালে বৰ চেগুণৰ গছ। গছৰ তলতে এটি সৰু মূঢ়াত বহি আগত এটি পেকিং বাকচ লৈ নুৰে দোকানদাৰী কৰে। লতাশিল পথাৰ আজিৰ দৰে নিমাও-মাও কেঁচু-কুমটিৰে ভৰা পথাৰ নহয়। তেতিয়া আছিল এইখন খেলাৰ পথাৰ—এতিয়া হ'ল মেলাৰ পথাৰ। তেতিয়াৰ লতাশিল পথাৰত খেলিছিল স্বনামধন্য লোকপ্ৰিয় বৰদলৈ, কৃতী খেলুৱৈ ৰত্নপাল দাস, নবীন শৰ্মা, আজাহাৰ আহমদ, প্ৰবোধ লাহিড়ী, শ্ৰীঅমূল্য বৰদলৈ, শ্ৰীধৰণী চৌধুৰী, শ্ৰীশৰৎ দাস (গোবৰ), শ্ৰীভৰত চৌধুৰী, শ্ৰীপ্ৰভাত হাজৰিকা, শ্ৰীনৃপেন ভট্ট, শ্ৰীদুৰ্গা চৌধুৰী, শ্ৰীনলিনী চৌধুৰী (পিলিক), নাৰায়ণ দাস (লুলু), শ্ৰীপদ্ম চৌধুৰী (কুনকুন) আদিয়ে খেলৰ যুৰঞ্জীত নাম জিলিকাই ৰাখিছে। সেই সময়ৰ ক্ৰিকেট খেলত শ্ৰীপ্ৰবীণ ফুকন, শ্ৰীপ্ৰেম চৌধুৰী, শ্ৰীমহেন্দ্ৰ মেধিৰ বলৰ পৰা ৰক্ষা পৰিবলৈ নুৰে দোকান সমস্তিতে ইফালৰ

পৰা সিফাললৈ লৰি-ঢাপৰি যুৰাৰ কথা আজিও আমাৰ মনত পৰে। নুৰৰ বয়স তেতিয়া ৯/১০ বছৰমান হ'ব।

নুৰ বা নুৰৰ দোকানৰ দ্বিতীয়বাৰ দুৰ্যোগ আহে দ্বিতীয় মহাসমৰৰ সময়ত। হিটলাৰ, মুচলিনিৰ অভ্যুত্থান আৰু বিশ্বযুদ্ধৰ ঘোষণাৰ লগে লগে যুদ্ধৰ প্ৰভাব নুৰৰ দোকানৰ ওপৰত পোনপটীয়াকৈ পৰে। লতাশিল খেল-পথাৰ খেলাৰ পথাৰৰ পৰিবৰ্তে সৈন্যৰ শিবিৰলৈ ৰূপান্তৰিত হ'ল। নুৰ বা নুৰৰ দোকান ৰীতিমতে উচ্ছেদ নহ'লেও নিজে স্থানান্তৰিত হ'বলগীয়া হ'ল। লেম্ব ৰ'ড আৰু ভুবন ৰ'ডৰ সঙ্গম স্থলত ৰাজআলিৰ নৰ্দমাৰ ওপৰত নুৰৰ দোকান আহি বহিল। বাঁহৰ দলঙেৰে পাৰ হৈ গ্ৰাহক নুৰৰ দোকানলৈ যাব পৰা ব্যৱস্থা হ'ল। স্থান এৰিলে মান এৰাৰ সমান—কিন্তু নুৰৰ দোকানৰ ক্ষেত্ৰত ইয়াৰ বিপৰীত পৰিলক্ষিত হ'ল। বাকচ গুচি এইবাৰ চালি দিয়া 'গুমটি' হ'ল। ৰ'দ-বৰষুণে সহজে নুৰক নোপোৱা হ'ল। আগৰ দৰে বৰষুণ দিলে দোকানখন কোলাত লৈ নুৰ পলাবলগীয়া নোহোৱা হ'ল।

কিন্তু সিমানতে নুৰ বা নুৰৰ দোকানৰ দুৰ্যোগৰ সামৰণি নপৰিল। ১৯৫২ চনৰ মাজ ভাগ। এদিন দুপৰীয়া। এজন হাকিম আৰু চাৰি-পাঁচজন ৰঙা পুলিচ আহি নুৰৰ দোকানৰ সন্মুখত থিয় হ'লহি। ওচৰৰে বৰদলৈ পৰিয়ালৰ ডেকা উমেশ বৰদলৈয়ে আগবাঢ়ি আহি সুধিলে, "কি হ'ল কিবা চুৰি-ডকাইতি, হ'লনেকি?"

"নহয়। এই দোকানখন কোনে ইয়াত পাতিছে। এইখন উচ্ছেদ কৰিবলৈ হুকুম হৈছে।"

"হেৰি! উচ্ছেদ নকৰিব। বৰ নিৰীহ ল'ৰা। তেনেই ছাল-ছিগা। এইখনৰ পৰা টকাটো-শিকিটো আৰ্জি খাইছে। সি ভাত খাবলৈ গৈছে। আহিলে ময়ে ক'ম—দোকানখন ইয়াৰ পৰা সি নিজেই উঠাই নিব।"

"নহয়, আমি বাট চাব নোৱাৰো। চৰকাৰৰ আদেশ। ভাঙিবই লাগিব।" এইবুলি হাকিমে চিপাহীহঁতক আদেশিলে। বৰদলৈ লৰি গৈ তিলক দাসৰ কাষ চাপিল। সেই সময়ত দাসৰ লগত গায়ক বলোৰাম দাস, যোগেশ বৰকাকতী (মেমেৰা মেধি) যোগেন বৰদলৈ, শিব্ৰ দাস আদিয়ে কথা পাতি আছিল। তেওঁলোক লৰি আহিল। কিন্তু আহি পোৱাৰ আগতেই চৰকাৰী মানুহে নুৰৰ দোকান নৰ্দমাত বগৰাই দি গুচি গ'ল। কিন্তু এওঁলোক সকলোৱে ধৰি 'প্ৰলয় জল'ৰ পৰা বেদ উদ্ধাৰ কৰাৰ দৰে পৌৰসভাৰ গেলা নৰ্দমাৰ পৰা 'নুৰৰ দোকান'খন উদ্ধাৰ কৰি ভুবনৰাম দাসৰ চৌহদৰ ভিতৰ সুমুৱালে। ভাত-পানী খাই আহি নুৰে দেখে যে তাৰ দোকানখন নাই। এওঁলোকে সকলো ভাঙি-পাতি ক'লে। নুৰে নিৰলে সকলো শুনিলে। তাৰ মুখৰ পৰা

ওলাল, "চৰকাৰৰ খতিয়ানত নাম উঠালো। এতিয়া খোদাৰ খতিয়ানত বা কেতিয়া নাম উঠে। দোকানখনৰ লগতে মোকো বগৰাই থোৱা হ'লেই দেখোন ভাল আছিল।" এইবুলি নুৰে এটি দীঘল হুমুনিয়াহ পেলালে।

নুৰৰ দোকানখন এতিয়া ক'ত পাতে তাৰ চিন্তা আৰু দায়িত্ব যেন নুৰৰ নহয়—ওচৰ-চুবুৰীয়া আৰু নুৰৰ শুভাকাঙ্ক্ষীসকলৰহে। তেওঁলোকে সিদ্ধান্ত কৰিলে ভুবনৰাম দাসৰ চৌহদৰ দেৱালৰ ওপৰতে ইয়াক প্ৰতিষ্ঠা কৰা হওক। যেনে ইচ্ছা তেনে কাম। সেই দেৱালৰ ওপৰতে নুৰৰ দোকান বহিল। কিন্তু কেইমাহমান পিছতেই আকৌ সমস্যাই দেখা দিলে। উৰুলি যোৱা দেৱালখনৰ মেৰামতি কৰি ছয় ফুট ওখ কৰাৰ পৰিকল্পনা হ'ল। অৱশ্যে শেষত যেনিবা নুৰৰ একো ক্ষতি নহ'ল। দোকানৰ ছয় ফুট এৰি দেৱাল বন্ধোৱা হ'ল। সেই ছয় ফুটত নুৰৰ দোকানেই চৌহদৰ দেৱাল সদৃশ হ'ল। দোকানৰ সন্মুখত ঝাপখন জপাই দিলে দোকানে-দেৱালে একাকাৰ হয়। তেতিয়াৰ পৰাই নুৰৰ দোকানৰ চিৰস্থায়ী বন্দবস্তী হ'ল। নুৰৰ দোকানৰ পট্টা নাই, লাইচেঞ্চ নাই, টেক্স-খাজনা একো নাই। সকলো ফালৰ পৰাই নুৰ বা নুৰৰ দোকান মুক্ত—আনকি ১৪৪ ধাৰাৰ পৰাও।

দোকানৰ সন্মুখত চৰকাৰী আলি। আগৰ ট্ৰেংগু ৰ'ড—এতিয়া মহাত্মা গান্ধী ৰ'ড। দোকানৰ বিপৰীতে ওখ ফুটপাথ। দোকানৰ সন্মুখৰ ফালে চাৰি-পাঁচ ফুট ঘাঁহনি। তাতে তিনিটা ইটাৰ গাঁথনিত এচটা কাঠ পাৰি বেঞ্চৰ দৰে কৰি থোৱা হৈছে। আনফালে এটি ভঙা পিলাৰ পৰা আছে। এইখিনিৰ দোকানৰ লগত দেখাত পোনপটীয়া একো সম্বন্ধ নাই। কিন্তু আচলতে নুৰ আৰু নুৰৰ দোকানৰ এইখিনিয়েই সৰ্বস্ব, জিউলাউ। ইয়াত দোকানৰ গুণগ্ৰাহী গ্ৰাহকসকল বহে। গধূলি গ্ৰাহকৰ ভিৰ হয়। কিন্তু নিকিনা গ্ৰাহক। এই গ্ৰাহকসকলৰ বহুতেই হয়তো নুৰৰ দোকানত কি কি বস্তু বিক্ৰী হয় তাকেই ভালকৈ নাজানে। কিন্তু তেওঁলোকে দৈনিক নুৰৰ দোকানৰ সন্মুখত জুম পাতি থাকে। গধূলি বহুতে নিজৰ বহু কাম পেলাই থৈয়ো নুৰৰ দোকানলৈ লৰ দিয়ে। এইসকলৰ বহুতে ফাৰ্ষ্ট শ্ব' চিনেমা নাচায়। চিনেমা চাবলৈ হ'লে 'মেটিনি বা ৰাতিৰ শ্ব'ত টিকট কাটে; আৰু পৰিবাৰক বা পৰিয়ালক সন্ধিয়াৰ শ্ব'ৰ টিকট নাপালো বুলি আভুৱা ভাঁৰে।

নুৰৰ দোকানৰ বৈঠকলৈ কোন কোন আহে বুলি প্ৰশ্ন কৰিলে উত্তৰ দিয়া সহজ নহয়—কিন্তু কোন কোন নাহে বুলি সুধিলে হয়তো উত্তৰ দিয়াত সহজ হ'ব।

বিশ্ববিদ্যালয়ৰ উপাচাৰ্যৰ পৰা আৰম্ভ কৰি মন্ত্ৰী, ভগা মন্ত্ৰী ৰাজনীতিবিদ, বিপ্লৱী, বেকাৰ, ৰাজহ বিভাগৰ বিষয়া, ডাক-তাঁৰ বিভাগৰ বিষয়া, কৰ্মচাৰী,

যেনেকুৱা বিষয়া, পিয়ন, চকীদাৰ, উদ্যোগপতি, ব্যৱসায়ী, কথাছবিৰ পৰিচালক, সঙ্গীত পৰিচালক, অভিনেতা, খেলুৱৈ, বাতৰি কাকতৰ সম্পাদক, বাতৰি যোগনিয়াৰ আদি কৰি সকলো আছে। থূপতে ক'বলৈ গ'লে নহা লোকৰ সংখ্যা কম, কিন্তু অহা লোকৰ সংখ্যা হেজাৰ-বিজাৰ—মাছৰ ফলীৰ দৰে। ইয়াৰে কিছুমান স্থায়ী আজীৱন সভ্য, কিছুমান সাধাৰণ উৰণীয়া সভ্য। দেখাত অৱশ্যে একালে ঘাটি থকা যেন লাগে। মহিলা সভ্যা নাই। উপস্থিতিৰ ফালৰ পৰা সেইটো সত্য হ'লেও দৰাচলতে সেইটো নহয়। নুৰৰ দোকানক সমীহ বা তাৰিফ কৰা মহিলাৰো অভাৱ নাই। এদিন উচ্চ শিক্ষা পোৱা এগৰাকী মহিলাই আনৰ আগত স্বীকাৰ কৰিছিল, "এইখন দোকানৰ কথা মোৰ মৰণ কাললৈকে মনত থাকিব। পি. ইউ. পৰীক্ষাৰ পৰা এম. এ. পৰীক্ষালৈকে পৰীক্ষাৰ 'ৰুটিন' আৰু ৰিজাল্ট মই এই নুৰৰ পৰাই সংগ্ৰহ কৰিছিলো।" সঁচা কথা, তাহানি অসমৰ স্কুল-কলেজসমূহ কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত থকা কালৰ পৰা নুৰৰ দোকানত এনেবোৰ পৰীক্ষাৰ 'ৰুটিন' আৰু ফলাফল পোৱা গৈছিল। ১৯৭৬ চনৰ চেকেণ্ড এম. বি. বি. এছ, পৰীক্ষাৰ ফলাফল ওলাল। মোৰ দ্বিতীয় ল'ৰা অঞ্জনো পৰীক্ষাৰ্থী। সি নাই, উজনিত ফুৰিবলৈ গৈছে। গধূলি ঘৰ সোমাই কথাটো গম পালো। লগৰ ল'ৰা কেইবাজনকো সুধিলো। নাই, তাৰ ৰল নম্বৰ নজনাৰ কাৰণে চাব নোৱাৰিলে। বাতৰি কাকতৰ অফিচত ফোন কৰি সুধিলো—অসমৰ ফোন 'মুদ' নহ'লে নাবাজে। ওলাই গ'লো। ভতিজা ছোৱালীজনীয়েও পৰীক্ষা দিছিল। তাই পাছ হৈছে—কিন্তু ইয়াৰ নম্বৰ নজনাৰ কাৰণে ফলাফল চাই আহিব নোৱাৰিলে। পি. টি. আইৰ অফিচলৈ যাওঁ বুলি ওলালো। কিন্তু ভতিজা ছোৱালীজনীয়ে ক'লে, "নুৰৰ দোকানত পাব, তালৈকে যাওক।" নুৰৰ দোকানত তেতিয়া ভৰ বৈঠক বহিছে। তামোল বিচৰা ছলেৰে নুৰৰ কাষ চাপিলো। মোক দেখিয়েই নুৰে সুধিলে, "দাদা অঞ্জনে পাছ কৰিছে নে নাই? ৰিজাল্ট দিছে নহয়?"

"এৰা! সি দুলীয়াজানলৈ গৈছে—বিজাল্ট ল'ব পৰা নাই"

"ৰল নম্বৰ আছে? মোৰ তাত 'ৰিজাল্ট চিট' আছে নহয়।"

মিলাই চালো। সিও পাছ হৈছে। নুৰৰ দোকানত নাপায় কি? ৰেল-জাহাজৰ সময়, উৰাজাহাজৰ সময়—সকলো পাব। ২০ আগষ্ট, ১৯৮১ চন, গুৱাহাটী ষ্টেচনত ৰেল দুৰ্ঘটনা ঘটিল। সেইদিনা নুৰৰ বৈঠকত এই দুৰ্ঘটনাই ঘাই আলোচ্য বিষয় আছিল। ময়ো উপস্থিত আছিলো। মই নুৰক সুধিলো, "নুৰ, আজিকালি 'ৰেলৰে টাইম টেবুল' তুমি ৰাখা নে নাৰাখাহে? নাৰাখো দাদা! লাভ নাই। দেশ স্বাধীন হ'ল নহয়, ৰেল-জাহাজবোৰো স্বাধীন হ'ল। নিজ ইচ্ছামতে অহা-যোৱা কৰে। সময়ৰ ধাৰ-ধাৰি নাই। মানুহক ৰেল-জাহাজৰ

টাইম কৈ লাজতহে পৰিব লাগে। সেয়ে এইবোৰ এৰি দিছো” নুৰে টিপ্পনী কাটিলে।

নুৰৰ দোকানৰ আকৰ্ষণ ক'ত? নিজে আহি অনুভৱ নকৰিলে তাক কৈ বা লেখি বুজাব নোৱাৰি। তথাপি স্বৰ্গীয় হেম বৰুৱাৰ এখন চিঠিৰ উদ্ধৃতি দিয়াৰ লোভ সামৰিব নোৱাৰিলো। চিঠিখন লেখিছিল পুষ্প চৌধুৰী (সৰু বাপ) লৈ ১৯৫৭ চনৰ ১৯ মে' তাৰিখে। চিঠিখনৰ সম্পূৰ্ণ উদ্ধৃতি নিদি নুৰৰ দোকানৰ বিষয়ে লেখা কথাখিনি তুলি দিলো ঃ

৫৯ বি চাউথ এভিনিউ
নতুন দিল্লী
১৯ মে', '৫৭

মৰমৰ সৰু বাপ

....গধূলি সদনৰ পৰা উভতি আহোতে নুৰৰ দোকানত এপাক সোমাই আহিবৰ মন যায়। গধূলি বৰকৈ মনত পৰে। দিনতো ব্যস্ত হৈ থাকো.... নুৰৰ ভালনে? সদনত হোৱা আলোচনাৰ কথা বৈঠকত নিশ্চয় আলোচিত হৈছে।.....

হেম বৰুৱা

নুৰৰ দোকান বহলে ৬ ফুট ওখই ৩ ফুট। তাৰে তিনি ফুটত তাৰ দোকান। বাকী তিনি ফুটত তাৰ ৰন্ধনশালা। তিনি ফুটৰ ভিতৰতে চাউল, ডাইল, নিমখ, তেল আদি বিভিন্ন টেমাত সুন্দৰকৈ সজোৱা থাকে। বাকী তিনি ফুটত তাৰ দোকানৰ বিক্ৰীৰ কাৰণে অনা বস্তু ৰাখে। ৰন্ধনশালাত এটি সৰু কিন্তু শক্তিশালী ষ্টোভ। কথাছবি পৰিচালক নিপ বৰুৱাই দিয়া উপহাৰ। এই ষ্টোভতে পুৱা-গধূলি নুৰে ৰন্ধা-বঢ়া কৰে। নুৰৰ দোকানত ৰখা বস্তুৰ হিচাপ মই নিজে কেইবাদিনো কৰি চাইছিলো। সদায় প্ৰায় একেই পাই।

তামোল ১ পোণ, পাণ ১০/১২ গুচি, চিগাৰেট (তিনি বিধ)—৩ ডৰ্জন (বাকচ), বিড়ি—৪ পেকেট। পোনতে লুজনো ৰাখিছিল—পিছে দেখিলে এই লুজনে শিশুৰ স্বাস্থ্য হানি কৰে। সেয়ে সি এই বস্তু ৰখাতো কমাই দিছে।

এদিন দোকানৰ বিষয়ে সোধোতে নুৰে ক'লে, “মই তাহানি দোকান আৰম্ভ কৰোঁতে যি পৰিমাণৰ বস্তু ৰাখিছিলো আজিও প্ৰায় সিমানেই ৰাখো। কিন্তু খটোৱা মূলধন দহ-পোন্ধৰ গুণ বাঢ়িছে। আগতে যদি দহ টকা খটাইছিলো

এতিয়া প্ৰায় ১৫০ টকা খটাবলগীয়া হৈছে। বিক্ৰীৰ হাৰো সেই অনুপাতে বাঢ়িছে। কিন্তু যোগ-বিয়োগ কৰিলে শূন্য।

নুৰৰ মতে মানুহে যদি জীয়াই থাকিবলৈ বুলি খাব লাগে, এজনৰ কাৰণে এই আৰ্জনেই যথেষ্ট। বহুতো বন্ধুৱে আৰু শুভাকাঙ্ক্ষীয়ে এই দোকানখন আধুনিক ধৰণে সজাবলৈ আগবাঢ়ি আহিছিল—-কিন্তু নুৰে সেইটো নিবিচাৰে। ক'ৰবাত আশা-অভিলাষ বাঢ়ি যায় বুলি নুৰে ভয় কৰে।

নুৰৰ দোকান সুলভ মূল্যৰ দোকান নহয়। ইয়াত একো নিয়ন্ত্ৰিত মূল্যৰ বস্তু নাপায় বা নেবেচে। কিন্তু দোকানৰ বস্তু বেচাত নুৰৰ সম্পূৰ্ণ নিয়ন্ত্ৰণ আছে। নুৰৰ দোকানৰ পাত চাদৰ পুৰীয়া এটি আপুৰুগীয়া বস্তু। এটা পুৰীয়াত দহ পইছা। দুপৰীয়া দোকানত বহি বহি নুৰে এই পুৰীয়া বনায়। কিন্তু আপোনাক লাগ বুলিলে টকা এটা পেলাই দিলেও দহটা পুৰীয়া একেলগে নিদিয়ে। আপুনি বেছিকৈ নিলে বাকীবোৰ গ্ৰাহকৰ অসুবিধা হ'ব। জুইশলা লাগে নিয়ক। দুটা বাকচ নিয়ক। একেলগে এক ডজন জুইশলাৰ বাকচ নুৰে গ্ৰাহকক সততে বিক্ৰী নকৰে আন গ্ৰাহক বিমুখ হ'বলগীয়া হয় বুলি। অৱশ্যে যদি সি জানে আপোনাৰ ঘৰত কিবা পূজা-পাৰ্বণ বা কিবা উৎসৱ আদি আছে তেতিয়া হয়তো আপোনাক চাৰিটা জুইশলাৰ বাকচ দিব—,তাতকৈ বেছি নিদিয়ে। তাকো যদি সি ঠিবাংকৈ জানে আপোনাৰ ঘৰত সেই উৎসৱ-পাৰ্বণ সচাঁকৈয়ে আছে। নুৰে যেন বস্তু বিক্ৰী কৰি দোকানৰ লাভ বঢ়াবলৈ বস্তু যোগাৰ কৰি ৰাখিছে।

নুৰক বা নুৰৰ দোকানখনক সকলোৱে চিনি পালেও নুৰৰ ঘৰ ক'ত কিন্তু বহুতে নাজানে। কাৰণ পুৱা ছয় বজাৰ পৰা দহ বজালৈকে নুৰক এই দোকানতে বহি থকা দেখা যায়।

শতিকাৰ তৃতীয় দশকৰ কথা। উগ্ৰতাৰা দেৱালয়ৰ সমুখৰ আলিবাটৰ ধেনুভিৰীয়া ভাঁজটোৰ পূৱফালে এটি সৰু চুবুৰি। তাতে সাত-আঁঠ ঘৰ পৰিয়ালৰ সৰু সৰু জুপুৰি। গুৱাহাটীৰ তাহানিৰ প্ৰখ্যাত ওজা আৰু তেতিয়াৰ পৌৰসভাৰ টেক্স কলেক্টৰ নূৰ আৰু ছয়-সাত পৰিয়ালৰ বাসস্থান। নুৰৰ বাবাজান দিল মহম্মদো এইসকলৰে এজন। কিন্তু চাৰিটা এমাডিমা সন্তানক সংসাৰ-সাগৰত ঠানি নোপোৱাকৈ এৰি দি ভৰ ডেকা বয়সতে দিল মহম্মদে চিৰকাললৈ চকু মুদিলে। মহম্মদ, গফুৰ, সুব্ৰতন খাটুন আৰু নুৰক পোহপাল দিবলৈ মাক পিয়াৰী খাটুনে উৱাদিহ নোপোৱা হ'ল। দলনিৰ পোনা চালে-বেৰে উঠিল। নুৰে তামোল-পাণৰ দোকান খুলি লতাশিল পথাৰৰ বৰ চেগুণৰ তলত বহিল।

কিন্তু সিমানতো ডাৱৰ নাঁতৰিল। সেই চুবুৰিৰ মাটিৰ মালিকে ৰায়তসকলক

ৰক্ষণাবেক্ষণ দিব নোৱাৰিলে। চৰকাৰী ধাৰত সেই মাটি মালিকৰ হাতৰ পৰা হস্তান্তৰ হ'ল। নুৰ আলিকে ধৰি চুবুৰিৰ লোকসকলে চহৰৰ আন ঠাইত মাটি লৈ বসবাস কৰিলেগৈ। কিন্তু নুৰৰ পৰিয়ালে মাটি ল'ব নোৱাৰি সেই পুৰণি উৰঁলি যোৱা ঘৰটোতে বহু দিনলৈকে মূৰ গুঁজি থাকিল। কিন্তু শেষত তেওঁলোক উঠি যাব লগা হ'ল। তেতিয়া হৰিজনসকলৰ বাসস্থান আৰু পৌৰসভাৰ ময়লা-আবৰ্জনা পেলোৱা (আজিৰ ষ্টেডিয়াম—ইছলামপুৰ) ঠাইৰ কাষতে এডুখৰি মাটি যোগাৰ কৰি বসতি কৰিলেগৈ। সেয়ে আজিও ৰাতি দহ বজাত দোকান এৰি ৰাতিটো কটাবৰ কাৰণে নুৰ এই জুপুৰিলৈ যায়।

নিশা দোকানখন কেঁচুৱা হেৰোৱা মাকৰ দৰে অকলে পৰি থাকে।

২৬ আগষ্ট, ১৯৮১ চন। পুৱা দহমান বজাত ওলাই গ'লো। উদ্দেশ্য ব্যক্তিগত। ট্ৰেজেৰি অফিচলৈ। যাওঁতে নুৰৰ তাত সোমালো। সচৰাচৰ দিয়াৰ দৰে নুৰে এখন তামোল চুৰুকি দিলে। জজ ফিল্ড পাৰ হওঁ হওঁ হৈছো। এখন স্কুটাৰ আহি ঠিক পিছতে ৰ'লহি। ঘূৰি চাই দেখো—সৰসী। সৰসী দাস। চহৰৰ তাঁৰ অফিচৰ চীফ চুপাৰিণটেণ্টডেণ্ট। সুধিলো, "কিহে, খবৰ কি?" "খবৰ বৰ বেয়া দিয়ক। কালি ৰাতি নুৰৰ দোকানত চুৰি হ'ল।" উভতি আহোতে নুৰৰ তাত সোমালো। সুধিলো, "তোমাৰ দোকানত বোলে চুৰি হ'ল?" "আপোনাকনো কোনে ক'লে?"

"কিয়, সৰসীয়ে ?"

"সেইয়া চাওক? ভি আই পি দোকানত চুৰি হ'ল—ভি আই পিয়ে বাতৰি দি ফুৰিছে। এনেয়ে জৰুৰী বাতৰি দিয়ে টেলিগ্ৰাফৰ পিয়নে। আপোনাক মোৰ ভি আই পি দোকানৰ চুৰিৰ খবৰ দিলে খোদ টেলিগ্ৰাফ অফিচৰ চীফ অফিচাৰে।" এইবুলি নুৰে এটা মন খোলা হাঁহি মাৰিলে।

"তোমাৰ দোকান চুৰি হ'ল—তুমি দেখোন হাঁহিছাহে।"

"নহয় দাদা, মই ভাবিছো মোৰ দোকানো যেতিয়া চুৰি কৰিবলগীয়া হ'ল—এই চোৰটো কিমান নিঃকিন চাওকচোন। সি বৰ দুৰ্ভগীয়া। ৰাতিখন মিছাতে কষ্ট কৰিলে।"

"এজাহাৰ দিছা নে নাই?"

"বহুতে কৈছিল। পিছে নিদিওঁ। ডাৰোগা, পুলিচকনো কিয় মিছাতে দুখ দিওঁ? আপুনি কি কয়?"

মই একো উত্তৰ দিব নোৱাৰিলো। নুৰে চুৰুকি যতনাই দিয়া তামোলখন মুখত ভৰাই ঘৰলৈ খোজ ল'লো।

১৯৮১ চনৰ জুন মাহৰ শেষ সপ্তাহ। পুৱা ১১ বজাত গেছ বিচাৰি

গৈছো। যোৰ-পুখুৰীৰ কেঁকুৰিতে সিফালৰ পৰা ঘূৰিব খোজা মটৰ এখনক বাট এৰি দি একাষে থিয় হৈছো। গাড়ীখন কাষতে ৰ'লহি। চালক শ্ৰীপ্ৰণব বৰুৱা—পঞ্চায়তৰ বিষয়া। গাড়ীৰ পৰা মূৰ উলিয়াই ক'লে, "দাদা, নুৰৰ অসুখ।"

"কি অসুখ?"

"জ্বৰ! পুৱাই গাত জ্বৰ পাই আহিছো।" এইবুলি গাড়ী এৰি দিলে। ফটিক ৰ'ডৰ চাৰিআলি পাইছো, সিফালৰ পৰা হাঁহি মাৰি কণ আহিছে। সুধিলো, "কিহে কলৈ যোৱা?"

"আপোনাক দেখিহে আহিছো এটা খবৰ দিবলৈ—নুৰৰ অসুখ। কাৰবাক মাতি দেখুৱাব লাগিছিলনেকি?" কণ (বসন্ত মেধি) পুৰণি ফুটবল খেলুৱৈ। বাতৰি দি কণ উভতিল। গেছৰ দোকান সোমালোগৈ। তাতে দেখিছো ললিত বৰাও আছে, গেছৰ গ্ৰাহক। তাৰ পৰা দুয়ো ওলাই আহিছো মাথোন। জোন চৌধুৰীয়ে (ইঞ্জিনিয়াৰ) ক'লে, "দাদা, নুৰৰ বৰ জ্বৰ। বৰ দুৰ্বল দেখি আহিছো।" আমি দুয়ো নুৰৰ তালৈ গ'লো। নুৰৰ সঁচাকৈয়ে অসুখ। জ্বৰ উঠিছে। দোকানৰ এচুকত মূৰ পেলাই বহি আছে।

"কিহে তোমাৰ বোলে অসুখ।" দৰব-জাতি কিবা খাইছা নে নাই?"

নুৰে তিনি পেকেট দৰৱ উলিয়াই ক'লে, "এইখিনি দৰৱ পুৱাই নিপে দি গ'ল। ৯ মান বজাত বুলদা (তৰুণ গোস্বামী) আহিছিল—অসুখ দেখি গাড়ী লৈ পাণবজাৰ পালেগৈ। কোনোবা ডাক্তৰক সুধি এইখিনি দৰৱ আনি দিছে। আকৌ এইখিনি দেখিছে? বাবা ডাক্তৰ (ডাঃ খুজয় হাজৰিকা) আহিছিল। পৰীক্ষা কৰি চাই এইখিনি দৰৱ পঠিয়াই দিছে। এতিয়া কোনখিনি খাওঁ?"

"ডাঃ হাজৰিকাই দিয়াখিনিকে খোৱাই ভাল হ'ব।" ললিত বৰাই উপদেশ দিলে। ময়ো শলাগিলো।

"এৰা, নলু আৰু জীৱেশ্বৰও (নৰেন ফুকন আৰু জীৱেশ্বৰ চক্ৰৱৰ্তী) তাকেই কৈ গৈছে।" আমি উভতিলো।

ভাত খাই উঠি আঠিয়াবৈৰ গাঁওবুঢ়া মাণিক পাটোৱাৰীৰে বনপৰ্বৰ আখ্যান আৰু মণ্ডপাল ঋষিৰ আখ্যান শুনিছো। ফোন বাজিল। জীৱেশ্বৰ চক্ৰৱৰ্তীয়ে কৰিছে—এপেক্স বেঙ্কৰ পৰা। সিমূৰৰ পৰা জীৱেশ্বৰে ক'লে, "দাদা নুৰৰ বৰ জ্বৰ। দৰৱ আৰু পথ্যৰ ব্যৱস্থা কৰা হৈছে। মই আৰু সৰসী দুইমান বজাত এবাৰ যাম। এতিয়া বাবুদাই (উমেশ বৰদলৈ) দায়িত্ব লৈছে। খবৰটো দিলো।"

মই ললিতৰ লগত তালৈ যোৱাৰ কথা ক'লো। গধূলি আকৌ ললিত

ৰবাৰ লগত নুৰৰ ভালে গ'লো। দূৰণিৰ পৰাই দেখিলো আজি মানুহৰ ভিৰ বেছি। ওচৰ পাই দেখো নুৰ বহি আছে। সুধিলো, "কিহে ভাল পাইছানে?"

"অলপ ভাল পাইছো দাদা। ভয় নকৰিব আপোনালোকক এৰি থৈ মই অকলে নাযাওঁ।"

"কিহে তুমি আমাকো নিয়াৰ কথা পাতিছানেকি?"

"একো গমকে নাপাব। বহি বহিয়েই স্বৰগ-বেহস্ত পাবগৈ।"

"হয়নেকি? কেনেকৈ?"

"নিউট্ৰন বোমা ওলাইছে নহয়, তাৰে এটা আনিলেই হ'ল।" মেলত হাঁহিৰ গিৰ্জনি উঠিল। পিছত সিদিনাৰ মেলত নিউট্ৰন বোমাৰ প্ৰতিক্ৰিয়া সম্পৰ্কে আলোচনা চলিল।

নুৰৰ দোকান ওচৰ-চুবুৰীয়া শিশুসকলৰ যেন ওমলা ঘৰ। এবাৰ পৰিচিত পৰিয়াল এঘৰত এটি ঘটনা ঘটা দেখিছিলো। তিনি বছৰীয়া পুতেকক বাপেকৰ লগত থৈ মাক কাৰবাৰ বিয়ালৈ যাব ওলাইছে। মাক সাজি-পাৰি ওলোৱাৰ লগে লগেই পুতেক 'চিণ্টু'ৱে কিবা বুজি পালে। সি কান্দিবলৈ ধৰিলে। বাপেকে ইটো-সিটো কথা কৈ ফুচুলাব বিচাৰিলে। কিন্তু কান্দোন নাথামে। ঘৰৰ বন কৰা ছোৱালীজনীও আহিল। কোনো মতেই শান্ত নহয়। কান্দোন চৰিলহে। এনেতে এজন লগুৱাই আহি মাতিলে, "চিণ্টু বাবা, আহা আমি নুৰকাৰ দোকানলৈ যাওঁ।" লগে লগে মাকেও ক'লে, "যা, লৈ যাচোন নুৰৰ দোকানলৈ।" কান্দোন থামিল। সি উচুপি উচুপিয়েই লগুৱাটোৰ কোলাত উঠিল আৰু টা টা চেৰেৰে হাত জোঁকাৰি জোঁকাৰি নুৰৰ দোকান বুলি ওলাই গ'ল।

উভতি আহোতে উমেশক লগ পাই কথাটো ক'লো। উমেশে ক'লে, "ঠিক কৈছা, এই অঞ্চলৰ ল'ৰা-ছোৱালীবোৰ নুৰ বুলিলে পাগল। আজিকালি জীয়াৰী-বোৱাৰীয়ে নিচুকণি গীত গাব পাহৰিলে। নুৰৰ দোকানলৈ লৈ যা বুলিলেই ল'ৰা-ছোৱালীৰ কান্দোন থামা হ'ল।

আৰু এদিনৰ কথা। যুগল দাসৰ "বায়নৰ খোল" নাটৰ আখৰা চলিছে। পকীঘাটৰ ওচৰৰ বাল-ভৱনৰ কোঠাত। মই আৰু যুগলদা আগতীয়াকৈ বুলি ফুট গধূলিতে গৈছো। নুৰৰ দোকানত দুখন তামোল বিচাৰি সোমালো। যুগলদা দোকানৰ সন্মুখৰ আলিতে থিয় হৈ ৰ'ল। তামোল লৈ উভতিলো। যুগলদাক ক'লো, "বলক।"

"ৰবাচোন। হেৰা! নুৰৰ কোলাত সেইটো কাৰ ল'ৰাহে?"

চাই ধৰিব নোৱাৰিলো। সুধিলো "কিয়?" "ল'ৰাজন সেই মানুহটোৰ

কান্ধত উঠি আহি আছিল। এইখিনি পায়েই দোকানৰ ফালে চাই চিঞৰিছে—'লুক্কা লুক্কা'।"

মই বোলো, ই কাক চিঞৰিছে।

"নুৰে কিন্তু ঠিক বুজিছে। সি হাত বাউল দি তাক মাতিলে। কান্ধত কটিয়াই অনা মানুহজনক সি গাৰ জোৰেৰে ঠেলি দোকান পোৱালে। তুমি ইফালে ঘূৰোতেই সি জাঁপ মাৰি কান্ধত উঠিল। ৰবাচোন আৰু কি কৰে চাওঁ। এইবোৰ বৰ বিৰল দৃশ্য। সহজে দেখা নাযায়।" এইবুলি যুগলদাই সেইফালে চাই ৰ'ল।ময়ো চাই ৰ'লো।

নুৰে এটি কল ছিঙি ল'ৰাটোৰ হাতত দিলে। সি কোলাত বহি কল খাবলৈ ধৰিলে। যুগলদাই হাঁহি হাঁহি ক'লে, "এতিয়া বলা।" দুয়ো খোজ ল'লো।

এদিন দেখিলো নুৰৰ দোকানত এটোপোলা সৰু-ডাঙৰ কেঁচা অমিতা। মই ক'লো, "নুৰ বৰ ভাল কৰিছা—এনেদৰে অলপ পাচলি-তাচলিও ৰাখা, দোকানখন ডাঙৰ কৰা। এইখিনিত বাৰু কিমান পৰিল, কিমান লাভ কৰিব পাৰিবা?"

"নহয় দিয়ক। এইবোৰ বেচিবলৈ অনা নাই। নানুৰ (নৰেন ফুকন) কাৰণে আনিছো। লাভ কিতো হ'ব। ফাঁচী বজাৰৰ পৰা আনি দিয়া আনন্দফেৰাইতো মোৰ লাভ।"

মই হতবাক হ'লো।

গুৱাহাটীৰ ৰূপ দিনে দিনে সলনি হৈছে। অৱশ্যে ভাললৈ নে কাললৈ নাজানো। সেই তৃতীয় দশকৰ পৰা আজিও অষ্টম দশকলৈ যে কিমান সলনি হ'ল। এই কালছোৱাৰ ভিতৰতে এই চাৰিআলিৰ আশে-পাশে বহুখিনি পৰিৱৰ্তন হ'ল। সেই বৰ চেগুণ গছডাল আজি আৰু নাই। দ্বিতীয় মহাসমৰৰ বলি হ'ল। চাৰিআলিৰ দক্ষিণ-পশ্চিম কোণত থকা পৌৰসভাৰ বৰ 'ঢামাকল'টোও জহি-খহি নাইকিয়া হ'ল। ডাক-বিভাগৰ গৌৰৱ ঘোষণা কৰি থকা চাৰিআলিৰ উত্তৰ-পূব কোণত ভীমকায় ৰঙা চিঠিৰ বাকচটো চাওঁতে চাওঁতে ভাঙি-ছিঙি কালৰ বুকুত জাহ গ'ল। কাষতে থকা বৰদলৈ পৰিয়ালৰ 'মিনি' চিৰিয়াখানাখনো আজি আৰু নাই। এই চিৰিয়াখানাৰ অতবোৰ জীৱ-জন্তু চকুৰ পচাৰতে কেনিবাদি হৰলুকি হ'ল। বৰদলৈ পৰিয়ালৰ বাটচ'ৰাটিও আজি আৰু নাই। এই বাটচ'ৰাতে তাহানি সদায় সন্ধিয়া বৰমেল বহিছিল। শিলাসনত বহা এই মেলত ডাড়ি-গোফেৰে সুসজ্জিত ঋষিতুল্য মীনাধৰ বৰদলৈ, অম্বিকাপ্ৰসাদ বৰুৱা, দেৱতুল্য দণ্ডিৰাম বৰদলৈ, প্ৰিয়লাল বৰুৱা, মহেন্দ্ৰলাল বৰুৱা, মোক্ষদা কান্ত ভূঞা, উমেশ চৌধুৰী, মাণিক চৌধুৰী, শিশিৰ বৰুৱা, নবীন চন্দ্ৰ বৰুৱা, যোগেন্দ্ৰ নাথ

বৰুৱা, শশধৰ চৌধুৰী, নুৰ আলি, কাদিৰ মুন্সি, পাণবজাৰৰ পৰ্বতীয়া গোসাঁই ললিত মোহন লাহিড়ী, পল্টন পুখুৰী পাৰৰ জগনানন্দ চৌধুৰী, ভৱলুৰ চন্দ্ৰ গগৈ আদিয়ে যোগদান কৰিছিল। আনকি কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়েও মাজে মাজে এই মেলত উপস্থিত হৈ মেল সৰস আৰু গম্ভীৰ কৰি তুলিছিল।

সেইখন মেলেই যেনিবা শ্বিলঙৰ পৰা দিছপুৰলৈ ৰাজধানী তুলি আনি বিধান-সভাৰ বৈঠক বহুৱাৰ দৰে বৰদলৈৰ বাটচ'ৰাৰ পৰা নুৰৰ দোকানৰ মুকলি চ'ৰালৈ স্থানান্তৰিত হ'ল। অৱশ্যে শ্বিলঙৰ ৰাজধানীৰ লগত দিছপুৰৰ ৰাজধানীক নামটোৰ বাহিৰে ৰিজাব নোৱাৰি। বৰদলৈৰ বাটচ'ৰাত বহা তাহানিৰ সেই মেলৰ লগত আজিৰ নুৰৰ চোতালত বহা মেলৰো ৰিজনি নাখাটে। বোৱতি সুঁতি নহ'লেও ই মৰা সুঁতি। কলং নহ'লেও যেনিবা মৰি কলং।

এই বৈঠকক বহুজনে বহু নামেৰে বিভূষিত কৰে। কোনোৱে কয় নুৰৰ ক্লাব, নুৰৰ আচৰ, নুৰৰ দৰবাৰ, নুৰৰ বিশ্ববিদ্যালয় ইত্যাদি। কিন্তু সভ্যসকলৰ মাজত এই মেলৰ কোনো নামকৰণ নাই। আবহমান কালৰ পৰা ই চলি আছে আৰু যেন চলি থাকিব। এই মেলৰ কোনো লিখিত সংবিধান নাই। ব্ৰিটিছ পাৰ্লিয়ামেণ্টৰ দৰে এই বৈঠকৰ অলিখিত বা নিলিখা সংবিধান। এই সভাৰ আচৰণ-বিধি (Code of conduct) বিশেষ মন কৰিবলগীয়া। এজনে কিবা ক'লে আনসকলে শুনি যায়। একেলগে দহজনে বা দুজনে কেতিয়াও কথা নকয়। শিক্ষা-দীক্ষা বা ধন-মৰ্যাদা, পদ-মৰ্যাদাৰ ওপৰত এই সভ্যৰ সন্মান নিৰ্দ্ধাৰণ নহয়—হয় বয়সৰ ভিত্তিত। বয়সিয়ালজনে সভাত বিশেষ সন্মান পায়। লাগিলে তেওঁ নিধনী বা অশিক্ষিতেই হওক। সেয়ে বৈঠকৰ মাজতে কোনো বয়সিয়াল সভ্য আহিলে কনিষ্ঠতম সভ্যজনে বহিবলৈ ঠাই এৰি দিয়াতো অলিখিত কিন্তু প্ৰচলিত নিয়ম। ই চক্ৰযান চালকৰ বাবে চাৰিআলিৰ পোহৰৰ সংকেতৰ দৰে। বয়সিয়াল সভ্য এগৰাকী কোনোবা ফালৰ পৰা অহাৰ কিবা উমান পালেই কনিষ্ঠতম সভ্যগৰাকীৰ সন্মুখত যেন এই নেদেখা পোহৰৰ সংকেত পৰে। যন্ত্ৰচালিতৰ দৰেই এইবোৰ হৈ যায়।

নুৰৰ দৰবাৰ। বাৰু, দৰবাৰকে বুলিছো। এই দৰবাৰ পুৱা, দুপৰীয়া, আৰু গধূলি বহে। পুৱাৰ দৰবাৰত বাতৰি কাকত পঢ়া, আৰু এই বাতৰি লৈ আলোচনা চলে। বাতৰিৰ আৰু বাতৰি উলিয়াই সভ্যসকলে নিজৰ মন্তব্য দিয়ে।

দুপৰীয়াৰ বৈঠক আছুতীয়া। এইখন গুপ্ত দৰবাৰ। এই দৰবাৰত বহা চাৰি-পাঁচজনৰ আটাইকেইজনেই বৰলা। নুৰো বৰলা, বিয়া নকৰোৱা। বৰলা বুলি কিন্তু উলাই কৰিবলগীয়া বিধৰ নহয়। এজন জমিদাৰ আৰু উদ্যোগপতি, এজন নামজ্বলা খনিকৰ, এজন উচ্চপদস্থ কেন্দ্ৰীয় চৰকাৰৰ বিষয়া, এজন

লব্ধপ্ৰতিষ্ঠ সঙ্গীতজ্ঞ। এইসকল সজ্জা মানুহ নহয়—সঁচা মানুহ। নামে মানুহে ক'লে গুৱাহাটীৰ কিয় অসমৰ বহুতেও চিনি পাব। কিন্তু এওঁলোকে বিয়া নকৰোৱা বুলি জানি আকৌ কন্যাদায়গ্ৰস্ত অভিভাৱকে মিছাতে ডাক-টিকট, ৰেল-বাছৰ খৰচ ভৰিবলগীয়া হয় বুলিয়েই এওঁলোকৰ নাম-ধাম উল্লেখ কৰাৰ মোহ সামৰিলো। কিয়নো এই পাঁচজনৰ তিনিজনেই সমাজৰ স্বীকৃত বৰলা (confirmed bachelor) আৰু বাকী দুজনো এই স্বীকৃতিৰ পথত।

এওঁলোকৰ বৈঠকত কি আলোচনা হয় মই অজ্ঞাত। কিয়নো এই দৰবাৰত যোগ দিয়াৰ অৰ্হতা মোৰ নাই। মই বিধিমতে অনুপযুক্ত (technically unfit); কাৰণ মই বিবাহিত।

গধূলিৰ দৰবাৰ গপগপীয়া। সঁচাকৈয়ে দৰবাৰ বুলিব পাৰি। দোকানৰ চাঙত নুৰ। একাষত সদায় লোহাৰ হাঁতোৰাত ধৰি অহীন্দ্ৰ দুৱৰা থিয় হৈ থাকে। যেন সম্ৰাটৰ গা-ৰখীয়া। মাটিত পাৰি থোৱা স্তম্ভৰ মূৰত বাবুদাৰ (উমেশ বৰুৱাৰ) আছুতীয়া ঠাই। দেখাই-শুনাই যেন তেওঁ বৃদ্ধ মন্ত্ৰী বা উজীৰ। বাকীবোৰ ভাগে ভাগে বহে। দোকানৰ এমূৰত এটা খান্দানী টেবুল লেম্প জ্বলি থাকে। বৈঠক পৰিপাটি। আলোচনা গভীৰ হয়। আলোচনাৰ বাবে আগতীয়া নিৰ্দ্ধাৰিত বিষয় নাথাকিলেও পোনতে ভইচ অব্ এমেৰিকা, বি. বি. চি, আঞ্চলিক বাতৰি আদিৰ উদ্ধৃতিৰে প্ৰস্তাৱনা কৰা হয়। তাৰ পিছত কোনোৱে এটি বিষয় আগবঢ়ায়—বিশেষজ্ঞসকলে নিজ নিজ মন্তব্য ৰাখে। এনেদৰে দৰবাৰ আজি পাঁচটা দশক চলি আহিছে। হয়তো বহুদিনলৈ চলি থাকিব।

৮ ছেপ্টেম্বৰ, ১৯৮১ চন। মঙ্গলবাৰ। গধূলি ওলাই গৈছো। চুবুৰিৰ আলি এৰি ঘাই আলিত উঠিছো—দেখো বয়ন বিদ্যালয়ৰ ফালৰ পৰা বৰ বেগাই অৱনী আহিছে। অৱনী দাস। তাহানিৰ ফুটবল খেলুৱৈ, আজিৰ ৰসিক খেলুৱৈ।

সুধিলো, "অৱনী! ক'ৰ পৰা আহিলাহে, বৰ বেগ দিছা দেখোন?"

"দাদা। ষ্টেচনলৈ গৈছিলো। তাতে দেৰি হ'ল। মেল পাবহি লাগিব নহয়, সেয়ে বেগ দিছো।"

"এতিয়া ৬-৩০ বাজিছেহে। মযো যাম নহয়, ব'লা।"

"মই ঘৰত সোমাই যাব লাগিব। ভোকো লাগিছে। কিবা অলপ খাই গ'লেহে শান্তি পাম।"

"তেন্তে যোৱা। বেগাই যোৱা—আহিবা কিন্তু। আজি কিন্তু বৰযাত্ৰীৰ বিলৈৰ বিষয়ে ক'ব লাগিব।"

"হ'ব দাদা" বুলি কৈ ৰেলত কাম কৰা অৱনীয়ে ৰেল-বেগে খোজ

ল'লে।

কনকলাল বৰুৱাৰ চৌহদৰ দক্ষিণ মূৰ পাই দেখো যে অৱনী অকলে থিয় হৈ আছে।

"কি হ'লহে, বৰ আছা দেখোন।"

"দাদা। কথাটো বেয়া হ'ল। চবকাত পৰিলো।"

"হেৰা গৰুহে চবকা লাগে। মানুহৰ লাগে জানো?"

"দাদা। বেগৰ কোবত চেঙেল এপাট বৰ বেয়াকৈ ছিঙি গ'ল। উপায় নোপোৱা হৈছো।"

"হেৰা কাণি-মুনি লাগিছে। কোনেও মন নকৰে যোৱা। হাতত লৈ গুচি যোৱা।"

"এৰা" বুলি চেঙেল দুপাত পাঞ্জাবীৰ দুয়ো জেপত সুমুৱাই অৱনীয়ে আকৌ বেগেৰে খোজ ল'লে।

নুৰৰ দোকান পালোগৈ। মেল সেৰেঙা হৈ আছে। উমেশ বৰদলৈ আৰু দুই-এজন ডেকা ল'ৰাক দেখিলো। ওচৰ চাপি দেখিলো অনিল গোস্বামী, বলেন বড়ো, হিৰু খাউণ্ড আদি ডেকাবাহ বহি আছে। মৰো গৈ বহিলো। কিন কিন কৈ বৰষুণ পৰিবলৈ ধৰিলে। বৰষুণ পৰা দেখি ডেকা ল'ৰাবাহ ফৰিং ছিটিকা দি ছিটিকি নাইকিয়া হ'ল। উমেশেও ছাতি এটাকে আনো বুলি ঘৰলৈ গ'ল। মেলত মই আৰু কনিহাৰ দেউহে ৰ'লো। বৰকৈ বৰষুণ দিবলৈ ধৰিলে। "বতৰৰ লক্ষণ ভাল নহয়" বুলি কনিহাৰ দেউও গ'লগৈ। বাকী ৰ'লো মই আৰু নুৰ। নুৰে ক'লে, "দাদা, মোৰ ছাতিটোকে লৈ যাওক। বতৰ ভাল হোৱাৰ আশা নাই।"

"তুমি কেনেকৈ যাবা? ৰ'বাচোন কি হয় চাওঁ।" এনেতে এখন ফিয়েট গাড়ী নুৰৰ দোকানৰ সন্মুখত ৰ'লহি, "আহক দাদা! আপোনাক থৈ আহো।" দেখো—অনিল গোস্বামী। লৰি গৈ গাড়ীত উঠিলো। গাড়ী এৰি দিলে—ঘৰ সোমালোহি।

বৰষুণ কমা নাই। ঘনাই বিজুলী-ঢেৰেকনি মাৰি আছে। ভাত-পানী খাই উঠি আমি বৰষুণ এৰালৈ অপেক্ষা কৰি আছো। আনে বৰষুণ দিলে আনন্দেৰে বিছনাত উঠে, আমাৰ আমবাৰী অঞ্চলৰ লোকৰ কিন্তু ওলোটা। বৰষুণ আহিলে আমাৰ শোৱা-পাটীত পৰা লোকেও বিছনা এৰে। কেতিয়া কোন ফালেৰে ঘৰত পানী উঠে ঠিকনা নাই। ইতিমধ্যে আমবাৰীৰ ৰাজপথ পানীৰে উপচি পৰিছেই।

বাহিৰত "দাদা দাদা"কৈ কোনোবাই চিঞৰিছে। দুৱাৰ খুলি বাহিৰৰ বাৰাণ্ডা পালোহি। দেখিলো নুৰ। তিতি-বুৰি জুৰুলা হৈ আহিছে। মই শংকিত

হ'লো। সুধিলো, "কিহে, কি হ'ল?"

"দাদা, আপুনি তামোলকেইখন এৰি আহিল নহয়।" এইবুলি যতনাই বান্ধি অনা এটি কাগজৰ টোপোলা আৰু লগতে এটকা আঠ অনা পইছা মোৰ হাতত দিলে।

মই ক'লো, "তুমিনো এই বৰষুণত এনেদৰে তিতি-বুৰি আহিব পোৱানে? তামোলকেইখন আজি নানিলেও হ'লহেঁতেন।"

"নহয় দাদা—আপুনি গৈয়েই দুটকীয়া নোট এখন দি কৈছিল, "পাঁচখন তামোল বান্ধি দিবা। ৰাতিলৈ মোৰ তামোল নাই।" কিন্তু বৰষুণৰ কাৰণে সকলো বিবুদ্ধি হ'লো। আপোনাক কেনেকৈ পঠিয়াওঁ তাকে ভাবি থাকোতেই গাড়ীখন আহিল। ময়ো নিশ্চিন্ত হ'লো। লৰালৰিতে টোপোলাটো দিব পাহৰিলো। সেয়ে লৈ-আহিলো। ৰাতিৰ তামোল। তাতে বৰষুণ হৈছে। আপোনাৰ অসুবিধা হ'ব। তদুপৰি পইছাখিনিও মোৰ হাতত থাকিল। সেয়ে ঘৰলৈ এই ফালেৰে যামেই যেতিয়া এইখিনি সোমাই দি যাওঁ বুলি আহিলো। আপুনি অহাৰ পিছতে বাবুদা ছাতি এটা লৈ আহিছিল।"

আকাশ ফালি বিজুলী মাৰিছে। ঢেৰেকনিত পৃথিৱী লৰিছে।

"নুৰ! বৰ বেয়া বতৰহে। যাব পাৰিবাতো?"

"কিয় নোৱাৰিম। জীৱনত কত দুৰ্যোগত পাৰ হৈছো। পাৰিম। আহো দিয়ক। এইয়া বৰষুণহে।"

"বাৰু যোৱা। আলিটো পানীৰে উপচি পৰিছে। খৰা-ভঙা আলি, গাঁত-গোতো আছে সাৱধানে যাবা।"

নুৰ গ'লগৈ। কেঁকুৰিটো পাৰ হোৱালৈকে মই বাৰাণ্ডাৰ পৰা চাই ৰ'লো। পানী ভাঙি ভাঙি নুৰ গৈ কেঁকুৰিটো পাৰ হ'ল। নুৰক আৰু নেদেখা হ'লো।

দুৱাৰখন জপাই দি মই কোঠালৈ উভতিলো। টেবিলত পৰি থকা ঘড়ীটোলৈ চকু পৰিল।

নিশা তেতিয়া ১১ বাজি ১৫ মিনিট পাৰ হৈ গৈছে।

# কুমুদ ভাই

........'ককাইদেউ! লুইতখনেনো আমাক কি দিয়া নাই? ......আমাৰ দৰে ক'তজনক দুবেলা দুমুঠি ভাতৰ যোগাৰ কৰি দিছে। ......বাবা ব্ৰহ্মপুত্ৰৰ কথাই বেলেগ দিয়ক। ঋষিৰ ল'ৰাহে।......

........আজি উভতি চাই কুমুদৰ কথাবোৰ সুঁৱৰিলে সকলো সঁচা সঁচা যেন লাগে। নহয় সকলো সঁচাই—কুমুদে মিছা কথা নকয়। মিছা ক'ব নাজানে।

১৯৩৯ চন। নতুন পদ পাইছো। শিক্ষকৰ। কমলদেৱ হাইস্কুলত। উত্তৰ গুৱাহাটীত। গুৱাহাটীৰ পৰাই অহা-যোৱা কৰো। ইগ্ৰেট (EGRET) জাহাজেৰে। লগত মোৰ জ্যেষ্ঠপ্ৰতীম বিনোদলাল বৰুৱা। দুয়ো একেলগে পাৰ হওঁ। দুয়োৰে দুখন চাইকেল। জাহাজৰ ভাড়া মাহিলি ডেৰ টকা—চাইকেল সমন্বিতে।

সেই বছৰৰে আগষ্ট মাহ। পুৱা ন বজাৰ জাহাজত পাৰ হৈছো। বৰুৱাদেৱে ক'লে, "লক্ষ্য, আজি আমাৰ স্কুলৰ খেলা আছে। সোণাৰাম হাইস্কুলৰ লগত। ওলাবা—দুই বজাত পাৰ হ'ম।"

"দুই বজাত? কিহেৰে পাৰ হ'ব? জাহাজ পাব জানো?"

"নহয়। নাৱৰে পাৰ হ'ম। কুমুদৰ নাৱত। তাক কৈ থৈছো। বজত ডাক্তৰ (ডাঃ ৰজত চাংকাকতী)ৰ সন্মুখৰ ঘাটতে নাও ৰাখিব। সেই ফালেই পাৰ হ'ম।"

স্কুলৰ প্ৰথম পিৰিয়ডৰ ঘণ্টা পৰিল। লগে লগেই প্ৰধান শিক্ষকৰ কোঠাত সোমালো। প্ৰধান শিক্ষক সুসাহিত্যিক ত্ৰৈলোক্যনাথ গোস্বামীক কথাটো জনালো।

তেওঁ ক'লে, "বৰুৱাও যাব বিচাৰিছে দেখোন? দুয়োজন অঙ্কৰ শিক্ষক গ'লে অসুবিধা হ'বনেকি? বৰুৱা বোলোতে চন্দ্ৰকুমাৰ বৰুৱাৰ কথা কৈছে। বিখ্যাত খেলুৱৈ। তেতিয়া প্ৰায় বুঢ়া হৈছে। তাহানি কলেজত পঢ়োতে কটন কলেজৰ ফুল বেক আছিল। তেওঁৰ ওচৰ চাপিলো। তেওঁৰো অনুমতি বিচাৰিলো।

"এ তুমিও ওলালানে? ময়ো যাব বিচাৰিলো। খেল চাবলৈ নহয়। কিবা অলপ বজাৰ কৰিবলৈ। বাৰু যোৱা, তোমালোকে সিপৰীয়া দুজনেই যোৱা?" বুলি অনুমতি যাচিলে।

পানী খোৱা ছুটীৰ পিছতে আমি ওলালো। নিৰ্দিষ্ট ঘাট পালোহি।খেলুৱৈ ল'ৰাবাহ্ আগতেই ঘাট পাইছেহি। দলৰ দলপতি ধৰণী বৰুৱা। লগত আৰু চৈধ্য-পোন্ধৰজন। অসমৰ প্ৰখ্যাত খেলুৱৈ ৰজনী বৰুৱা, জিতেন চৌধুৰী (পুতু), যোগেন চৌধুৰী আদিও ওলাইছে। এওঁলোকে ল'ৰাবাহক খেল শিকায়। পাঠৰ শিক্ষক নহ'লেও খেলৰ শিক্ষক। অৱশ্যে অবৈতনিক।

নাওখন সৰু নহ'লেও ডাঙৰ নহয়। জাপা-ওপৰাকৈ ল'ৰাহঁত চঁছালিতে বহিছে। চৌধুৰী-বৰুৱাহঁতে পিৰি চাই চাই বহিছে। আমি আকৌ উকা মানুহ নহয়। দুয়োৰে দুখন চাইকেল। আমাক যোৱা দেখিয়েই কুমুদে আদৰিলে, "অ' আজি আমাৰ নতুন মাষ্টৰ ককাইদেৱো ওলাইছে, খেলত জিকিম ব'লক।"

ল'ৰাবাহে হাঁহিলে। এজনে বাজি ৰাখিলে, "বাৰু যদি জিকো—তোমাক চাহ-মিঠাই খুৱাম। কিন্তু হাৰিলে তুমি আমাক খুৱাব লাগিব।"

"ইমান জাকক খুৱাবলৈ মই ক'ত ধন পাম। বাৰু হ'ব ব'লক—মোক এটা ভাড়া দিব নালাগে।"

কথাৰ লগে লগে কুমুদে আমাৰ চাইকেল দুখন নাৱৰ গোবৰ ফালে জাপি ল'লে।

নাও এৰি উজাই খেৱা দিলে। নাৱত পাৰ হোৱা মোৰ সৰুৰে পৰাই অভ্যাস। মনত পৰা কালৰে পৰাই নাৱেৰে পাৰাপাৰ হৈছো। তাহানি কলেজিয়েট স্কুলত পঢ়োতে শনিবাৰে শনিবাৰে ৰংমহলৰ ঘাই ঘৰলৈ যাওঁ। খৰালি-বাৰিষা সমানে। তদুপৰি ইটো-সিটো পূজা-পাৰ্বণ আছেই। কিন্তু আজিৰ পাৰঘাট কিবা আচহুৱা আচহুৱা লাগিছে। পানী বাঢ়নী নহ'লেও শুকনী নহয়। নাৱখনত মানুহো ঠাহ খোৱা। তদুপৰি দুখন চাইকেল। মোৰখন তেনেই নতুন। মাহেকীয়া যোৱাই নাই। মই অতৰ্কিতে বাৰে বাৰে পাছলৈ চাইছো। বৰুৱাৰ চাইকেলখন তলত। আগৰ চকাটোৱে মাজে মাজে পানী কাটি গৈছে। মোৰ ভয়—ওপৰত থকা মোৰ চাইকেলখন পিছলি পানীত পৰেনেকি?

কুমুদে বোধকৰো মোৰ মনৰ ভাব বুজিছে। সি ক'লে, "ককাইদেউ, ভয় নাই বল'ক। মোৰ জীৱ গ'লেহে চাইকেলৰ কিবা অনিষ্ট হ'ব। বাবা উমানন্দক ভাবি গৈ থাকক।"

শুক্ৰেশ্বৰ ঘাটত নাও ৰ'লহি।

আমি চহৰৰ ৰাজআলিত উঠিলোহি। কুমুদৰ লগত মোৰ সেয়েই প্ৰথম চিনাকি।

মোৰ শিক্ষকতাৰ কাল তেনেই চমু। মুঠতে তিনি বছৰ। তাতে আকৌ এবছৰ কাস কলিকতাত কটালো। ভূগোলৰ প্ৰশিক্ষণ লৈ। চমু হ'লেও এই কালছোৱা বৰ মধুৰ আছিল। ৰাইজে মৰম কৰি উপাধি যাচিলে। মাষ্টৰ।

খেলা-ধূলা, নাট-অভিনয়, যাত্ৰা-ভাওনা, সভা-সমিতি সকলোতে আগভাগ লওঁ। মাষ্টৰ মানে সকলোৰে। পঢ়োৱা মাষ্টৰ, যাত্ৰা দলৰ মাষ্টৰ, নাট-অভিনয়ৰ মাষ্টৰ। সমাহাৰ দ্বন্দ্ব সমাসৰ যেন মই এটা জ্বলন্ত উদাহৰণ। আজিও উত্তৰ গুৱাহাটী আৰু তাৰ আশে-পাশে মই লক্ষ্য মাষ্টৰ। এই কালছোৱাত মোৰ কৰ্মৰ পৰিসৰ বাঢ়িল। সাঁচনৰ নহয় ভগনৰ।

প্ৰধান শিক্ষক ত্ৰৈলোক্য গোস্বামী। বজাদুৱাৰত থাকে। ভাড়াঘৰত। শাস্ত্ৰীয় সঙ্গীতৰ ভক্ত। ঘৰত প্ৰায়েই সঙ্গীতৰ আচৰ বহে। দেবেন চাংকাকতী, কুমুদ বৰদলৈ, নাৰায়ণ বেজবৰুৱা, চন্দ্ৰ ভূঞা, নবীন বনীয়া, বিজয় কৃষ্ণ দাস আদি সঙ্গীতপ্ৰেমীসকলে সচৰাচৰ তাত যোগ দিয়ে। ভগীৰাম বৰুৱা, ৰমেশ বৰকাকতী, ব্ৰজ শৰ্মা আৰু মই নিৰ্দিষ্ট শ্ৰোতা। আচৰ ভাঙোতে ৰাতি হয়। মই কুমুদ বা কোটোৰাক লৈ পাৰ হওঁ।

শিলসাকোঁৰ লক্ষ্মীৰাম নাট্য-মন্দিৰত পূজাৰ কাৰণে প্ৰায়েই তিনিখন নাট মেলে। আগৰ পৰাই আখৰা চলে। সাধাৰণতে অষ্টমী নিশাৰ অভিনয়ত মই তাত ভাও লওঁ। আখৰা ভাঙোতে ৰাতি হয়।

সপ্তমী নিশা মোৰ নিজা গাঁও ৰংমহলত যাত্ৰা বা অভিনয় পাতো। আখৰাত তাতো ৰাতি হয়। এনেদৰে প্ৰায়েই ৰাতি পাৰ হোৱাটো মোৰ অভ্যাস হৈ পৰে।

কুমুদ বা কোটোৰাই পাল পাতি মোক পাৰ কৰি থয়। এইদৰেই কুমুদহঁতেৰে মোৰ ঘনিষ্ঠ বন্ধুত্ব স্থাপন হয়।

১৯৪২ চন। ভাৰত-ত্যাগ আন্দোলন আৰম্ভ হৈছে। শিক্ষকতা এৰি আন্দোলনত যোগ দিলো। ধনে-জনে ইংৰাজক যুদ্ধত সহায় নকৰিবলৈ প্ৰচাৰ চলালো। ৰংমহল আৰু শিলসাঁকোত মহিলাসকলৰ মাজত সূতা কটা, হিন্দী পঢ়া সংগঠন গঢ়ি উঠিল। সেই বছৰৰে এদিন দুপৰীয়া। কংগ্ৰেছ কৰ্মী যোগেন ভট্টাচাৰ্য আহি মোৰ ওচৰ চাপিল। ক'লে, "তোমাক এবাৰ হেম বৰুৱাই মাতিছে।" হেম বৰুৱা। মোৰ বন্ধু সাহিত্যিক, এম.পি. হেম বৰুৱা নহয়—পূজ্য ৰাজনীতিবিদ হেম বৰুৱা (ত্যাগবীৰ)। মই ৰং পালো। ভট্টাচাৰ্যৰ লগতে গধূলি বৰুৱাৰ ওচৰলৈ যোৱাৰ সময় ঠিক কৰিলো। বৰুৱা কংগ্ৰেছ অফিচৰ কাষতে থাকে। নাৰায়ণ বৰুৱাৰ ঘৰত। হেপীভিলাত। কংগ্ৰেছ অফিচ চৰকাৰে বাজেয়াপ্ত কৰিছে। আগতে বৰুৱা তাতেই আছিল। বৰুৱা অসুখীয়া। প্ৰায় ঢাৰি-পাটীতে পৰি থাকে। সেই অসুখীয়া গাৰেই আন্দোলনৰ গুৰি ধৰি আছে। তেতিয়া প্ৰায়বোৰ কংগ্ৰেছ কৰ্মী জেলত। গধূলি হোৱাৰ লগে লগে বৰুৱাৰ ওচৰলৈ গ'লো। বৰুৱা শুই আছে। এখন শুদ্ধ বগা খদ্দৰ কাপোৰেৰে ঢকা বিছনাত। কাষতে দুখনমান চকি। আঁতৰত এটি সৰু আলমাৰি। কোঠালিটোত

সোমাই মোৰ তীৰ্থ-ক্ষেত্ৰলৈ অহা যেন লাগিল। আমাক বহিবলৈ কৈ তেওঁ বিছনাতে বহিল। সুধিলে, "তুমি কাম এৰিলা?"

"হয় এৰিলো।"

"ঠিক আছে। তুমি সভা পাতি বক্তৃতা দি ফুৰিব নালাগে। খাদী ভাণ্ডাৰখন তুমি লোৱা। তাতে বহা। তুমি অভিনয় কৰা নহয়? এইবাৰ এইটো ভাও কৰা।"

"মই বস্ত্ৰ-বাহানি ক'ত পাম?"

"যি পোৱা তাকে লৈ বহিবা। সেইখন আমাৰ খোলা ৰাখিব লাগে। বিভিন্ন ঠাইৰ কৰ্মীসকল তালৈকে আহি সকলো বা-বাতৰি দিছিল। এতিয়া তেওঁলোক ক'ত যাব? গাঁৱে-ভূঞে অত্যাচাৰ চলিছে। কংগ্ৰেছ বেআইনী, কংগ্ৰেছ অফিচ বাজেয়াপ্ত। এতেকে দোকানখন আমাৰ এজন মানুহে ল'ব লাগে। তুমি বক্তৃতা দি নুফুৰিলেও হ'ব। বক্তৃতা দিয়া মানুহ বহুত আছে। এতিয়া বক্তৃতাৰ সময়ো নহয়। পাৰিবা নহয়।"

"পাৰিম।"

"ঠিক আছে যোৱা।" বুলি হাঁহি মাৰি ক্ষন্তেকতে বিদায় দিলে।

সেয়ে এসপ্তাহৰ ভিতৰতে মই দোকানী ৰূপে অভিষিক্ত হ'লো। দোকানৰ নাম দিলো 'অমলালয়'। মোৰ ব্যৱসায় বাঢ়িল। পণ্য-দ্ৰব্যৰ নহয়—ৰাজনীতিৰ। বৰুৱাদেৱৰ আজ্ঞাবাহী ৰূপে আহ-যাহ কৰিবলগীয়া হ'লো। অসমৰ বিভিন্ন ঠাইলৈ, সুদূৰ কলিকতালৈয়ো। সেই আপাহতে মুক্তি-যুঁজাৰুসকলক লগ পোৱাৰ সৌভাগ্য ঘটিল। কংগ্ৰেছৰ প্ৰায়বোৰ কৰ্মকৰ্তা কাৰাগাৰত। কোনোৱে আত্মগোপন কৰি আছে। নতুন নতুন কৰ্মী ওলাইছে। এই সকলৰ সান্নিধ্যলৈ অহাৰ সুযোগ-সুবিধা বৰুৱাদেৱেই কৰি দিলে।

১৯৪২ চন। অক্টোবৰৰ শেষ সপ্তাহ। কলিকতাৰ পৰা আহি পাইছো। মাত্ৰ কেইদিনমান হৈছে। আকৌ বৰুৱাৰ ডাক পৰিল। যোৰহাটলৈ যাব লাগে। উদ্দেশ্য অতি মহৎ। শঙ্কৰ বৰুৱাক লগ পাবলৈ যাব লাগে। শঙ্কৰ বৰুৱা। প্ৰখ্যাত স্বাধীনতা যুঁজাৰু। পলাতক। চৰকাৰৰ ঘোষিত পলাতক। মুক্তি-যুঁজাৰুসকলৰ অনুপ্ৰেৰণাৰ উৎস। কত উপকথা—কত কাহিনী এইজন মুক্তি-যুঁজাৰুক লৈ গঢ়ি উঠিছে! ঠাইতে তিৰোতা সজা, পলকতে উধাও হোৱা, পুলিচৰ আগতে বনুৱা সাজি পুলিচৰ ঘৰুৱা বন কৰা, আৰু কত কি? শঙ্কৰ বৰুৱাক লগ ধৰাৰ কথা কওঁতেই মোৰ মন পুলকিত হৈ পৰিল। বৰুৱাই দিহা দিলে, "তুমি যোৰহাট পায়েই দেৱেশ্বৰ শৰ্মাৰ ঘৰলৈ যাবা। শৰ্মা জেলত। তাতে উপেন ৰাজখোৱা আছে। তেওঁক লগ ধৰিলেই সকলো সুবিধা কৰি দিব।"

পিছদিনা যোৰহাটলৈ ৰাওনা হ'লো। বৰুৱাৰ নিৰ্দেশ অনুসৰি ৰাজখোৱাক লগ ধৰিলো। ৰাজখোৱাই এখন ভ'কেশ্বনেল ট্ৰেইনিং ইন্সটিটিউটলৈ মোক লৈ গ'ল। ইলি চিনেমাৰ সন্মুখত। মৰিয়ণিলৈ যোৱা পথত। এখন বাঁহৰ দলং পাৰ হৈ তাত সোমালো। এজন চুটি-মুটি মানুহ বহি আছে। দেখিলে মাদ্ৰাজী বা দক্ষিণ ভাৰতৰ মানুহ যেন লাগে। চুলিবোৰ চুটি, কিন্তু কেঁকোৰা। সেই অনুষ্ঠানৰ অধ্যক্ষ। তেওঁৰে চিনাকি কৰি দিলে। নাম দেৱানন্দ ভৰালী। তেতিয়া দিনৰ দহমান বাজিছে। তেওঁ দুপৰীয়া একমান বজাত তালৈকে আহিবলৈ কৈ নিজৰ কামত লাগিল। নিৰ্দিষ্ট সময়ত মই আকৌ সেইখিনি পালোগৈ। তেওঁ সাজু হৈ আছিল। দুয়ো দুখন চাইকেলেৰে চাৰিগাঁৱলৈ ৰাওনা হ'লো।

চাৰিগাঁও পালোগৈ। ভৰালীয়ে মোক নি এজন লোকৰ ঘৰত বহিবলৈ দি কোনোবা ফালে ওলাই গ'ল। মই ক্ষণ গণি তাতে বহি থাকিলো। অলপ পিছত দেখিলো ধাননি পথাৰৰ মাজে মাজে এটা সৰু আলিয়েদি দুজন মানুহ আহিছে। এজন মোৰ লগত অহা ভৰালী। আনজন কোন মই উমানতে ধৰি ল'লো। বৰুৱা, শঙ্কৰ বৰুৱা। ইংৰাজ চৰকাৰৰ চকুৰ কুটা। জনতাৰ বুকুৰ বান্ধৱ মুক্তি-যুঁজাৰু শঙ্কৰ বৰুৱা। বৰুৱাক মই আগতে দেখিছো। আমাৰ ৰাজেন মোমাইদেউৰ (ৰাজেন্দ্ৰনাথ বৰুৱা) ঘৰত। আজি অৱশ্যে বহুদিন হ'ল। বহুখিনি পাহৰিলেও বহুখিনি মনত আছে। ওচৰ চপাৰ লগে লগেই ভালকৈ চিনি পালো—হয়, বৰুৱাই হয়। কিন্তু আচৰিত হ'লো। মোৰ কল্পনা আছিল—ডাড়িয়ে-গোঁফে ভোবোকাৰ এজন মানুহ দেখা পাম। কিন্তু দেখিলো, যি শঙ্কৰ বৰুৱা সেই শঙ্কৰ বৰুৱা হৈয়ে আছে। পিন্ধনত শুদ্ধ খাদী। হাতত টাকুৰি। কান্ধত সৰু খদ্দৰৰ সেই মোনাটি। এতিয়াও ওলমি আছে। ওচৰ পায়েই বৰুৱাই হাঁহি মাৰি কিবা এটা হাতেৰে আগবঢ়ালে। হাত পাতি ল'লো। চাওঁ যে দুটা ইলাচী। পিছতো দেখিলো বৰুৱাৰ জেপত সদায় ইলাচী থাকে। বন্ধু-বান্ধৱকো যাচে, নিজেও খায়। অভ্যাস—বহুদিনীয়া অভ্যাস।

বহি কথা হ'লো। হেম বৰুৱাদেৱে দি পঠোৱা লেফেফাটো আগবঢ়াই দিলো। বৰুৱাই খুলিলে। কেইখনমান দহ টকীয়া নোট আছিল। অনুমান দহখন হ'ব। তেওঁ চিঠি বিচাৰিলে। মই ক'লো, "সেই লেফেফাটোকেই আপোনাক দিব দিছিল। তাত চিঠি-পত্ৰ একো নাইনেকি?"

"নাই। তেওঁ সহজে নেলেখে। সকলো মৌখিক। মই ইয়াত আবদ্ধ হৈ আছো। নিজৰ বুধিৰে যি কুলায় কৰিছো। কেন্দ্ৰীয় চাৰ্কুলাৰ কিবা আহিছেনেকি? এতিয়া ৰাইজে কি কৰিব? কিবা কৈছেনেকি?"

"নাই যোক একো কোৱা নাই। আপোনাক লগ ধৰি খবৰ-বাতৰি লৈ যাব কৈছে। আপোনাৰ কিবা ক'বলগীয়া থাকিলে কওঁক, মই কমগৈ।"

"বহুত কথা আছে। সমগ্ৰ অসমতে একেলগে কিবা এটা দিন পালন কৰিব লাগে। যুদ্ধৰ কামত জোৰেৰে বাধা দিব লাগে। প্ৰচাৰ-পত্ৰ ছপাব লাগে।" এনেদৰে বহু কথা কৈ গ'ল। মই ভাল ল'ৰাৰ দৰে কেৱল শুনি গ'লো।

এগৰাকী মহিলাই এবাতি চিৰা এৰাঁ গাখীৰেৰে দিলেহি। চিনাকি হ'লো—সুধালতা দত্ত, বংশীধৰ দত্তৰ পৰিবাৰ। ভৱানীয়ে ঘড়ীটো দেখুৱাই ইঙ্গিত দিলে। মই বিদায় ল'লো।

আহিবৰ সময়ত বৰুৱাই ক'লে, "সুবিধা কৰিব পাৰিলে মই এবাৰ গুৱাহাটীলৈ যাম।" চাইকেলেৰে যোৰহাটমুৱা হ'লো। নিশা আঠমান বজাত যোৰহাট পালোহি।

পিছদিনা গুৱাহাটীলৈ ৰাওনা হ'লো।

প্ৰায় এসপ্তাহমান পিছৰ কথা। দুপৰীয়া খাই-বৈ উঠি জিৰণি লৈছো। বাহিৰত কোনোবা অহা যেন শুনিলো। ওলাই গৈ দেখো সিদ্ধেশ্বৰ (পোৱালি)। বৰুৱাৰ আলধৰা। বৰুৱাই মাতি পঠিয়াইছে। সিদ্ধেশ্বৰক 'গৈছো যোৱা' বুলি কৈ ময়ো ওলালো। বৰুৱাৰ ওচৰ পালোগৈ। বৰুৱা জাঁপ মাৰি উঠি বহিল। বিছনাতে। ক'লে, "হেৰা শঙ্কৰ আহি ওলালহিহে। পিছে গুৱাহাটীত ৰখাটো বিপদজনক। ধৰা পৰিব লাগিলে বৰ লাজৰ কথা হ'ব। তেওঁক ইয়াৰ পৰা আঁতৰাই ৰাখিব লাগে। পাৰিবাতো?"

"পৰা যাব।"

"ক'লৈ নিবা?"

"উত্তৰ গুৱাহাটীলৈকে লৈ যাওঁ।"

"কিন্তু মণ্টুহঁতৰ (গিৰীণ চৌধুৰী) ঘৰত নাৰাখিবা। সেইখন পুলিচৰ জনাজাত ঘৰ। তাতে আকৌ মুখপতা ঠাইত।"

"আমাৰ ৰংমহললৈ লৈ যাওঁ।"

"বিশ্বাসী মানুহ আছে নহয়?"

"বাইদেউৰ ঘৰতে ৰাখিম।"

বৰুৱাই যেন সকাহ পালে। পুনৰ সুধিলে, "পাৰ কৰিবা কিহেৰে?"

"নাৱত পাৰ কৰিম। বিশ্বাসী নাৱৰীয়া আছে।"

এইবাৰ মই সুধিলো, "বৰুৱা এতিয়া ক'ত আছে?"

"ডাক্তৰ পোৱাল দুৱৰাৰ ঘৰত ৰাখিছো। তুমি এতিয়াই তেওঁক কৈ যোৱা।"

বৰুৱাৰ পৰা বিদায় লৈ মই ডাক্তৰ দুৱৰাৰ ঘৰলৈ গ'লো। বৰুৱাক কথাটো কৈ উভতিলো। কাছাৰীঘাট পালোগৈ। কুমুদ বা কোটোৰাক বিচাৰি। ঘাট পাই দেখিলো দুয়োজনেই আছে। মোক পাৰত থিয় হোৱা দেখিয়েই কুমুদ আগবাঢ়ি আহিল। সুধিলে, "ককাইদেউ, পাৰ হ'বনেকি?"

"এতিয়া নহয়—ৰাতি আঠমান বজাত মোক পাৰ কৰিব লাগিব।"

"কোনোবা আলহী আছে হ'বলা?"

"আছে।"

"নগাঁৱৰ গোসাঁই (লক্ষ্মী গোস্বামী) ককাইদেউনেকি?"

"নহয়—নতুন আলহী।"

"নাও ক'ত ৰাখিম?"

"নাওজান পুল আৰু মাছৰ ঘাটৰ মাজতে ৰাখিবা।"

"তেন্তে আমাৰ জুৰণি ডাক্তৰৰ ঘৰৰ পোনে পোনে ৰাখিলেই হ'ব।"

ডাঃ পোৱাল দুৱৰাই 'জুৰণি' নাম দি কিবা এবিধ দৰব উলিয়াইছিল। সেয়ে বহুতে তেওঁক 'জুৰণি' ডাক্তৰ বুলিও কৈছিল।

মই 'হ'ব' বুলি কৈ পাণবজাৰলৈ খোজ ল'লো।

জাৰৰ দিন। সোনকালে বেলি ডুবে। তাতে আকৌ 'ব্লেক আউট'। সাঁজ লগাৰ লগে লগে চহৰখন নিজম নিজম লাগে। গধূলি ৭-৩০ বজাৰ লগে লগে ডাঃ দুৱৰাৰ ঘৰ ওলালোগৈ। বৰুৱা নাই। ডাক্তৰ দুৱৰাৰ পৰিবাৰ (পুণ্যলতা দুৱৰা) ক পালো। সাঁজ লগাৰ লগে লগেই বৰুৱা হেনো ওলাই গ'ল। যাওঁতে এতিয়াই আহিব বুলিও হেনো কৈ গ'ল। তেৱোঁ আমি পাৰ হোৱাৰ কথা জানে। বহিবলৈ ক'লে। বহি বৰুৱাৰ কাৰণে অপেক্ষা কৰিলো। চাওঁতে চাওঁতে সময়বোৰ পাৰ হৈ গ'ল। ন বাজিবৰ হ'ল। দুৱৰানীক বৰুৱাৰ কাৰণে ভাতৰ যোগাৰ কৰিবলৈ ক'লো। ৰাতিৰ সাঁজ ইয়াতেই খুৱাই নিব লাগিব, নহ'লে বংমহল ওলাওঁতে হয়তো বহুখিনি ৰাতি হ'ব। কথাটো কৈ অহাৰ উদ্দেশ্যে মই হেম বৰুৱাৰ ওচৰলৈ গ'লো। দেখিলো দুয়ো বৰুৱাই কথা পাতি আছে। হেম বৰুৱাই মোক দেখিয়েই তেওঁক উঠিবলৈ ক'লে। উঠাৰ আয়োজন কৰোঁতেও আৰু আধা ঘণ্টা সময় লাগিল। কথা শেষ নহয়। ঘড়ী চাই দেখো তাতেই ৯-৩০ বাজি গ'ল। দুয়ো উভতিলো। বৰুৱাক ভাত খাই ল'বলৈ কৈ মই লুইতৰ পাৰলৈ গ'লো। গৈ দেখো কুমুদ সাজু হৈ আছে। অলপ অপেক্ষা কৰিবলৈ কৈ লৰালৰিকৈ বৰুৱাৰ ওচৰ পালোগৈ। দেখিলো—বৰুৱাই ডাক্তৰ দুৱৰাৰ লগত কথা পাতি আছে। সুধিলো, "খোৱা-বোৱা কৰিলেনে?"

"আপোনাক এৰি খামনে?" এইবুলি নিজেই গৃহস্থ সাজি মোকো

ভাত দিবলৈ ক'লে। মই 'নালাগে, মোৰ তাতেই হ'ব' বুলি ক'লো। বৰুৱাৰ লগতে দুৱৰাৰো প্ৰায় জোৰ কৰিয়েই মোক নি পাতত বহুৱালে। গৃহস্থৰ পৰা বিদায় লৈ আমি দুয়ো ঘাটলৈ বুলি খোজ ল'লো।

কুমুদে নাও ভাটিমুৱাকৈ এৰি দিলে। এইবাৰ বৰুৱাই কুমুদৰে কথা পতাত লাগিল। বৰুৱাদেৱৰ এই গুণ পিছতো আমি লক্ষ্য কৰিছিলো। চিনাকি হ'লেই সকলোকে নিজৰ কৰি ল'ব পাৰে। কুমুদৰ ঘৰ-বাৰীৰ সকলো খবৰ ল'লে। কুমুদেও যাওঁতে নিজৰ ঘৰটি দেখুৱাই দিম বুলি কথা দিলে।

নাও আহি ডাকঘৰৰ ঘাটত ৰ'লহি। আমিও ৰংমহলৰ মাইচেনী বাইদেউৰ ঘৰলৈ বুলি খোজ ল'লো।

পিছদিনা। পুৱা ন মান বাজিছে। তেতিয়াও মই বিছনাতে আছো। এনেয়ে মোৰ পলমকৈ উঠাৰ অভ্যাস। জাৰৰ দিন। তাতে ৰাতি বিছনা লওঁতে ৰহতো পলম হৈছিল। বাইদেৱে গৈ জগালে। "হেই মানুহজন নাই দেখোন? ৰাতিপুৱা উঠি হাত-মুখ ধুলে। মই চাহ কৰি আনি চাওঁ যে মানুহজন কোঠাত নাই। মই নিজে গৈ আলিমূৰলৈকে চাই আহিলো। নাই দেখোন। উঠচোন—বিচাৰ। ক'লৈ গ'ল?"

উঠি চাৰিওফালে বিচাৰিলো। বৰুৱাদেৱ নাই। ওচৰৰ মানুহৰ ঘৰতো সুধিলো নাই। বাইদেউৰ তাত এটি সৰু ল'ৰা আছিল। সি আহি খবৰ দিলে বোলে বাবুজনে বাৰীত কবি-গুৰি খুচৰি আছে। চাওঁ গৈ যে সঁচা। কবি-গুৰিবোৰ খুচৰিছে। আলুৰ গোৰত মাটি জাপিছে। আমি আটায়ে আচৰিত হ'লো। বাইদেৱে বৰ লাজ পালে।

এনে এটি ঘটনা পিছতো ঘটিছিল। বিশ্ব গোস্বামীয়ে কৈছিল। ১৯৫৬ চনৰ কথা। এবাৰ বৰুৱাদেৱ গুৱাহাটীলৈ আহিছে। সাধাৰণতে বৰুৱা আহিলে হৰেশ্বৰ গোস্বামীৰ ঘৰতে উঠে। সেইবাৰ হৰেশ্বৰ নাই। সপৰিয়ালে যোৰহাটলৈ গৈছে। সেয়ে বিশ্ব গোস্বামীয়ে তেওঁৰ ককায়েক শশী গোস্বামীৰ ঘৰতে নিশাটো থকাৰ ব্যৱস্থা কৰি দিলে। সেইবাৰো সেই একে কথা। বৰুৱা পুৱাই বাৰীত সোমাল। কবি-গুৰি খোচৰাত লাগিল। ইফালে গৃহস্থই বিচাৰি নাপায়। বৰুৱাৰ এই আপোন-পৰ নভবাৰ স্বভাৱ পিছত আমাৰ ভালকৈয়ে চকুত পৰে।

এবাৰ এটি বৰ মজাৰ ঘটনা ঘটিল। ১৯৫৯ চনত। হৰেশ্বৰ গোস্বামীৰ ঘৰত। বৰুৱা হৰেশ্বৰৰ ঘৰতে আছেহি। কিবা কামত শ্বিলঙলৈ যাব। হৰেশ্বৰে গধূলিৰ সাজ একেলগে খোৱাৰ মনেৰে আমাকো মাতিলে। আমাক বোলোতে হেম বৰুৱা, মই আৰু বিশ্ব গোস্বামী। গধূলিতে তিনিওজন গৈ ওলালো। বৰুৱাৰে কথা পতাৰ আশাৰে। হৰেশ্বৰ বৰ ব্যস্ত মানুহ। তেতিয়া মক্কেল আহিছে। চেম্বাৰতে বহিছে। আমি চাৰিজনে আন এটা কোঠাত বহি কথা

পাতি আছো। এনেতে দুজন ডেকা ল'ৰা আহি ওলালহি। শঙ্কৰ বৰুৱাৰ পৰিচিত। বৰুৱাকে বিচাৰি আহিছে। ইটো-সিটো কথা পাতি ল'ৰা দুজন যাবলৈ ওলাল। বৰুৱাই ইয়াতে খাই যাবি, 'বহ' বুলি তেওঁলোকক বহুৱাই ৰাখিলে। ইমান সহজভাৱে ক'লে আমাৰ একো ভাবিবকে নহ'ল। সময়মতে খাবলৈ ডাক পৰিল। আমি উঠিলো। ল'ৰা দুজনকো 'আহ' বুলি বৰুৱাই ভিতৰলৈ লৈ আহিল। টেবুলত পাঁচজনৰ কাৰণেহে ঠায়ে ঠায়ে থাল পতা আছিল। আমি বহিলোগৈ। আমাৰ কাৰণেই এখন থাল ঘাটি। লগুৱাজনে আৰু এখন থাল আগবঢ়াই দিলে। সিফালৰ পৰা হুৰমুৰকৈ হৰেশ্বৰো আহিল। নতুন আলহী দুজন দেখি সুধিলে, "এওঁলোক কোন?"

"মোৰ মানুহ। ইয়াতে মেছত থাকে। মোৰ খবৰ ল'বলৈ আহিছিল। ময়ে সিহঁতক খাই যাবলৈ ক'লো।"

হৰেশ্বৰে বৰুৱাৰ মন বুজে। হাঁহিলে।

হেম বৰুৱাই হাঁহি হাঁহি ক'লে, "আপুনি গৃহস্থক জনোৱাই নাছিল?"

"কি জনাব লাগিছে। সিহঁতে গৈ নিজে ৰান্ধি খোৱাতকৈ ৰান্ধি থোৱা ভাত এমুঠিকে খাই যাওক।"

ল'ৰা দুজনে অস্বস্তি বোধ কৰিবলৈ নাপালে। হৰেশ্বৰে নিজেই তেওঁলোকৰ পৰিচৰ্যা কৰাত লাগিল। শঙ্কৰ সঁচাকৈয়ে শঙ্কৰ—ভোলানাথ। সকলোৱেই আপোন—পৰ তেওঁৰ কোনো নাই। নিজৰ আৰু আনৰ ঘৰৰ ব্যৱধান বুজি নাপায়। শঙ্কৰৰ কাৰণে গৃহস্থ আৰু আলহীৰ পাৰ্থক্য নাই। যি আলহী তেৱেঁই কেতিয়াবা গৃহস্থ, যি গৃহস্থ তেৱেঁই কেতিয়াবা আলহী।

দিনৰ এঘাৰমান বজাত মই পাৰ হ'লো। অহাৰ আগতে দুখনমান কিতাপ আৰু বাইদেউৰ তাত থকা ৱাৰ্দ্ধা যঁতৰটো পাঁজিকেইটামানেৰে জুকিয়াই দিলো। মই পিছদিনা গধূলি আকৌ আহিম বুলি বৰুৱাৰ পৰা বিদায় ল'লো।

ৰাতি নমান বাজিছে। খাবৰ সময় হৈছে। এনেতে কোনোবাই বাহিৰত মোক বিচাৰিছে। ওলাই আহি দেখো সিদ্ধেশ্বৰ (পোৱালি)। সুধিলো, "কি হ'ল?" "ছাৰে আপোনাক এতিয়াই মাতিছে।" "গৈছো বাৰু যোৱা" বুলি লৰালৰিকৈ ভাতমুঠি খাই খোজ ল'লো। গৈ দেখো দুয়ো বৰুৱাই কথা পাতি আছে। মনটো সেমেকি গ'ল। ইটো-সিটো সন্দেহ জাগিল। বাইদেউৰ তাত থাকিবলৈ বৰুৱাই বাৰু বেয়া পালেনেকি?

মোক দেখিয়েই হেম বৰুৱাদেৱে ক'লে, "হেৰা, বৰুৱা এতিয়াই আকৌ পাৰ হ'ব, অকলে আহিছে। তুমিও লগত যোৱা। অচিনাকি ঠাই—ৰাতিখন অকলে নেৰিবা।"

মই সকাহ পালো। এইবাৰ ইজন বৰুৱাক উদ্দেশ্যি সুধিলে, "আপুনি

কিহেৰে পাৰ হ'ল?"

"কুমুদৰ নাৱত। দহ-এঘাৰ বজাৰ ভিতৰত পাৰ হ'ম বুলি কৈ আহিছো। কালিৰ ঘাটতে নাও ৰাখিব।"

হেম বৰুৱাদেৱে খৰধৰ লগালে। সোনকালে পাৰ হ'ব লাগে। মই ঘৰত কৈ আহো বুলি আহিবলৈ বিচাৰিলো। বৰুৱাই ক'লে, "নালাগে, পোৱালিয়ে কৈ আহিব। তোমালোক যোৱাগৈ। সোনকালে পাৰ হোৱা।" আৰু দুই-এটা কথা পাতি বৰুৱা উঠিল। আলিবাট পাই ক'লে, "বলক, আপোনালোকৰ ঘৰখনো চাই চাওঁ।" বৰুৱাৰ মতৰ ওপৰত কথা কোৱাৰ সাহস মোৰ তেতিয়া নাছিল। দুয়ো ফটিক ৰ'ডেৰে আহি আমাৰ ঘৰ পালোহি। সুধিলো, "ভাত খাই ল'বনেকি?"

"নালাগে মই মাইচেনীক ভাত থবলৈ কৈ আহিছো।"

ৰাতি প্ৰায় ১০-৩০ বজাত ঘাট পালোহি। কুমুদে মোক দেখি ক'লে, "মাষ্টৰ ককাইদেৱো আহিল। বৰ ভাল হ'ল দিয়ক। ৰংমহল গড়েদি দেউতাক অকলে বাতিখন পঠোৱাব মোৰ মন নাছিল। গড়ত বুঢ়া ডাঙৰীয়াই বগা ঘোঁৰাত উঠি ফুৰে হেনো। গড়ৰ মূৰত সেই দন্ধা বুৰুজৰ ঠাইখিনিও জয়াৰ। জলবাঁক ওলায়।"

এইবুলি নাও মেলি দিলে।

শঙ্কৰ বৰুৱাদেৱ প্ৰায় এসপ্তাহ কাল উত্তৰ গুৱাহাটীত আছিল। গধূলি সদায় কুমুদক লৈ পাৰ হয়। বৰুৱাক দেখিছো, থিবেৰে থাকিব নোৱাৰে মনৰ মানুহ বিচাৰি ঘূৰি ফুৰে। ময়ো সদায় বৰুৱাৰে পাৰ হ'বলগীয়াত পৰো। হেম বৰুৱাদেৱে বৰুৱা অকলে আহ-যাহ কৰাটো ভাল নাপায়। ৰাতি দহ-এঘাৰ বজাত পাৰ হওঁ। কুমুদ কাণ্ডাৰী। ভৱ-সাগৰৰ নহয়—লুইতৰ।

মাইচেনী বাইদেৱে ভাত-পানী ৰান্ধি লেম জ্বলাই মহুৰা ফুৰাই বহি থাকে।

নিতৌ পুৱা মই পাৰ হওঁ। দহ-এঘাৰ বজাত। পাণবজাৰৰ দোকানত আহি বহো। কমলা দাস কৃতী ব্যৱসায়ী। এড়ি-পাটৰ দোকানৰ মালিক। শেষত তেওঁৰ নেতৃত্বতে সিদিনা 'কল্পতৰু' প্ৰতিষ্ঠান স্থাপন হয়।

অৰবিন্দ দাস চাইকেলৰ দোকানৰ মালিক। তেওঁলোক আহি মোক বুজনি দিয়ে। পুৱাই দোকান খুলিবলৈ। নিকুঞ্জৰাম দাস—তেৰোঁ ব্যৱসায়ী, কংগ্ৰেছৰ সমৰ্থক। যোগেন ভট্টাচাৰ্য কংগ্ৰেছ কৰ্মী, মাণিক দাস বিপ্লৱৰ সমৰ্থক, হৰেশ্বৰ শৰ্মা, পাঠকহঁতে আহি ইটো-সিটো বাতৰি দিয়ে। এইদৰেই দিনবোৰ পাৰ হয়।

হেম বৰুৱাদেৱে শঙ্কৰ বৰুৱাক সোনকালে উজনিলৈ পঠোৱাৰ দিহা

কৰিবলৈ কয়। শঙ্কৰ বৰুৱাই সমগ্ৰ অসমতে আকৌ এটি দিন পালন কৰিবলৈ হেম বৰুৱাক জাননী দিবলৈ টানি ধৰে।

এদিন ৰাতি হেম বৰুৱাৰ ওচৰলৈ গৈছো। শঙ্কৰ বৰুৱাৰে পাৰ হোৱাৰ উদ্দেশ্যে। বৰুৱাই মোক দেখিয়েই উঠিল। "বলক চৌধুৰী, পাৰ হওঁ। হেম বৰুৱাই মোক মাতি ক'লে, "বৰুৱাক পঠোৱাৰ ব্যৱস্থা কৰিব লাগে। মণ্টুক (গিৰীণ চৌধুৰীক) মোক এবাৰ লগ পাবলৈ ক'ব।"

- ঘাটলৈ খোজ ল'লো। বৰুৱাক আজি বৰ গহীন গহীন লাগিছে। খং উঠাৰ উমান পালো। ভাবিলো দুয়ো বৰুৱাৰ কিবা লাগিল। ঘাট পালোঁহি। নাও মেলি দিলে। বৰুৱাই ক'লে, "ইহঁতৰ অতপালি বৰ বাঢ়িছে। সৰুপথাৰৰ ওচৰৰ ৰাইজৰ ওপৰত পুলিচ-মিলিটেৰীৰ বৰ উৎপাত চলিছে। ৰাইজক মাত এষাৰ দিবলৈ হ'লেও যাব লাগে।"

"ক'ত খবৰ পালে?"

"বৰুৱালৈ খবৰ আহিছে। বহুতো ধৰা পৰিছে। কংগ্ৰেছ কৰ্মীসকলকতো ধৰিছেই—ওচৰৰ গাঁৱৰ ডেকা-বুঢ়া কাকো বাদ দিয়া নাই। মোৰ ঘৰতে থকা তিলকহঁতকো ধৰিছে। বৰ মাৰ-ধৰ কৰিছে বোলে। গোটেইখন ৰাইজকে ঘুণীয়া কৰিব।"

বহুতৰে নাম ক'লে। মোৰ অচিনাকি। তিলক, তিলেশ্বৰ, কুশল, কনক বহুতৰে। শুনিলো—কিন্তু কাকো নিচিনিলোঁ। শেষত এওঁলোকৰ বহুতৰে খ্যাতি বিয়পি পৰিল—অসমতে নহয় ভাৰততে। তিলকৰ কথা পিছত তেওঁৰ মুখৰ পৰাই শুনিলোঁ। তেজাল ডেকা। বৰ উৎসাহী—বৰ সাহসী। সিদিনা কিতাপৰ পাতত তিলক (তিলক বৰা) ৰ লিখা পঢ়িলোঁ। লেখিছে, "মই তেতিয়া নৱমমান শ্ৰেণীৰ ছাত্ৰ। আমি আছিলোঁ বিপ্লৱী বীৰ শঙ্কৰ বৰুৱাৰ চৌহদ মানে ৰাজনীতিৰ এখন মহাবিদ্যালয়। তাত ৰাজনীতিৰ গধুৰ বিষয়ৰ বাহিৰে অন্য একো কথাই আলোচনা কৰাৰ অৱকাশ নাছিল। তেখেতৰ চৌহদত থকা প্ৰতিজন ছাত্ৰই গৌৰৱ কৰিছিল যেনে আগন্তুক স্বাধীনতা সংগ্ৰামত প্ৰত্যেকেই একোটা স্ফুলিংগ।"

(ললিত বৰা সম্পাদিত 'শ্বহীদ কুশল কোঁৱৰ'; ৩৯ পৃষ্ঠা)

পিছদিনা মণ্টু দাদাক (গিৰীণ চৌধুৰী) লগ ধৰিলোঁ। তেওঁ আমাৰ সজাতি। আমাৰ পৰিবহণৰ ঘাই বিষয়া যেন। তেওঁ সকলো যোগাৰ কৰিলে। লক্ষ্মীনাৰায়ণ প্ৰসাদ। চেনিকুঠীৰ বাসিন্দা। অলপতে স্বৰ্গী হৈছে। সুপৰিচিতা অভিনেত্ৰী বীণা প্ৰসাদৰ ৰবজনাক। তেওঁ নিজৰ গাড়ীৰে শঙ্কৰ বৰুৱাক কমাৰগাঁৱৰ কাৰোবাৰ ঘৰত নিশাৰ এন্ধাৰত নমাই থৈ আহিলগৈ।

লাহে লাহে উত্তৰ গুৱাহাটী গুপ্ত আন্দোলনৰ অস্থায়ী ৰাজধানীৰ দৰে

হ'ল। দেশৰ বিভিন্ন প্ৰান্তৰ পৰাও গুপ্ত আন্দোলনকাৰীসকলৰ আহ-যাহ চলিল। কলিকতা, বোম্বাই আদি ঠাইৰ পৰা যোগাযোগ স্থাপন হ'ল। বহুতে সহায়-সহযোগ আগ বঢ়ালে। পয়োধৰ বৰুৱা, ৰমেশ চাংকাকতী আদিয়ে বিভিন্ন ধৰণে উৎসাহ-উপদেশ দিলে।

ভগী বৰুৱা (মধ্যম খণ্ড), অজিত বৰুৱা (শিলসাঁকো), মহিম বৰুৱা (কদ্ৰেশ্বৰ), কৃষ্ণ চন্দ্ৰ বৰুৱা (ৰজা দুৱাৰ), গজেন ৰবা (ৰংমহল) আদিৰ ঘৰ পলাতকসকলৰ ভাত-ঘৰ হৈ পৰিল।

ব্ৰজনাথ শৰ্মা (কবিৰাজ) আৰু হৰেন্দ্ৰ নাথ বৰুৱা (কম্পাউণ্ডাৰ) আমাৰ স্বাস্থ্য-বিষয়াৰূপে কামত লাগিল। অসমৰ ঘোষিত পলাতক শঙ্কৰ বৰুৱা, লক্ষ্মীপ্ৰসাদ গোস্বামী দুয়ো অঞ্চলৰে এজনৰ দৰে হৈ পৰিল। কাশী বিদ্যাপীঠৰ অধ্যাপক আশথানা আৰু বোম্বাইৰ ডাঃ ডেউভাঙ্কৰ 'দয়াল' আৰু 'বাপুমামা' ৰূপে আমাৰ নিচেই আপোন হৈ পৰিল। ডাঃ ডেউভাঙ্কৰ বুঢ়া। তিনিকুৰি বছৰৰ দেওনা পাৰ হৈছে। জয়প্ৰকাশ-লোহিয়াৰ ভক্ত। লেখক। গুপ্ত প্ৰচাৰত সিদ্ধহস্ত। বহুদিন গুপ্ততা অৱলম্বন কৰি স্বাস্থ্য ভাঙি পৰিছে। জিৰণিৰ আৱশ্যক। কলিকতাৰ পৰা আমাৰ বৈদেশিক বিষয়া স্বৰূপ সুবোধ হাজৰিকাই জনালে। আমিও মাতি পঠিয়ালো। তেওঁ আহি নিৰ্দিষ্ট ঠিকনা—উপেন নবিশৰ ঘৰত উঠিলহি। দুনিশা জিৰণি লৈ তেওঁ পাৰ হ'ল—সেই কুমুদৰে নাৱত। খৈৰাবাৰীৰ ওচৰত থকা শুৱলা বাগিচাৰ মালিক অমূল্য বৰুৱা (মুটু) আৰু ৰত্না বৰুৱা (কণমাই) ৰ আতিথ্য গ্ৰহণ কৰিলেগৈ। তাতে তেওঁ প্ৰায় চাৰি মাহ কটালে। এই সময়ছোৱাত তেওঁ ইংৰাজী উপন্যাস এখনো লেখে। সেইখনৰ নায়ক-নায়িকাৰ নাম অমূল্য আৰু ৰত্না নামকে ৰাখি কিতাপখন তেওঁলোকৰ নামতে উছৰ্গা কৰে।

অৰুণা আছফ আলী। সেই সময়ৰ পলাতক বিপ্লৱীসকলৰ এজনা। নায়িকা। ১৯৪৪ চনৰ ছেপ্টেম্বৰ মাহত অসমৰ মৃত্যু বাহিনীক লগ ধৰি অনুপ্ৰেৰণা দিবলৈ বুলি আহে। সেই ভ্ৰমণো উত্তৰ গুৱাহাটীৰ গুপ্ত ঘাটিৰ পৰাই পৰিচালিত হৈছিল। তেওঁ গুৱাহাটীত দুদিন জিৰণি লৈ শ্বিলঙলৈ যায়। তাৰপৰা নামি আহি উজনিলৈ যাব। এয়েই আছিল ভ্ৰমণ-সূচী। কিন্তু তেওঁ হঠাতে শ্বিলঙৰ পৰা পুনৰ কলিকতালৈ উভতি যাবলগাত পৰে। কাৰণ এখন তাঁৰ আহিল। "Anand Hospitalised, Come Sharp." 'অৰ্থাৎ জয়প্ৰকাশ ধৰা পৰিল। সোনকালে আহা।' গুৱাহাটীত থকা কালত তেওঁ উপেন্দ্ৰ নাথ নবিশৰ ঘৰত আছিল। ত্যাগবীৰ হেম বৰুৱা আৰু ডাঃ ভুবনেশ্বৰ বৰুৱাৰে তেওঁ বিষ্ণু মেধিৰ উজানবজাৰৰ ঘৰত অসমৰ আন্দোলনৰ বিষয়ে আলোচনা কৰিছিল। হিমৎসিংকাই শ্বিলঙলৈ অনা-নিয়া আৰু কলিকতাৰ পৰা আহ-যাহৰ

সকলো ব্যৱস্থা কৰিছিল। এইজনা বিপ্লৱী নায়িকাই বিভিন্ন নামেৰে বিভিন্ন ঠাই চলাচল কৰিছিল। অসমৰ গুপ্ত আন্দোলনকাৰীসকলৰ মাজত তেওঁ আছিল মৰমৰ 'বাইদেউ'।

'বাইদেউ' নামেৰেই তেওঁ চিঠি-পত্ৰ আদান-প্ৰদান কৰিছিল। ১৯৪৬ চনতো অসমলৈ আহি তেওঁ বিভিন্ন ঠাইত বক্তৃতা দিছিল। গুৱাহাটীৰ জুবিলী বাগিচাত বহা ৰাজহুৱা সভাত সভাপতি দীননাথ মেধিয়ে তেওঁক 'বাইদেউ' বুলি সম্বোধন কৰোতে সমবেত জনতাই হাত-তালি আৰু হৰ্ষধ্বনিৰে তেওঁক অভিনন্দন জনাইছিল।

এনে হেন তৎপৰতাৰ মাজত গুৱাহাটীৰ লগত সততে সংযোগ ৰাখিবলৈ কুমুদ-কোটোৰা আৰু লেতেৰা আমাৰ লগৰী। থলৰ নহ'লেও জলৰ। ৰাতি দোভাগতো নাও মেলি আমাক পাৰাপাৰ কৰিবলৈ এওঁলোক সদায় সাজু হৈ ওলাই আছে।

কুমুদ-কোটোৰা-লেতেৰা। তিনিজনেই ভিন্ন-সুৰীয়া, কোটোৰা কথকী আৰু হাস্যমুখৰ। লেতেৰা কম কথাৰ লোক। । সংসাৰত বিৰাগ আৰু ভকতীয়া। ঈশ্বৰৰ বাহিৰে মানুহত বিশ্বাস কম। কুমুদ গহীন। আগ-গুৰি চাই কথা কয়। তিনিজনেই আমাৰ বিশ্বাসী সহকৰ্মী। কুমুদৰ প্ৰতি শঙ্কৰ বৰুৱাৰ আকৰ্ষণ বেছি। কুমুদেও শঙ্কৰ বৰুৱাক নিজৰ ঘৰ আপোন যেন দেখে।

শঙ্কৰ বৰুৱা কলিকতালৈ যাব। ঘোষিত পলাতক। মূৰৰ ওপৰত পুৰস্কাৰ ঘোষণা কৰা আছে। সহজে আমিনগাঁওলৈ ৰেল ধৰিবলৈ নিয়াও বিপদ। থকা ঠাইৰ পৰা চাৰি-পাঁচ মাইলৰ বাট। তাতে আকৌ বৰুৱাৰ ভৰিৰ বুঢ়া আঙুলি এটা উজুটি খাই বেয়াকৈ ঘাইল হৈ আছে। জোতা পিন্ধিলে ভালকৈ খোজকে কাঢ়িব নোৱাৰে। সেয়ে সমস্যা। এই বাটডোখৰ যায় কেনেকৈ? কুমুদে নাৱতে কথাটো আলোচনা কৰা শুনিলে। গহীনাই মাত লগালে, "কিয় দেউতাক মই নাৱেৰে থৈ আহিম।" আমি আপত্তি কৰিলো। কিন্তু বৰুৱাই সেই পথকে বাছি ল'লে। নিৰ্দিষ্ট দিনত কুমুদে বৰুৱাক উত্তৰ গুৱাহাটীৰ ডাকঘৰৰ ঘাটৰ পৰা নাও মেলি আমিনগাঁৱৰ গাড়ীত তুলি দি আহিলগৈ।

এদিন ৰাতি পাৰ হৈছোঁ। শঙ্কৰ বৰুৱাৰে। কুমুদে সুধিলে, "বৰুৱা দেউতা। ইংৰাজক গুচি যা বুলিলেই গুচি যাবনে?"

"সকলোৱে একেলগে ক'লে—যাব লাগিব।"

"স্বাধীন হ'লেনো আমাৰ কি লাভ হ'ব?"

"কিয়? বহুতো লাভ হ'ব। খাবলৈ পিন্ধিবলৈ চিন্তা নোহোৱা হ'ব। ইংৰাজে আমাৰ দেশৰ সকলো ধন-সম্পদ লৈ যায়। সেয়েহে আমাৰ দেশখন

দুখীয়া হৈ আছে।"

"সেই ধন জানো ৰাইজে পাব? দেশ চলোৱাসকলেহে ভগাই ল'ব?"

মই তেওঁলোকৰ কথাৰ মাজতে ক'লো, "স্বাধীন হ'লে তুমি আৰু নাও চলাব নালাগে। ইয়াত ভাপৰ নাও (জাহাজ) চলিব।"

"জাহাজ চলিলে দেখোন আমাৰ শেষেই। আমিতো জাহাজ চলাব নাজানো। উজনি-নামনিলৈ চলা জাহাজবোৰ ক'ৰবাৰ মানুহেহে চলায়। সিহঁতে জাহাজ চলাবহি—আমি কি কৰিম?"

"আমাৰ সকলোৰেই কাম ওলাব।"

"আপুনি পঢ়া-শুনা জনা লোক। কলেজ পাছ। স্বাধীন হ'লে হয়তো আপুনি ডি.চি. বা এছ.ডি.চি. কিবা হ'ব। আমাৰ দৰে পঢ়া-শুনা নজনাবোৰৰ কি হ'ব? খাব নাপাই শুকাই মৰিব লাগিব।"

শঙ্কৰ বৰুৱাই ৰগৰ কৰি সুধিলে, "মই কি হ'মহে?" কুমুদে উত্তৰ নিদিয়াকৈ মনে মনে থাকিল।

বৰুৱাই আকৌ সুধিলে, "কিহে কুমুদ, নোকোৱা কিয়? মই কি হ'ম?"

"আপুনি ইমান খাটিছে—কিবা এটা নোহোৱাকৈ থাকিবনে? আপুনিও হ'ব?"

"কি হ'মহে?"

"মৌজাদাৰ চৌজাদাৰ কিবা এটা হ'ব।"

হাঁহিৰ খলকনি উঠিল।

নাও আহি ঘাটত লাগিলহি।

বৰুৱাই নাৱৰ পৰা নামি ক'লে, "বাৰু মই মৌজাদাৰ হ'লে তোমাক মৌজাদাৰৰ ঘাই টেকেলা পাতিম।"

আমি হাঁহি হাঁহিয়েই ঘাই আলি উঠিলোগৈ।

কুমুদৰ কথা কম। কিন্তু আমাৰ সকলো কথাকে মন দি শুনি থাকে। মনত তাৰ বহু প্ৰশ্নই জুমুৰি দি ধৰে। চল চাই কুমুদে সোধে, "মাষ্টৰ ককাইদেউ, ব্ৰহ্মপুত্ৰৰ ওপৰত বাৰু দলং দিব পাৰিবনে? সিদিনা যে গোসাঁই (লক্ষ্মী গোস্বামী) ককাইদেৱে ক'লে?"

"পাৰিব। তাহানি বানৰে সাগৰত সেতু বান্ধিলে, আমি মানুহ হৈ নোৱাৰিমনে? স্বাধীন হ'লে সেইটো প্ৰথম কাম হ'ব। মানুহে পাৰ হ'বলৈ আহি ঘাটত খাপ দি থাকিব নলগা হ'ব। দলঙৰ ওপৰেদি আহ-যাহ কৰিব পাৰিব।"

এনেবোৰ কথাই দৰাচলতে কুমুদক নিৰাশ কৰে। কুমুদে সকলো সহ্য

কৰিব পাৰিলেও লুইতৰ ওপৰত এনেবোৰ অত্যাচাৰ সহ্য কৰিব নোৱাৰে। লুইতখন বৈ থাকিব লাগে। অহৰহ। আজিৰ দৰে—তাহানিৰ দৰে। তাহানিৰ দৰে আজিও।

ব্ৰহ্মপুত্ৰৰ বুকু বান্ধিব পাৰিব বুলি কুমুদৰ বিশ্বাস নহয়। ছেগ বুজি কুমুদে সেই কথা উলিয়ায়, "পাৰিবনে ককাইদেউ? ব্ৰহ্মপুত্ৰক বান্ধিব পাৰিবনে?"

"পাৰিব" বুলি ক'লেই—কুমুদ নিমাত হয়। বুকুখন যেন তাৰ কিহবাই খুন্দা মাৰি ধৰে। লুইতখন যে কুমুদৰ কিমান আপোন। সি ভাষাৰে বুজাব নোৱাৰে।

লুইতৰ বুকুত পাৰাপাৰৰ কাৰণে ভাপৰ নাও চলা—লুইতৰ বুকুত দলং বন্ধা কথাই কুমুদক নিৰাশ কৰি তোলে। বেজাৰৰ সুৰত কুমুদে কয়, "ককাইদেউ। লুইতখনেনো আমাক কি দিয়া নাই? বাৰিষা খৰি-খেৰ আনি দুৱাৰ-মুখতে যুগুতাই দিয়ে। মাছ-পুঠিৰ আদি-অন্ত নাই। আমাৰ দৰে কতজনক দুবেলা দুমুঠি ভাতৰ যোগাৰ দিছে। বাবা ব্ৰহ্মপুত্ৰৰ কথাই বেলেগ দিয়ক। ঋষিৰ ল'ৰাহে। ঋষি-মুনিৰ দৰেই কাম কৰি যাব।"

কুমুদে দেখিছো—পুৰাণ ভাগৱতৰ কাহিনীও জানে।

"খেতিৰ মাটি হেনো মাটিহীনৰ মাজত ভগাই দিব?" নাও মেলি কুমুদে প্ৰশ্ন কৰে।

"অ' খেতি নকৰা মানুহে খেতিৰ মাটি ৰাখিব নোৱাৰিব। সেই মাটি খেতিয়কৰ হ'ব।"

"মাটিৰ গিৰীহঁতে মাটি এৰি দিব?"

"আইন কৰিলে—এৰি দিব লাগিব।"

"বৰ গণ্ডগোলখন হ'ব দিয়ক। মাৰা-মাৰি কাটা-কাটিখন হ'ব। মালি মকৰ্দমা বাঢ়িব।"

"তুমি যদি খেতি কৰিব খোজা—তুমিও জোখাৰে মাটি পাবা।"

"নালাগে দিয়ক। পৰৰ মাটিলৈ চকু নিদিওঁ। আমাক বাবায়ে (ব্ৰহ্মপুত্ৰ) খুৱাব। লোকৰ মাটি কাঢ়ি বৰ খেতিয়ক নাসাজো দিয়ক।"

দুবাৰমান ব'ঠাৰে চাব দি কুমুদে আকৌ কয়, "মালিকে মাটি এৰি দিব? কেতিয়াও নিদিয়ে দিয়ক? কতই দিবলগীয়াখিনিকে নিদিয়ে। কতই লুইতৰ ঢৌত পৰি—উমানন্দ বাবাক 'এচিলিম ভাং দিম', 'এথোক কল দিম', 'এটা খাহী দিম' বুলি আত্ৰাণিত প্ৰতিজ্ঞা কৰে। পিছে ক'তা, পাৰ পালেই সকলো পাহৰি যায়। এটা তানৰ পইছাও নিদিয়ে। এনেবোৰ মানুহে মাটি এৰি দিব? ভগৱানকে ঠগে—মানুহক নঠগিবনে?"

কুমুদৰ এনেবোৰ প্ৰশ্নৰ উত্তৰ বিচাৰি নাপাই আমিও মনে মনে থাকো।

কথাৰ আঁত ছিঙি আন কথা উলিয়াওঁ।

ছয় মাৰ্চ, ১৯৪৩ চন। ইংৰাজ শাসনৰ এটি কুখ্যাত ক'লা দিৱস। সৰুপথাৰ ৰেল দুৰ্ঘটনাৰ বিচাৰৰ ৰায় হ'ল। যোৰহাটৰ কাছাৰীত। বিচাৰক জিলাধিপতি চি.এ. হামফ্ৰে চাহাব। বিচাৰৰ আগতেই জুকিয়াই থৈ যেন কপট বিচাৰ পাতিছিল, ভুৱা সাক্ষী, ভুৱা ৰাজসাক্ষীৰ পোহৰ মেলি। অঞ্চলৰ সকলো লোকক ঘূণীয়া কৰি চল্লিশজনৰ বিপক্ষে গোচৰ তৰিছিল। ইংৰাজে প্ৰথম অসম দখল কৰিবলৈ ওলাওঁতে এনে ৰাজদ্ৰোহৰ অপৰাধতে মণিৰাম দেৱানৰ ফাঁচিৰ হুকুম হৈছিল। সেই কুখ্যাতি ৰাখি প্ৰখ্যাত হোৱা কথাষাৰি Hanging first trial afterwards. তেতিয়া আছিল ১৮৫৭ চন। চিপাহী বিদ্ৰোহৰ সময়। এইবাৰ 'ভাৰত ত্যাগ'ৰ আন্দোলন—অহিংস পূজাৰী মহাত্মাজীৰ নেতৃত্বত। ইংৰাজৰ শেষ খোপনি, শেষ অধ্যায়। তথাপি সেই যেন একে সুৰ Hanging first trial afterwards. বুৰঞ্জীৰ পুনৰ অভিনয় হয়। ৰাজদ্ৰোহৰ বিচাৰো বুৰঞ্জী। সেয়ে এই বিচাৰতো ৰায়ৰ পুনৰাভিনয় হ'ল। বিচাৰৰ ৰায়ৰ আগকথাত বিচাৰক হামফ্ৰে চাহাবে লেখিছে:

"The derailment was clearly caused by the removal of two pairs of rails with their sleepers just in front of the bridge. The engine & tender got on to the bridge although derailed did not fall down the embankment of capsize.

There was damage to the coach on behind and two officer in an officers compartment that fell below the bridge were burnt by acid from a battery, there were luckily no death."

আকৌ তেওঁ কৈছে, "There was a meeting last Jeth in front of a shop kept by one Nabin. This was addressed by Sankar Barua, the Congress M.L.A.

There after 3 month after the first meeting, and about three weeks before the occurrence there was another meeting in a Marwari two storied house. Here one Baikuntha Sing (usually known as Panditji) addressed the meeting. Besides the usual Congress programme, he said that people must do their duty if necessary by dying and that the railways, should be made impassable. He also said he would leave instruction with Kusal as to how this was to be done, also a similar meeting in Birdhan's namghar.

Then on the 9th there was a meeting in the Congress office. The approver went in the afternoon and found some of the accused there and later the rest of the accused came. Also the three absconders.

Then Suren Phukan and Soneswar Bora (the first an absconder in this case and second one apparently not traced) called them out and took them to the line.

শেষত সাতজন সজা দোষীক বাছি লৈ রায় দিলে, "It seems to me to be clear that the main leaders were Kusal Chandra Konwar, and Dharmeswar Deka and the absconders Panditji and Suren Phukan. And also that Thopar and Kanakeswar Konwar were also leaders although not to the same extent Naga and Indreswar Phukan seems to me to be much less important than some members of the gang, against which there is no sufficient evidence to convict. They are part of the rank and file. Dhaneswar Gogoi is not a very bright boy who was I think dominated by Kusal and is not much more than his servant.

"All these seven accused are convicted of abetting an offence that the accused damage to the railways and also of endangering the safety of person travelling on the railway and so punishable under sec 126 of the Indian Railway Act and Sec 35 of the Defence of India Rules read with ordinance III of 1942.

"Only the maximum sentence appears to be proper in the ease of Kusal Chandra Konwar and Dharma Kanta Deka and Kanakeswar Konwar and Thoper alias Ghanasyam Saikia and under sec 109 DPCI direct that they be hanged by the neck till they are dead."

"In view of their youth and unimportance Naga alias Nagen Chutia and Indreswar Phukan are subject to cofirmation each sentence to 10 years R.I.

In view of all the circumstances I think that although he is convicted of an offence punishable by death as this

Mikir Hills cane Dharmeswar Gogoi can be death with under Sec 562 Cr.P.C. I therefore direct that he should execute bond of Rs. 500/- with a surely of Rs. 500/- to appear when called upon to receive sentence during the next 3 years and in the meantime to keep the peace and be of good behaviour.

The approver is discharged and the remaining accused acquitted.

Sd/ C.A. Humphrey
Deputy Commissioner, Sibsagar
6.3.43

এই বিচাৰৰ ৰায় বিজুলী সঞ্চাৰে গোটেই অসমতে বিয়পি পৰিল। সকলো ম্ৰিয়মান হ'ল। হেম বৰুৱাই আমাক মাতি আনিলে। ক'লে "শঙ্কৰক উজনিলৈ পঠোৱাতো বৰ ভাল কথা নহ'ল। বৈকুণ্ঠ সিং, সুৰেন ফুকন এতিয়াও আত্মগোপন কৰি আছে। বিচাৰৰ ৰায়ত শঙ্কৰৰ নামো হেনো উল্লেখ আছে। ভাটিৰ ফালে পঠাবৰ দিহা কৰিব নোৱাৰানে?"

আমিও চিন্তিত হ'লো। কিন্তু আচৰিত। শঙ্কৰ বৰুৱা প্ৰায় পষেকৰ ভিতৰতে গুৱাহাটী পালেহি। ভাটিলৈ যোৱাৰ উদ্দেশ্যে নহয়। এই ৰায়ৰ বিপক্ষে আপীল কৰাৰ মানসে। দুয়ো বৰুৱাৰ দীঘলীয়া আলোচনা হ'ল। নিশা কুমুদ, কোটোৱাৰ নাও আকৌ ঘনাই চলিবলৈ ধৰিলে। কিন্তু বিপদ ঘনীভূত হ'ল। গৱৰ্ণৰ চাহাবে এই ৰায় সাব্যস্থ (confirm) কৰিলে। জোট ভালকৈ লাগিল। কংগ্ৰেছ ভাৱাপন্ন উকিলসকল প্ৰায়েই কাৰাবাসত। বহুতে আকৌ সাহ কৰি আগ নাবাঢ়ে। গোনতে ৪০ জন আচামীৰ হৈ দুই-এজনে গোলাঘাট আৰু যোৰহাটৰ বৈঠকত ওকালতি কৰিছিল। সেই সকলোৰে নাম পাবলৈ টান। কিন্তু ৰামনাথ দাস, দৌলেশ্বৰ দত্ত আদিৰ নাম শঙ্কৰ বৰুৱাৰ মুখতে শুনিছিলো। বৰুৱাই ৰোহিণী চৌধুৰীক এবাৰ কৈ চাব বিচাৰে। উপেন নবিশ—এজন সাহসী আৰু উদ্যোগী কৰ্মী। তেওঁ নিজৰ মটৰেৰে শঙ্কৰ বৰুৱাক নি চৌধুৰীৰ ওচৰ চপালে। চৌধুৰীয়ে গৱৰ্ণৰ জেনেৰেলৰ ওচৰত আপীল কৰাৰ উপদেশ দিলে। কিন্তু এই ৰায়ৰ কিবা লৰচৰ হ'ব বুলি আশা নকৰিলে। শেষত আপীল হ'ল। এই সময়ত আমি চাৰিজন উকিলৰ কথা শুনিছিলো। যোৰহাটৰ ৰামনাথ দাস, গোলাঘাটৰ দৌলেশ্বৰ দত্ত, গুৱাহাটীৰ

ৰোহিণী কুমাৰ চৌধুৰী আৰু তেনেই ডেকা উকিল ৰমেশ চন্দ্ৰ চৌধুৰী। শেষত তিনিজনক আমি সঘনে লগো পাইছিলো। এই আপীলত কুশল কোঁৱৰৰ বাহিৰে আন তিনিজন মৃত্যু-দণ্ডিত লোকৰ শাস্তি লাঘৱ হ'ল। তেওঁলোকক যাৱজ্জীৱন কাৰাদণ্ড দিয়াৰ ৰায় দিলে। কুশলৰ ফাঁচিৰ হুকুম বাহাল থাকিল।

১৫ জুন, ১৯৪৩ চন। কুশল কোঁৱৰৰ যোৰহাট জেলত ফাঁচি হ'ল। কুশল শ্বহীদ হ'ল। জন্মৰ কাৰণে নহয়, মৃত্যুৰ কাৰণে কুশল মহীয়ান হ'ল।

এনেতে সৰুপথাৰৰ ৰেল দুৰ্ঘটনাৰ লগত জড়িত পলাতক বৈকুণ্ঠ সিং পুলিচৰ হাতত পৰে। এইবাৰ সকলো সজাগ হ'ল। ৰোহিণী চৌধুৰী, দৌলেশ্বৰ দত্ত আৰু ৰমেশ চন্দ্ৰ চৌধুৰীয়ে সিংৰ পক্ষ লৈ ওকালতি কৰিলে। বিচাৰক হ'ল নগাঁওৰ জিলাধিপতি পেইন চাহাব। এই বিচাৰত বিচাৰকৰ ভাৰ দি তেওঁক শিৱসাগৰৰ অতিৰিক্ত জিলাধিপতি পদতো সাময়িকভাৱে নিযুক্তি দিয়ে।

বিচাৰত বৈকুণ্ঠ সিং (পণ্ডিতজী) নিৰ্দোষী প্ৰমাণিত হয়। হামফ্ৰে চাহাবৰ ৰায়ত লেখিছিল, "It seems to me to be clear that the main leaders were Kusal Konwar and Dharmeswar Deka and the absconders Panditji and Suren Phukan."

কিন্তু বৈকুণ্ঠ সিংৰ (পণ্ডিতজীৰ) বিচাৰৰ ৰায় হ'ল অন্যৰূপ। পণ্ডিতজী নিৰ্দোষী বুলি সসন্মানে খালাচ হ'ল। বিচাৰক লৰিলে দেখিছো হুকুমো লৰে।

এই বিচাৰৰ ৰায়ৰ পিছত ৰোহিণী চৌধুৰীদেৱে কুশল কোঁৱৰৰ ফাঁচিৰ কথা সুঁৱৰি দুখ কৰি কৈছিল, "ই ফাঁচি নহয়—ই সুপৰিকল্পিত হত্যাকাণ্ড।"

দেশ স্বাধীন হ'ল।

দেশৰ মানুহে দেশখন চলোৱাৰ ভাৰ ল'লে। কুমুদ, কোটোৰা আৰু লেতেৰাহঁতৰ লগত সম্বন্ধ আকৌ বাঢ়িল। উত্তৰ গুৱাহাটী অঞ্চলত বিভিন্ন অনুষ্ঠান গঢ়ি উঠিল। কৃষক সভা, নাৰী-মঙ্গল সমিতি, আজাদ হিন্দ সেৱা দল, গজালি সংঘ আৰু কত কি?

গজালি সংঘ সৰু সৰু ল'ৰা-ছোৱালীৰ সংগঠন। আবেলি গীত-নাচ, খেলা-ধূলা, আবৃত্তি-তৰ্ক, সমূহীয়া বা সমবেত গীত আদিৰে বৈঠক বহে। গজালি সংঘৰ পৰিচালনাৰ ভাৰ মোৰ ওপৰত। সেয়ে আবেলি প্ৰায়েই পাৰ হওঁ। পাৰঘাটৰ নাৱেৰে। বৈঠক সামৰাৰ পিছত মেল বহে। ৰসৰ মেল। এই মেলত ভগীৰাম বৰুৱাই ঘাই ভাগ লয়। ব্ৰজ শৰ্মা, নীল বৰুৱা, ৰমেশ বৰকাকতী, কুমুদ বৰদলৈ, কৃষ্ণ বৰুৱা, দুখুৰাম (দুনুৰাম দাস) আদি ৰসাল লোকসকলে বিভিন্ন কথাৰে বৈঠক ৰসাল কৰি তোলে। সাত-আঠ বজাত বৈঠকৰ সামৰণি পৰে। সকলো ঘৰাঘৰি যায়। মই কুমুদ-কোটোৰা বা লেতেৰাৰ নাৱত পাৰ হওঁ। এই সময়খিনিতে তেওঁলোকৰ লগত সুখ-দুখৰ কথা পাতো।

কোটোৰাৰ কাহিনী ইতিমধ্যে প্ৰকাশ হৈছে। লেতেৰাৰ কাহিনী সৰু। কিন্তু অতি দুখৰ। বৰ মৰ্মস্পৰ্শী।

*কুমুদৰ আক্ষেপ বহুমুখী। স্বাধীনতাৰ পিছত বিভিন্ন দলৰ উৎপত্তি, কৃষকৰ বেলেগ সংগঠন, লোকৰ মাটিত খেতি কৰি ধান-চাউলৰ ভাগ নিদিয়া,* চৰকাৰৰ বিনা অনুমতিত চৰকাৰী মাটি দখল বা বেদখল কৰা কামবোৰ কুমুদৰ মনঃপুত নহয়। কুমুদৰ আটাইতকৈ ডাঙৰ অবিশ্বাস মানুহৰ ওপৰত। পাৰঘাটত নাও চলাই চলাই বিভিন্ন যাত্ৰীৰ ব্যৱহাৰৰ পৰা সি যেন সেই শিক্ষা—সেই অভিজ্ঞতা লাভ কৰিছে। শিক্ষাৰ গোহৰ নাপালেও কুমুদ জ্ঞানে-গৰকা লোক।

এদিন কঁকালৰ পৰা এটি টোপোলা উলিয়াই ক'লে, "ককাইদেউ চাওক—এইবোৰ অচল চৰতীয়া দু-আনি। পাৰ হোৱা কোনোবা যাত্ৰীয়ে দি ঠগিছে৷"

মই ক'লো, "তুমি সেইবোৰ ট্ৰেজেৰীত দিবা। তোমাক সলনি কৰি দিব।"

"আগতে দিছিল। এতিয়া স্বাধীন হোৱাৰ পিছত নিদিয়া হৈছে। এদিন এটোপোলা লৈ গৈছিলো। নগণাকৈ সেইবোৰ দলিয়াই টেবুলৰ তলত পেলাই থলে। মোক ধমকি দি খেদি দিলে। এইসোপা নদীৰ বুকুতে দলিয়াই দিম দিয়ক।" গান্ধী হত্যাৰ বাতৰি শুনি কুমুদ স্তম্ভিত হয়। চাৰিওফালে কুমুদে অন্ধকাৰ দেখে—"এই পাপেই আমাক নিঃশেষ কৰিব চাব। আমাৰ দেশত খুনী-ডকাইতৰ সংখ্যা বাঢ়িব।" বহুদিন বহু কথা কৈ কুমুদে আমাক চিন্তিত কৰি তোলে।

আজি উভতি চাই কুমুদৰ কথাবোৰ সুঁৱৰিলে সকলো সঁচা সঁচা যেন লাগে। নহয়, সকলো সঁচায়। কুমুদে মিছা কথা নকয়। মিছা ক'ব নাজানে।

কুমুদ। কুমুদৰাম দাস। ঘৰ উত্তৰ গুৱাহাটীত। ৰজা-দুৱাৰত। ডাক-ঘৰৰ পৰা উত্তৰমুৱা কেঁকুৰিটোত থাকে। কোটোৰা-লেতেৰাৰ ঘৰো তাতেই। 'কুমুদ ভাই' বৰ মৰম সনা মাত। ঐতিহাসিক সম্বোধন। তাৰ কথাই ক'ব বিচাৰিছো।

কুমুদে সৰু-বৰ সকলোকে ককাইদেউ বুলি মাতে। চুলি পকা মানুহ দেখিলে দেউতা আদি সম্ভাষণ কৰে। বহুতে তাক লৈ ৰগৰ কৰে। কেতিয়াবা নাৱত পাৰ হোৱা সৰু ল'ৰা এটাক দেখুৱাই কোনোৱে সোধে, "কুমুদ, এই ককাইদেৰেৰাক ক'ত নমাই দিবা?"

কুমুদেও তৰ্ক নকৰি কয়, "জানো ককাইদেৱে বা কোন ঘাটত নামে!"

১৯৪৬-৪৭ চন। '৪৬ৰ শেষ আৰু '৪৭ৰ আগ ভাগ। জয়প্ৰকাশ অসম ভ্ৰমণলৈ আহিছে। কংগ্ৰেছ ছ'চিয়েলিষ্ট সংগঠনৰ কাৰণে। সিদিনা তেজপুৰৰ

পৰা আহিব। পুৱা ১১ বজাত উত্তৰ গুৱাহাটীত বক্তৃতা দি ডেব বজাৰ জাহাজেৰে পাৰ হ'ব। গুৱাহাটীলৈ। কমলদেৱ হাইস্কুলৰ সন্মুখৰ পথাৰত সভাৰ মণ্ডপ সজোৱা হৈছে। পুৱাৰে পৰাই জনতাৰ দলদোপ হেন্দোলদোপ। পুৱাৰে পৰাই জনস্ৰোত বইছে। ইংৰাজৰ জেল ভাঙি পলোৱা লোকজন আহিছে। সকলোৰে এবাৰ চাবলৈ হেঁপাহ। কিন্তু ১১ বাজিল—১২ বাজিল—২ বাজিল—৪ বাজিল। কাৰো দেখাদেখি নাই। উদ্যোক্তাসকলৰ উচপিচনি লাগিছে। কি হ'ল? কি কথা? তেওঁৰ লগত হেম বৰুৱা, সুবোধ হাজৰিকা, হৰেশ্বৰ গোস্বামীহঁত আছে। সময়ৰ মোল বুজা মানুহ। দুৰণিৰ বাইজ ঘৰমুৱা হ'ব ধৰিছে। এনেতে মটৰ অহাৰ উমান পোৱা গ'ল। ল'ৰা-ছোৱালীবোৰে হুলস্থুল কৰি লৰিছে— "আহিল আহিল।"

'জয়প্ৰকাশ নাৰায়ণ জিন্দাবাদ', 'কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টি জিন্দাবাদ' ধ্বনিৰে আকাশ-পাতাল নিনাদিত হ'ল। দুখন গাড়ীৰ পৰা লোকসকল নামিল। পোনে পোনে সজাই থোৱা মণ্ডপৰ ফালে আগবাঢ়িল—জে.পি.—জয়প্ৰকাশ। আজিৰ লোকনায়ক জয়প্ৰকাশ নাৰায়ণ।

পয়োধৰ বৰুৱা অভ্যৰ্থনা সমিতিৰ সভাপতি। কমল বৰুৱা সম্পাদক। সভাপতি বৰুৱাই মান-পত্ৰ পঢ়িলে। উপহাৰ যাচিলে। জে. পিক ভাষণ দিবলৈ অনুৰোধ জনালে।

সেই সময়তে হৰেশ্বৰে মোক কাণে কাণে ক'লে, "এতিয়া জে. পিক পাৰ কৰ কেনেকৈ? জাহাজৰ শেষ 'ট্ৰিপ' এৰিবলৈ আৰু ৫/৬ মিনিটহে আছে। নাও যোগাৰ কৰিব পাৰিবিনে?"

"পৰা যাব। বহুতো নাও পাম।"

"যা ভাই তই নাও যোগাৰ কৰ। বৰ ভাগৰি আহিছে। নাৰলৈ আকৌ অপেক্ষা কৰিব লাগিলে বৰ বেয়া কথা হ'ব।" সভা এৰি মানুহ ঠেলি ঠেলি ঘাই আলিলৈ বুলি আহিছো। দেখিলো কুমুদেও সভা চাই আছে। মাতি আনি কথাটো ক'লো।

"এ তেন্তে মই আগবাঢ়ো। নাওখন ঠিক কৰোগৈ" বুলি কুমুদ উঠিল।

"দুজন ভাল ব'ঠা মাৰা মানুহ ল'বা।"

"নালাগে ককাইদেউ। আপুনি গোৰত বহিব—মই দাৰ মাৰিম। পানী একো নাই। চৰিয়াৰ পানী যেন হৈ আছে।" কুমুদে খোজ ল'লে।

মই মঞ্চলৈ উভতিলো। হৰেশ্বৰৰ উচপিচনি লাগি আছে। মই নাও যোগাৰ হ'ল বুলি ক'লো। ডাকঘৰৰ ঘাটেদি পাৰ হ'ম। কিন্তু হৰেশ্বৰে সিমানতে নেৰিলে। ক'লে, "তই আগবাঢ়। একেবাৰে সাজু কৰি ৰাখগৈ। আমি সভা শেষ কৰিয়েই সেইখিনি ওলামগৈ।"

সভা এৰি মঝো নাও-ঘাটলৈ বুলি খোজ ল'লো। কুমুদ কাঁঠ যোৱাদি গৈছে। বাটত লগকে নাপালো। ঘাট পাই দেখো—নাওখন কুমুদে পানী মাৰি ধুইছে। এখন ঠঙ্গাও চঁছালিত পাৰি দিছে।

মই এইবোৰ কিয় কৰিছা বুলি সুধিলো।

"ককাইদেউ, এনে এজন মানুহ পাৰ হ'ব—সেয়ে নাওখন ধুই-মেলি শুচি কৰি লৈছো।

কুমুদৰ কথা শুনি মই হাঁহিলো। ক'লো, "হেৰা মিছাতে এইবোৰ কৰিছা। তেওঁ আমাৰ দৰেই মানুহ।"

"নহয় ককাইদেউ। এইবোৰ দেৱতাৰ অংশ লৈ অহা মানুহ। চাওকচোন এজন মানুহ চাবলৈ কত মানুহ কিমান দূৰৰ পৰা আহিছে। ইমান ডাঙৰ হ'লোহি—উত্তৰ গুৱাহাটীত ইমান মানুহ একেলগে গোটখোৱা মই হ'লে দেখা নাছিলোঁ।

গাড়ী আহি ঘাটৰ ঘাই আলিত ৰোৱা দেখিলো। পিছে পিছে মানুহ লৰি লৰি আহিছে। আগত জে.পি আৰু তেওঁৰ সঁজাতী দল। সকলো নাৱত উঠিলহি। মই গোৰত বহিলো। হৰেশ্বৰৰ আপত্তি। মই গোৰ ধৰিব নালাগে। নিজেও দাৰ মাৰিবলৈ ওলাই মোকো দাৰত বহুৱালে। কুমুদক জে.পিৰে চিনাকি কৰি দিয়া হ'ল। বিয়াল্লিছৰ আন্দোলনত কুমুদৰ বৰগুণিৰ কথাও কোৱা হ'ল। জে.পিয়ে কুমুদলৈ চাই হাঁহিৰে কৃতজ্ঞতা জনালে।

নাও গুৱাহাটীৰ গোসাঁই ঘৰৰ (নাও গোসাঁই) সমুখৰ বালিত লগালেহি। কুমুদে পাৰ পায়েই নাৱৰ পৰা নামি নাও টানি বালিত ভালকৈ লগাই দিলে। পোনতে হৰেশ্বৰ আৰু মই নামি জে.পিক নামিবলৈ ক'লো।

নাৱৰ টিঙত উঠি জে.পিয়ে 'কুমুদ ভাই' বুলি হাত-বাউল দি ওচৰলৈ মাতিলে। কুমুদ কাষ চাপি গ'ল। কুমুদৰ কান্ধত হাত দি জয়প্ৰকাশ নাৱৰ পৰা নামিল।

কুমুদৰ পিঠিত মৰমেৰে থপৰিয়াই জে.পিয়ে কুমুদৰ পৰা বিদায় ল'লে। সিদিনাৰে পৰা কুমুদ আমাৰো কুমুদ ভাই হৈ পৰিল।

কুমুদক হৰেশ্বৰে টকা পাঁচটা যাচিলে। কুমুদে হাত পিছুৱাই নি ক'লে, "নহ'ব ককাইদেউ, মোৰ পুণ্য ভাগ কাটিবলৈ নিদিম। আজি একো নলওঁ দিয়ক। মহাভাৰত নে ৰামায়ণত আছে নহয়, কৃষ্ণ গোসাঁইক এজন চণ্ডালে পাৰ কৰিছিল। আজি সেই দিন।" কুমুদে হয়তো গুহক চণ্ডালে ৰামচন্দ্ৰক পাৰ কৰাৰ কথাই ক'ব বিচাৰিছিল।

সিয়ালতে কুমুদক এৰি বালি ভাঙি ভাঙি গুৱাহাটীৰ ঘাই আলিলৈ আটায়ে খোজ ল'লো।

১৯৪৮ চন। কংগ্ৰেছ ছ'চিয়েলিষ্টসকলে কংগ্ৰেছ ত্যাগ কৰিলে। অসমতো ছ'চিয়েলিষ্ট দল গঠন হ'ল। '৪২ চনত গুপ্ত আন্দোলনত লিপ্ত থকা সৰহভাগেই এই দলত যোগ দিলে। মূৰত বগা টুপিৰ পৰিবৰ্তে ৰঙা টুপি উঠিল। আমাৰ মূৰত ৰঙা টুপি দেখি কুমুদ-কোটোৱাৰ দৰে বিপদৰ বন্ধুসকল আচৰিত হ'ল। ব'ঠাত চাব দি দি নাৱৰ হেন্দোলিনৰ মাজতে কুমুদে কয়, "ককাইদেউ! নকৈছিলোঁ। আমাৰ মানুহ লগ হৈ থাকিব নোৱাৰে। হ'বই দিয়ক। একে পেটৰ ভাই-ককায়েই ঠাই ঠাই হয়। সমগ্ৰ ৰাইজ—সকলো একেলগে থাকে কেনেকৈ?"

সেই চনতে উত্তৰ কামৰূপৰ উপনিৰ্বাচন। মুছলমান সংৰক্ষিত আসনৰ বাবে ছ'চিয়েলিষ্ট পাৰ্টিয়েও প্ৰাৰ্থী থিয় কৰোৱাৰ সিদ্ধান্ত লয়। বাহাৰুল ইছলাম (এতিয়াৰ চুপ্ৰীম ক'ৰ্টৰ ন্যায়াধীশ) আমাৰ দলৰ প্ৰাৰ্থী। কংগ্ৰেছৰ প্ৰাৰ্থী আটোৱাৰ ৰহমান (অলপতে দেহা এৰিছে)। ৰঙা টুপি আৰু বগা টুপিৰে ৰঙিয়াৰ পৰা বৰপেটালৈকে চানি পৰিল। আমাৰ পক্ষত শঙ্কৰ বৰুৱা, হেম বৰুৱা, হৰেশ্বৰ গোস্বামী, বিপিনপাল দাস, বংশী দত্ত, পৰমা গগৈ, সোণেশ্বৰ বৰা, লক্ষ্মীপ্ৰসাদ গোস্বামী, মহেন্দ্ৰ হাজৰিকা (আমগুৰি) তাজুদ্দিন আহমদ, প্ৰমোদ বৰ্মণ, উমা শৰ্মা, জাহানুদ্দিন আহমদ, হৰেশ্বৰ বৰ্মণ জমিৰুদ্দিন আদি লোকসকলে ভিন ভিন ঠাইত কোঠ মাৰিছেহি। সভা-সমিতিত বিপুল ৰাইজৰ সমাবেশ। বিভিন্ন সুৰৰ বক্তা। ছ'চিয়েলিষ্টৰ সভা চাবলৈ ৰাইজ হিল-দল ভাঙি আহে। কংগ্ৰেছ সভা পাতল। নাই বুলিলেই হয়। মাজে মাজে সভা পাতে। মহেন্দ্ৰ চৌধুৰী, ফকৰুদ্দিন আলি আহমদ, সিদ্ধিনাথ শৰ্মা আদিয়ে কেতিয়াবা কেতিয়াবা সভাত বক্তৃতা দিয়ে।

এদিন সিদ্ধিনাথ শৰ্মা প্ৰমুখ্যে কংগ্ৰেছ নেতা কেইজনমান আহি নলবাৰীৰ ডাক বঙলাত থিতাপি লৈছে। হৰেশ্বৰে আহি ক'লে, "ব'ল, এবাৰ লগ পাই আহোঁ।" গ'লো। হৰেশ্বৰ, মই আৰু প্ৰমোদ বৰ্মণ। আমাক দেখি দুই-এজনে বহিবলৈ ঠাই এৰি দিলে।

"শৰ্মাদেৱে সুধিলে, "মইনা (হৰেশ্বৰ) কেনে পাইছ?"

"ৰাইজ আমাৰ ফলীয়া হৈছে।"

"ৰাইজ তহঁতৰ ফলীয়া হক ৰহচোন। ভোটাৰসকল কাৰ ফালে আছে।"

আমি তেওঁৰ কথাৰ পেচ ধৰিব নোৱাৰিলোঁ।

হৰেশ্বৰে ক'লে, "আমাৰ সভাত বহুত মানুহ হয়। সিদিনা এখন সভা চাৰি বজাত আৰম্ভ কৰি ৰাতি নমান বজাতহে শেষ কৰিছোঁ। পাঁচ-ছয় হেজাৰ মানুহ হৈছিল। আজিও নলবাৰীৰ ওচৰে-পাজৰে দুখন সভাত বক্তৃতা দিলোঁ। মানুহ যথেষ্ট।"

"অ' তহঁতৰ বক্তাসকল ভাল। আমাৰ দুই-এজন কৰ্মীয়েও কৈছে। পিছে তহঁতৰ সভাত থূপ খোৱা মানুহবোৰৰ বেছিভাগেই ভোটাৰ নহয়। ভোটাৰসকল সভা শুনিব নাহে। নিজে তেওঁলোকৰ ওচৰলৈ যাব লাগে। মুখেদি কৈ অহাৰ উপৰিও চিঠি দিব লাগে। মই আহি আমাৰ নিৰ্বাচনী অফিচত খবৰ লৈছোঁ, প্ৰায়বোৰ ভোটাৰৰে চিঠি বিলি হৈছে। বাকীখিনিও দুই-এদিনতে হ'ব।

মোৰ ফালে মুখ ঘূৰাই শৰ্মাদেৱে ক'লে, "এওঁ হেনো কংগ্ৰেছৰ কাহিনী বৰ্ণাই কিবা গান গায়। নাচ-গান চাবলৈ মানুহতো আহিবই।"

শৰ্মাৰ কথা শুনি মই লাজতে মৰি যোৱা যেন পালোঁ।

আমি উঠিলোঁ। বাটতে হৰেশ্বৰে ক'লে, "এৰা, নলবাৰী আৰু ৰঙিয়াৰ ভোটাৰ লিষ্টখিনি অনাই হোৱা নাই। তই কালিলৈ গুৱাহাটীলৈ যা। শঙ্কৰ বৰুৱাকো লৈ-যা। বৰ কাহ হৈছে। ডাক্তৰ বৰুৱাক দেখুৱাই আনিবি।"

পিছদিনা গুৱাহাটীলৈ আহিবৰ বাবে সাজু হ'লো। কিন্তু বাধা পৰিল। হৰেশ্বৰ বৰ্মনে নতুন দেহৰত সভা পাতিছে। শঙ্কৰ বৰুৱাক লাগিবই। নতুন দেহৰ বিপ্লৱী ৰাইজে বিপ্লৱী বীৰ শঙ্কৰ বৰুৱাক চাব বিচাৰে। দিনত ৰণক্ষেত্ৰ এৰিব নোৱাৰিলোঁ। নিশা সাত-আঠমান বজাত নলবাৰী এৰিলোঁ। এঘাৰমান বজাত উত্তৰ গুৱাহাটী পালোঁহি। কুমুদৰ ঘৰ পাই কুমুদক মাতিলোঁ। জাৰৰ দিন। সকলো ভাত-ঘুমটিত পৰিছে। সঁহাৰি নাই। চিঞৰিলোঁ। হাতত এটা হাৰিকেন লৈ কুমুদ ওলাই আহিল। পোনতে মোক দেখি সুধিলে, "ককাইদেৱ। এই ৰাতিখন ক'ৰ পৰা ওলাল' দেশ দেখোন স্বাধীন হ'ল। এতিয়াও ৰাতি ৰাতি ফুৰাৰ অভ্যাস নগ'ল।"

বৰুৱাই মাত দিলে, "কুমুদ। তোমাৰ খবৰ ল'বলৈকে আহিছোঁ। ভালে আছা নহয়?"

"এই দেউতা দেখোন?" কুমুদে যেন নোপোৱা গোসাঁইৰেহে ভেটা-ভেটি হ'ল।

ইছ্ মই আপোনাক চিনিবকে পৰা নাছিলোঁ। পাৰ হ'ব নহয়—ব'ব মই ওলাই আহোঁ।"

ঘাট পালোঁহি। নাও মেলি দিলে। এই নিৰ্বাচনৰ কথা কুমুদে জানে। এসপ্তাহমান আগতে তেওঁৰ নাৱেদিয়েই পাৰ হৈছিলোঁ।

নাও মেলাৰ লগে লগেই কুমুদৰ মুখো মেল খালে। আজি যেন কুমুদৰ কথা শেষ নহয়। লং প্লেইং ৰেকৰ্ডৰ দৰে অবিৰাম বাজিবলৈ ধৰিলে, "দেউতা কৈছিলোঁ নহয়। আমাৰ মানুহে ঘৰখনকে চলাই খাব নাজানে, দেশখন চলাই খাব? স্বাধীন হোৱাৰনো আজি কেইদিন হ'ল। ৰাজপাট

লৈ টনা-আঁজোৰা লাগিলেই নহয়। কিয়নো নহ'ব দেউতা। যুধিষ্ঠিৰৰ দৰে সাধু পুৰুষ—তেৰোঁ ৰজা হোৱাৰ লোভত ভাই-ককাইৰে কাজিয়া কৰা নাছিলনে? নাই দিয়ক স্বাধীনহে হ'লোঁ। দুখীয়াৰ একো নহ'ব দিয়ক।"

"ছ'চিয়েলিষ্টৰ শাসন হ'লে দেখিবা। মানুহৰ দুখ-দুৰ্গতি শেষ হ'ব।"

"বৰুৱা দেউতা! ছয়চল্লিচ হওক, কংগ্ৰেছ হওক সকলো আমাৰ দেশৰে মানুহ নহয় জানো? আটায়ে লগ লাগি দেশখন ভালদৰে শাসন নকৰে কিয়? শুনকচোন, তাহানি আমাৰ গাঁৱতে ঘটা ঘটনা এটাৰ কথা কওঁ। মই তেতিয়া চেঙেলীয়া। দহ-এঘাৰ বছৰমান হ'বনেকি? এবাৰ পানী বঢ়াৰ সময়ত মণিকৰ্ণেশ্বৰ পাহাৰৰ কাষৰ চাপৰিত দুটা পহু আহি সোমাল। 'পহু পহু' বুলি চিঞৰা দেখি ৰাইজ যাঠি, জোং হুলাবাৰী লৈ চাপৰিত নামিল। সিটো চুবুৰিৰ চিকাৰী ককাইদেৰো আহিল। বন্দুক লৈ। ৰাইজে ঝাও গছ ভাঙি, উলুবনি ভাঙি পহু খেদি মুকলিত উলিয়ালে। চিকাৰী ককাইদেৱে গুলি মাৰি পহু দুয়োটাকে বগৰালে।"

"ৰাইজৰ বৰ ভোজ হ'ল নহয়নে?"

"ক'ত ৰাইজৰ ভোজ হ'ব? পহু দুটা তেওঁহে মাৰিছে বুলি চিকাৰী ককাইদেৱে লৈ গ'ল। বাকীবোৰ ৰাইজে চাই থাকিল। পহুৰ ভাগ হ'লে নাপালে। আজি আমাৰ দেশৰ কথাও তেনে হৈছে। দেশ স্বাধীন হোৱাৰ লগে লগে কোনে আগ ভাগ খাওঁ তাক লৈয়েহে চিন্তা? দুখীয়া ৰাইজৰ হৈ কোনেও একো নকৰে দিয়ক।" বৰুৱাই বুজাবলৈ চেষ্টা কৰে। কিন্তু বৰুৱাৰ সেই বুজনি কুমুদৰ কাণত নোসোমায়। একে আষাৰতে সামৰিলে, "ভেকুলীৰ পিঠিত লোম নগজে দিয়ক।"

পাৰ পালোঁহি। আমি নাৱৰ পৰা নামি বালিৰ মাজেৰে পকা ঘাটলৈ বুলি খোজ ললোঁ।

নিৰ্বাচনৰ ফল ওলাল। আমি পৰাজিত হ'লোঁ। আমাৰ দলৰ বস্তিকায়ে (বস্তিৰাম বৰ্মন) আক্ষেপ কৰিলে—"বহুনি বেয়া হ'ল।"

দ্বিতীয়বাৰৰ নিৰ্বাচনতো সেই একে কথা। দল পৰাজিত হ'ল। প্ৰাৰ্থী আছিল হৰেশ্বৰ গোস্বামী।

১৯৫২ চনত চৰকাৰ দখল কৰিবলৈ ওলাই সাধাৰণ নিৰ্বাচনত নমা হ'ল। কেৱল ছয়জন আমাৰ প্ৰাৰ্থী নিৰ্বাচিত হয়। অৱসাদ আহিল। পুৰণি সংগঠনবোৰ লাহে লাহে জহি-খহি গ'ল। উত্তৰ গুৱাহাটীলৈ আহ-যাহ কমিল। কুমুদ, কোটোৰাইঁতেৰে দেখা-সাক্ষাৎ পাতল হ'ল। লাহে লাহে সিও নোহোৱা হ'ল।

দিনবোৰ পাৰ হ'ল। ১৯৬৫ চন। তেতিয়া মই চেয়াৰমেন। গুৱাহাটী পৌৰ সভাৰ। আমাৰ সদস্য দহজন। কংগ্ৰেছৰ উনৈশজন। পৌৰ সভাৰ

কর্তৃত্ব আমাৰ হাতত। ঘনে পতি অনাস্থা প্রস্তাব উঠে। বৰ সজাগ হৈ থাকিব লাগে।

আকৌ অনাস্থা প্রস্তাব আহিছে। ফেব্রুৱাৰীৰ ২৫/২৬ তাৰিখমানে সভা বহিব। আত্ম-ৰক্ষাৰ আলোচনা কৰি অফিচ এৰিছো। লগত মাধব দাদা। মাধব ৰাম দাস। সৰবৰহী ডাক্তৰ। মাধব ডাক্তৰ বুলি চহৰত পৰিচিত। কাছাৰীমুখতে দেখলো কুমুদক। আমাৰ কুমুদ ভাই। দেখি চঁক খাই উঠিলো। ভৰি-হাত ফুলিছে। মুখখন ওলমি পৰিছে। সুধিলো, "কি হৈছে?"

"বেমাৰ ককাইদেউ। বৰকৈ ভুগিছো।"

"কি চিকিৎসা কৰিছা? ডাক্তৰক দেখুৱাইছানে?"

"নাই দিয়ক। বৰ দামী দামী দৰব দিয়ে। ভাতকে নিমিলে, দৰব খাব কেনেকৈ? আসুৰী চিকিৎসা কৰিছো দিয়ক।"

"কালিলৈ মোৰ ফাৰ্মাচীলৈ আহিবা।" বুলি মাধব দাই আদেশিলে। মাধব দাদায়ো কুমুদক চিনি পায়। অলপ মাননী কুমুদৰ হাতত দি আমি আগ বাঢ়িলো। মনটো গধুৰ হৈ পৰিল। তাহানিৰ কথাবোৰ এটা এটাকৈ মনত পৰিবলৈ ধৰিলে। সেইবোৰ ভাবি ভাবিয়েই ঘৰ পালোগৈ।

১৯৬৫ চনৰ ২৬ ফেব্রুৱাৰী। অনাস্থা প্রস্তাৱৰ আলোচনাৰ দিন। সোনকালে পৌৰসভাৰ অফিচলৈ গৈছো। উত্থাপনকাৰীসকলে অনাস্থা প্রস্তাব উঠাই লৈছে। সভা নবহিল। বিনা যুদ্ধে আমাৰ জয়লাভ হ'ল। কেইদিনমানলৈ হ'লেও নিশ্চিন্ত হ'লো। আনন্দ মনেৰে ঘৰলৈ উভতিছো। লগত মাধব দাদা। ফৰেষ্ট অফিচৰ ফালৰ পৰা পৰমা আহিছে। কুমুদৰ ভায়েক। আমাক দেখিয়েই সি চিঞৰিলে, "মাষ্টৰ বাবু, কুমুদ ককাই কালি মৰিল।"

মনটো সেমেকি গ'ল। এৰা, খোৱাৰ অভাৱত কুমুদ অকালতে মৰিল। হয়তো তাৰ তেতিয়া ৫২।৫৩ বছৰ। দুখ কৰাৰ বাহিৰে তেতিয়া আৰু মোৰ কৰিবলৈ একোৱেই নাছিল।

আমি ৰক্ষা পৰিলো, কিন্তু কুমুদ ৰক্ষা নপৰিল। কালে তাক নিশেষ কৰিলে।

১৯৮২ চন। দুই জুলাই। শুকুৰবাৰ। গধূলি লুইতৰ পাৰত ফুৰিবলৈ গৈছো। নতুন কথা দেখিলো। নাওজান পুলৰ কাষতে জাহাজ বান্ধিছে। কোনো কালে নোহোৱা কথা। দিনবোৰ সলনি হ'ল, ঘাটো সলনি হ'ল। ৰাতি ৮-৩০ বজাৰ জাহাজ এৰিবৰ সময় হৈছে। সিপাৰলৈ। যাত্রীসকলৰ লৰধৰ লাগিছে। চাই ৰ'লো। জাহাজ এৰিলে। কিন্তু হঠাৎ কি হ'ল? সেই জাহাজ বন্ধা ঠাইতে যেন কুমুদক দেখিলো। নাও লৈ ৰৈ আছে। সঁচা, তাহানি এই 'জুবাণি ডাক্তৰ'ৰ সমুখতে নাও বান্ধি কুমুদে আমালৈ অপেক্ষা

কৰি আছিল। মনৰ পৰ্দাত কুমুদক ভালকৈয়ে দেখিলো। কুমুদে যেন চিঞৰি ক'লে, "দেশ স্বাধীন হ'ল ককাইদেউ। আপোনাৰ কথা বজিল। লুইতত ভাপৰ নাও চলিল। কিন্তু আমাৰ কথাও ফলিয়ালে। আমাৰ দৰে লেখা-পঢ়া নজনা লোকৰ কি হ'ব? আমিতো জাহাজ চলাব নাজানো। আমাৰ চাম মানুহৰ বৰ কষ্ট হ'ব, খাব নাপাই শুকাই মৰিব লাগিব, ককাইদেউ?"

মই লুইতৰ পৰা মুখ ঘূৰালো। লুইতখন চাবলৈ যেন মোৰ সাহসৰ অকুলন হ'ল।

পৰাজয়ৰ পিৰামিড সজা জীৱনত আৰু এটা পৰাজয়ৰ গ্লানি সুঁৱৰি ঘৰলৈ খোজ ল'লো।

# মুলুকচা

"ই আকৌ কি হ'ল, নিচানো বদ্‌লা—ছবিও বদ্‌লা তহঁত বৰ অস্থিৰ। দলৰ মানুহ ধীৰ-স্থিৰ হ'ব লাগে। বাৰে পতি নিচান বদলালে—বাৰে পতি ছবি বদলালে—আমাক কোনে মানিব......"

১৯৫২ চন। ভাৰতৰ প্ৰথম সাধাৰণ নিৰ্বাচন। অসমতো। ময়ো প্ৰাৰ্থী। গুৱাহাটী লোকসভা সমষ্টিৰ। মোৰ প্ৰতিদ্বন্দ্বী স্বনামধন্য ৰোহিণী কুমাৰ চৌধুৰী। তেওঁ কংগ্ৰেছ প্ৰাৰ্থী—মই ছ'চিয়েলিষ্টৰ। তেওঁৰ টুপি বগা—মোৰ ৰঙা। মোৰ প্ৰতীক 'গছ', তেওঁৰ প্ৰতীক 'যুৱলিৰে সৈতে এহাল বলধ।' অৱশ্যে আমাৰ লগত আৰু এজন প্ৰতিদ্বন্দ্বী আছিল—তেওঁ শ্ৰীউপেন নবিশ। তথাপি থাই যুঁজ চলিছিল কংগ্ৰেছ আৰু ছ'চিয়েলিষ্টৰ। সেইবাৰ ছ'চিয়েলিষ্ট পাৰ্টিয়ে অসমৰ প্ৰায় সকলো সমষ্টিতে প্ৰতিদ্বন্দ্বিতা কৰিছিল। সেই সময়ৰ কথা।

জানুৱাৰী মাহৰ শেষ সপ্তাহ। এদিন বিয়লি মই ডুমুনিচকীৰ মুকলি পথাৰত বক্তৃতা দিছো। আগৰ নিৰ্দ্ধাৰিত সভা নহয়। সেই সময়ত লাউড স্পীকাৰৰ আজিৰ দৰে সহজ প্ৰচলন নাছিল। সেয়ে স্পীকাৰ বজালে ৰাইজ সততে কম-বেছি পৰিমাণে গোট খাইছিল।

বক্তৃতা দি উঠি উভতিব বিচাৰিছো। গাড়ীত উঠিব ধৰোতে পাছফালৰ পৰা কোনোবাই মতা শুনিলো, "চৌধুৰী ব'ৰচোন।"

ঘূৰি চাই দেখো মমিন চাহাব। মমিন চাহাব নুমুলি মমিন ঠিকাদাৰ

বুলিলে আজিও অঞ্চলৰ ৰাইজে চিনি পাব।

"ইস্ আপুনি—ক'ৰ পৰা?"

"কিন্তু মোৰ ঘৰ দেখোন ইয়াতেই—শিমেলীবাৰীত। আপোনাৰ বক্তৃতা শুনি আছিলোঁ। পিছে আমাৰ গাঁৱৰ ফালেও এবাৰ যাব লাগে। সভা পাতিব লাগে। আমাৰ গাঁৱলৈকো এটি দিন ঠিক কৰক।"

"আপুনিয়েই কওকচোন। কেতিয়া গ'লে সুবিধা হয়।"

"অহা শুকুৰবাৰেই আহক। গোটেই ৰাইজকে পাব। দিনৰ এঘাৰমান বজাতে পোৱাকৈ আহিব।"

"ঠিক আছে—আহিম। পিছে আপোনালোকৰ গাঁৱলৈ কোনফালে যাব লাগিব?"

"মই চিনো দিয়ক" বুলি টপৰাই মোৰ গাড়ী-চালকে মাত দিলে। গাড়ীৰ চালক নিয়াম (নিয়ামুদ্দিন)। ঘৰ গুৱাহাটীৰ হেদায়ৎপুৰত। তেওঁ গাড়ীৰ মালিকো—চালকো।

গাড়ী এৰিবলৈ ক'লো। নিয়ামে মমিন চাহাবক উদ্দেশি ক'লে, "গাঁৱলৈ নামা ৰাস্তাৰ মুখখিনি বৰ বেয়া হৈ আছে—অলপ কাটি সমান কৰি থব।"

আমি মঙ্গলদৈলৈ বুলি ৰাওনা হ'লো। বাটত মমিন চাহাবৰ লগত হোৱা সাক্ষাতত আচৰিত হ'লো। তাহানিও এনেদৰে তেওঁক আকস্মিক আৰু অপ্ৰত্যাশিতভাৱে লগ পাইছিলো। সিদিনাও মঙ্গলদৈৰ ডাঃ ললিত বৰদলৈৰ ঘৰত জিৰণি লৈছিলো। আজিও তাতেই ৰাতিটো কটাম বুলি ওলাইছো। আমি নজনাকৈ এটা বৃত্তৰ মাজত ঘূৰি আছোনেকি?

'৪৩ চন। মই তেতিয়া শুৱলা বাগিচাত। মঙ্গলদৈৰ উত্তৰ-পশ্চিম কোণত। শুৱলা বাগিচাৰ মালিক আৰু মেনেজাৰ শ্ৰীঅমূল্য বৰুৱাৰ (মুটু) বঙলাত মই আশ্ৰয় লৈছো। মই বৰুৱাৰ 'পলাতক' আলহী। উত্তৰ গুৱাহাটীৰ পৰা গৈ তাতে জিৰণি লৈছো। কিন্তু কাম নাথাকিলে জিৰণি আমনিদায়ক। তাত থকা-মেলাৰ একো অসুবিধা নাই। বৰুৱাৰ এজন মানুহৰে দুজন বান্ধনি। শাক-পাচলিৰে পৰা হাঁহ-মুৰ্গীলৈকে নিজেই কৰিছে—পালিছে। দুজনী গাখীৰতী গাযো আছে। দুমহলীয়া কাঠৰ বঙলা। ওপৰ তলাত তিনিটা আহল-বহল কোঠা। মহ-ডাঁহ সোমাব নোৱৰা জালেৰে আগুৰা। সমুখত এটি তদ্ৰূপ আহল-বহল বৈঠকখানা। সকলো থাকিও একো নথকাৰ দৰে—তাত বা-বাতৰি পাবলৈ কঠিন। তেতিয়া ৰেডিঅ'ৰ প্ৰাদুৰ্ভাব আজিৰ দৰে নহয়। বাতৰি কাকত পাবলৈ নাই—ইফালে দ্বিতীয় মহাসমৰ, আনফালে মহাত্মাৰ নেতৃত্বত ভাৰত-ত্যাগ আন্দোলন। পৃথিৱীজুৰি হুলস্থূল—কিন্তু এই শুৱলা বাগিচা আৰু ইয়াৰ আশে-পাশে তাৰ কোনো আঁচোৰ পৰা নাই। কেৱল মাজে-সময়ে দুই-এখন উৰা-জাহাজ

ইফালে-সিফালে উৰি যোৱা দেখা যায়।

বকৰাই বাগিচাৰ কামত দিনটো ঘূৰি ফুৰে; মই অকলে অকলে সেই মহাকায় বঙলাটোত বহি থাকো। সময় নাযায় নুপুৰায়। আন্দোলনৰ লগৰীয়াসকলৰ পৰাও বিচ্ছিন্ন হৈ পৰিছো। বকৰাই মোৰ মনৰ কথা নিশ্চয় গম পায়। সেয়ে তেওঁ টংলা বা মঙ্গলদৈৰ ফালে গ'লে পুৰণি হ'লেও দুই-এখন বাতৰি কাকত লৈ আহে। এদিন পুৱাই কামৰ কাৰণে ওলাই গৈ ৰাতি আঠমান বজাত বকৰা ঘৰ সোমালহি। অৱশ্যে মোলৈ বুলি পুৰণি হ'লেও দুখনমান বাতৰি কাকত আনিছে। বাতৰি কাকতকেইখন বৈঠকখানাৰ বহল টেবুলত দলিয়াই দি বকৰাই ক'লে, "বুজিছা মাষ্টৰ, কস্তুৰবা গান্ধী ঢুকাল।"

"কোনে ক'লে?"

"এই কাকততে ওলাইছে—আজি চাৰি দিনমান আগতেই ঢুকাল।" লৰালৰিকৈ কাকত মেলি চালো। কথাটো সঁচা। মনটো বৰ গধুৰ হৈ পৰিল: দেশত কিজানি কিমান হুলস্থূল হৈ গ'ল—আমি একো গমকে নাপালো।

অলপ পৰ টলকা মাৰি থকাৰ পিছত মই ক'লো, "মেনেজাৰ, আজি মই ভাত নাখাঁওদেই।"

"কিয়?"

"কাকতত দেখা নাইনে মেনেজাৰ, দেশজুৰি প্ৰাৰ্থনা-সভা অনুষ্ঠিত হৈছে। অনশন কৰিছে।"

"তুমি অকলে কিয়? আমি আটায়ে কালিলৈ অনশন কৰিম। ৰবা, মই তাৰ ব্যৱস্থা কৰিম নহয়।" এইবুলি মেনেজাৰে "বুদু বুদু" বুলি চিঞৰিলে। বুদু মেনেজাৰৰ লগুৱা। একেলৰে বুদু আহি হাজিৰ হ'লহি।

মেনেজাৰে ক'লে, "এই যা, কেৰাণী বাবুক হাকাই লৈ আহ।"

অলপ পিছতে কেৰাণী বাবু বীৰেণ চৰকাৰ আমাৰ বৈঠকখানাত হাজিৰ হ'লহি।

মেনেজাৰে আদেশিলে কালিলৈ আমাৰ বাগানৰ কাম বন্ধ থাকিব। নামজাৰিৰ পিছত সকলোকে আমাৰ বঙলাৰ সমুখলৈ লৈ আহিবা।"

"কিহৰ বন্ধ ছাৰ?"

"মহাত্মাজীৰ পৰিবাৰ কস্তুৰবা মৰিছে। আমি সকলোৱে তেওঁৰ নামত একেলগে প্ৰাৰ্থনা কৰিম।"

আদেশ শিৰোধাৰ্য কৰি কেৰাণী বাবু গ'লগৈ।

পিছদিনা পুৱাৰে পৰা বঙলাৰ সমুখত খদমদম। পুৱা পাঁচমান বজাৰ লগে লগেই বীৰেণ চৰকাৰ, তেওঁৰ পৰিবাৰ আশা চৰকাৰ, ডাক্তৰ আৰু কেইজনমান বনুৱাৰ বাঁহ ফলাৰ শব্দ আমি বিছনাতে পালো।

পুৱা সাতমান বজাত মেনেজাৰে মোক তললৈ মাতি লৈ গ'ল। বঙলাৰ সমুখত ভালেখিনি লোক গোট খাইছে। ইফালে এটি বেদী কৰি তাত বাতৰি কাকতৰ পৰা কাটি 'মা'ৰ ছবি এখন থাপনাত থাপিছে। ধূপ-ধূনা লগাই পৰিবেশ সুন্দৰ কৰি তুলিছে।

মেনেজাৰে থূল-মূলকৈ এটি বক্তৃতা দিলে। বক্তৃতাৰ সাৰাংশ হ'ল—"আজি আমাৰ বাগিচাৰ কাম বন্ধ। কাৰণ আমাৰ জাতিৰ 'মা' মৰিল। আজি গধূলিলৈকে আমি ভাত-পানী নেখাম। এতিয়া সকলোৱে মনে মনে থাকি অলপ সময় তেওঁৰ নামত প্ৰাৰ্থনা কৰিব লাগে।" প্ৰাৰ্থনা শেষ হ'ল। মেনেজাৰে সভা ভংগ কৰিব নৌ-পাওঁতেই বীৰেণ চৰকাৰে ধ্বনি তুলিলে, "ভাৰত মাতা কী—জয়।"

"বন্দে মাতৰম"—আৰু লগে লগে ঘোষণা কৰিলে যে এতিয়া শোভাযাত্ৰা আৰম্ভ হ'ব।

শোভাযাত্ৰা আৰম্ভ হ'ল। দুঘণ্টা কাল পৰিভ্ৰমণ কৰাৰ পিছত শোভাযাত্ৰাৰ সামৰণি পৰিল।

এসপ্তাহমানৰ পিছৰ কথা। মেনেজাৰ বৰুৱাই টংলাৰ পৰা আহি সগৌৰৱে ক'লে, "বুজিছে মাষ্টৰ, আমাৰ শোভাযাত্ৰাৰ কথা বেছি প্ৰচাৰ হৈছে।"

"কিয়? কি হ'ল?"

আজি টংলাৰ চক্ৰবৰ্তীৰ দোকানত তাৰ ডাৰোগাজনে লগ পাই ক'লে, "বৰুৱা, কিবা শোভাযাত্ৰা কৰিলে বোলে—এইবোৰ কৰি আমাকো জুলুম নিদিব, আপুনিও জুলুমত নপৰিব।" এইবুলি মেনেজাৰ গৌৰৱত উৎফুল্লিত হ'ল। মোৰ কিন্তু মনে মনে চিন্তা হ'ল—স্থিৰ কৰিলো ইয়াৰ পৰা শীঘ্ৰে আঁতৰাই ভাল হ'ব।

কিছুদিন আগৰ পৰা বীৰেণ চৰকাৰে মোক চিকাৰলৈ যাবলৈ বুলি কুতুৰি আছিল। অৰ্থাৎ মেনেজাৰক চিকাৰলৈ যোৱাৰ কাৰণে মান্তি কৰাব লাগে। মেনেজাৰ ভাল চিকাৰী। বাঘ আৰু পহু চিকাৰত সিদ্ধহস্ত। অঞ্চলজুৰি মেনেজাৰ ভাল চিকাৰী বুলি নাম আছে। বৰ সাহসী চিকাৰী। মই উপায় নাপাই নিজৰ অনিচ্ছা সত্ত্বেও মেনেজাৰক চিকাৰলৈ যোৱাৰ কথা তুলিলো। মেনেজাৰ মান্তি হ'ল।

শনিবাৰৰ ছুটীৰ পিছতে চাৰি-পাঁচখন ম'হৰ গাড়ীত বয়-বস্তু লৈ আমি চিকাৰৰ উদ্দেশ্যে বৰনদীৰ মুখ ওলালোগৈ। প্ৰথম দিনা ছাউনী পাতি নিশাটো কটালো। এনে আচহুৱা ঠাইত ৰাতি ভালকৈ টোপনি নহাৰ কাৰণে পুৱা বহু পলমকৈ সাৰ পালো। দেখিলো বীৰেণ বাবু আৰু কেইজনমান বনুৱা চিকাৰীয়ে পুৱাই গৈ ছয়-সাতটা বনৰীয়া মুগী মাৰি আনিছে।

মেনেজাৰৰ সৈতে ঠাইখিনি চোৱাৰ মানসে ওলাই গ'লো। এইয়া আঠাবিঘাট বাগিচাৰ উত্তৰে ভুটান পাহাৰৰ নামনিত থকা বনাঞ্চল। আমাৰ উত্তৰ গুৱাহাটীৰ মণিকৰ্ণেশ্বৰ পাহাৰৰ কাষেদি লুইতত লীন হোৱা বৰনদীৰ ই উৎপত্তি স্থল। আমাৰ বৰনদী নামতহে বৰ। বাৰিষা যেন তেন। খৰালি জাঁপ মাৰি বা খোজ কাঢ়ি পাৰ হ'ব পাৰি। ইয়াৰ বৰনদীৰ বুকু শিলেৰে বন্ধোৱা। মাইল মাইল জুৰি শিল, কেৱল শিল। মাজে মাজে বৰ বৰ শিল, কোনো কোনো এনে ধৰণৰ শিলৰ মাজত স্বচ্ছ পানী। শিল ঘৰীয়া মাছৰ লীলা-ভূমি নহয় জলক্ৰীড়া কৰা জলাশয়। বাৰিষা পৰ্বতত বৰষুণ হ'লে এই শিলৰ ওপৰেদি ফেনে-ফোটোকাৰে ঢল নামে। নৰ-মনিচৰ কথাই নাই—হাতী, বৰগছ আদিকো খেৰ-কুটাৰ দৰে সোঁতে উটুৱাই লৈ যায়। বৰনদীৰ মুকুট স্বৰূপ ভুটান পাহাৰ। ইয়াৰ পৰাই ভুটীয়া ৰাজ্যৰ জুপুৰিবোৰ ৰিণি ৰিণি দেখা যায়। পৰ্বতৰ লুণ্ডলুণ্ডীয়া বাটেৰে নামি ভুটীয়াসকলে বেহা-বেপাৰ কৰিবলৈ এই বনাঞ্চলৰ মাজেদিয়েই অহা-যোৱা কৰে। এই ঠাইতেই বৰ নাটকীয়ভাৱে মমিন চাহাবক লগ পাইছিলো। অকল মমিন চাহাবকে নহয়—বেজেৰাৰ চেনিৰাম ডেকাকো। এই দুজন লোক আজিও মোৰ বৰ শুভাকাঙ্ক্ষী আৰু সুহৃদ।

বৰনদীৰ শিলাময় বুকুত খোজ কাঢ়ি কাঢ়ি আমাৰ ভাগৰ লাগিল। ছাউনীলৈ বুলি উভতিছো—এনেতে কিবা হুৰমুৰ কৰি অহা শব্দ শুনিলো। মেনেজাৰে ট্ৰাক আহিছে বুলি ক'লে। মোৰ বুকুখন চিৰিং কৰি গ'ল। টংলাৰ ডাৰোগাৰ কথা মনত পৰিল। ট্ৰাকখন আন এটি হাবিয়নি বাটেৰে গৈ আমাৰ ছাউনীৰ কিছু দূৰত ৰ'লগৈ। কেইজনমান মানুহ নামি বনাঞ্চলৰ ভিতৰ সোমাই যোৱা দেখিলো। সাজ-পাৰ দেখি বুজিলো পুলিচ নহয়। মেনেজাৰে কাঠৰ 'কুপ' লোৱা মানুহ বুলি কোৱাত স্বস্তিৰ নিশ্বাস পেলালো। ছাউনীত সোমাই আকৌ বিছনাত পৰিলো—ক্ষন্তেকৰ ভিতৰতে টোপনিত লালকাল দিলো।

বহু পলমকৈ সাৰ পালো। শুনিলো মেনেজাৰে বাহিৰত কাৰোবাৰ লগত কথা পাতিছে। কাণ থিয় কৰি শুনিলো। কোনোবা এজনে কোৱা শুনিলো, "হয়, আজি ৰাতিৰ ভিতৰতে উত্তৰ গুৱাহাটীৰ পাৰঘাট পাবহি লাগিব।"

মই ওলাই আহিলো। দুজন মানুহে মেনেজাৰৰ লগত কথা পাতি আছে। এজনক ক'ৰবাত দেখা যেন অনুমান হয়। নামে মানুহে নাজানিলেও ক'ৰবাত যেন দেখিছো। এজন একেবাৰে অচিনাকি। পিছত জানিলো সেইজন মমিন চাহাব—ডুমুনি চকীৰ। আনজন বেজেৰাৰ চেনিৰাম ডেকা। চিকাৰৰ মায়া এৰি সন্ধিয়া লগাৰ আগে আগে মেনেজাৰ আৰু আনসকলৰ পৰা

বিদায় লৈ মমিন চাহাবৰ ট্ৰাকত উঠি উত্তৰ গুৱাহাটীলৈ উভতিলো। মঙ্গলদৈত তেওঁলোকে আহাৰ কৰিলে। ময়ো কৰিলো। তেওঁলোকে হোটেলত—মই ডাঃ ললিত বৰদলৈৰ ঘৰত।

ৰাতি প্ৰায় বাৰমান বজাত গাড়ী এৰিলে। পুৱা ধলফাঁট দিয়াৰ সময়ত অভয়পুৰৰ তিনি আলিত গাড়ী ৰখাই নামিলো। বিদায় লোৱাৰ আগতে তেওঁলোকক মোৰ প্ৰকৃত পৰিচয় দিলো। এইখিনি উপকাৰ কৰি দিয়াৰ কাৰণে ধন্যবাদ আৰু কৃতজ্ঞতা জনাই অজিত দাদা (অজিত বৰুৱা) আৰু চম্পা বৌৰ আশ্ৰয় আশা কৰি শিলসাঁকো অভিমুখে খোজ ল'লো। এইবোৰ কথা সুঁৱৰি সুঁৱৰি মঙ্গলদৈ পালো—আৰু ডাঃ বৰদলৈৰ ঘৰত উঠিলোগৈ।

মঙ্গলদৈৰ দলৰ লোকসকলে ডাক্তৰৰ ঘৰতে মোলৈ অপেক্ষা কৰি আছিল। মুক্তি গোস্বামী, হংস বৰুৱা, সন্ধি চহৰীয়া আৰু বহুতো। কিন্তু নিৰ্বাচনৰ প্ৰাৰ্থী দণ্ডিৰাম দত্তক নাপালো। তেওঁ নিৰ্বাচনৰ কামত দূৰৰ গাঁৱলৈ গৈছে। উভতি অহাত পলম হ'ব।

পিছদিনা বৃহস্পতিবাৰে দত্ত, বৰুৱা আৰু মুক্তি গোস্বামীৰে সেই অঞ্চলৰ বিভিন্ন ঠাইত ঘূৰিলো। দুই-তিনিখন সভাত বক্তৃতাও দিলো। ৰাতিলৈকে নিৰ্বাচনী অভিযান চলিল।

পিছদিনা পুৱা নমান বজাত মঙ্গলদৈ এৰিলো। প্ৰায এঘাৰমান বজাত শিমেলীবাৰী ওলালোহি। নিয়ামৰ নিৰ্দেশমতে শিমেলীবাৰীলৈ নামা খৰাভঙ্গাডোখৰ চিকুণাই থোৱা দেখি বৰ ভাল লাগিল। গাড়ী গৈ শিমেলীবাৰীৰ মছজিদৰ আহল-বহল ময়দানৰ সমুখত ৰ'লহি। গাড়ী যোৱাৰ লগে লগে গাঁৱৰ অগণন ল'ৰা-ছোৱালীয়ে কিৰিলি পাৰি গাড়ীখন আগুৰি ধৰিলে। মমিন চাহাব আৰু বহুতো গণ্য-মান্য লোক তাতে থূপ খাই আছিল।

কিন্তু তাত মোৰ চিনাকি বুলিবলৈ মাত্ৰ এজনেই—মমিন চাহাব। তেৰোঁ এদিন এৰাতিৰ সহযাত্ৰী।

মমিন চাহাবে সুধিলে, "আপোনাৰ আজি আৰু ক'ৰবাত সভা-সমিতি আছেনেকি?"

"আজি আমি আপোনালোকৰ মাজলৈ বুলিয়েই ওলাই আহিছো।"

"আপুনিতো ভাত-পানী খাই অহা নাই?" মই ক'লো, "মই আপোনালোকৰ ওচৰলৈ 'ভোট' বিচাৰিহে আহিছো—'ভাত' বিচাৰি অহা নাই।"

"কিবা আপত্তি আছেনেকি?"

"নাই, কি আপত্তি থাকিব। ইয়াৰ কাম শেষ কৰি উভতি যাওঁতে চাৰিআলিতে দুয়ো কিবা খাব পাৰিম।"

ওচৰতে থকা এজন ডাঙৰ-দীঘল আদহীয়া লোকে ক'লে, "ঠিকাদাৰ! আলহী আহিছে। এইবোৰ সুধি থাকিব নালাগে। মোৰ তাতে ব্যৱস্থা কৰো।" এইবুলি দুজন মানুহক ওচৰলৈ মাতি নি কিবা ক'লে, দুয়োজনে মূৰ দুপিয়াই শলাগিলে।

মমিন চাহাবে ক'লে, "সভাখন আবেলি হ'লে বেছি ভাল হ'ব। আমাৰ বিভিন্ন চুবাৰ মানুহ এতিয়া নিজ নিজ মছজিদত নামাজ পঢ়িবলৈ গৈছে—আবেলি সভা হ'লে তেওঁলোকো আহিবৰ সুবিধা হ'ব। আপোনাক পাঁচমান বজাত আজৰি কৰি দিম।" এইবুলি কৈয়েই মানুহজনক আমাক লৈ যাবলৈ ইঙ্গিত কৰিলে।

মই নিয়ামক গাড়ীখন পাছে পাছে আনিবলৈ কৈ সেই দুজন মানুহৰ সৈতে গাঁৱৰ ভিতৰলৈ আগবাঢ়িলো।

আমি আহি এঘৰ মানুহৰ চোতালত বহিলোহি।

"এইটো মমিন চাহাবৰ ঘৰনেকি?"

"নহয়—এইটো আফজল চাহানিৰ ঘৰ।"

মোক আগ বঢ়াই অনা লোক এজনে ঘৰৰ ভিতৰ সোমাই আমাৰ আতিথ্যৰ কাৰণে তদ্‌বিৰ কৰাত লাগিল। সেই সুযোগতে মই ইজনক সুধিলো, "এওঁ কোন? আফজল চাহানিৰ কিবা হয়নেকি?"

"নহয়—এওঁ ফৰীদ মাষ্টৰ। গাঁৱৰ এজন বিদ্বান লোক। পাঠশালা স্কুলৰ মাষ্টৰ। আৰু মোৰ নাম মুলুকচা শেখ।"

গাঁওখন সোমাই এতিয়ালৈকে এইখিনি কথা জানিলো। গাঁওখনৰ নাম শিমেলীবাৰী। বোধকৰো শিমলুবাৰী—সিয়েই কালক্ৰমত শিমেলীবাৰী হৈ পৰিছে। গাঁওখনৰ চাৰিজন মানুহক এতিয়ালৈকে নামে-মানুহে চিনি পাইছো। মমিন চাহাব, আফজল চাহানি, ফৰীদ মাষ্টৰ আৰু মুলুকচা শেখ।

নামাজৰ কাম শেষ কৰি আফজল চাহানি আৰু কেইজনমান লোক আমাৰ ওচৰ পালেহি। আফজল চাহানি কম কথাৰ মানুহ। আহিয়েই লৰালৰি কৰি আমাৰ আতিথ্যৰ যা-যোগাৰ কৰিলে।

দুপৰীয়াৰ আহাৰৰ পিছত জিৰণি ল'বলৈ বাহিৰৰ কোঠা এটাত এখন বিছনা কৰিও দিয়ালে। মুলুকচা, ফৰীদ মাষ্টৰ আদিয়ে সভাৰ ঠাই সজাবলৈ সাজু হ'ল। মোৰ গাড়ীত কেইখনমান দলৰ নিচান আৰু দুটামান ৰঙা টুপি আছিল। নিয়ামে আহি সুধিলে, "সভাত আঁৰিবলৈ কাপোৰকেইখন বিচাৰিছে, দিমনেকি?" মই দিবলৈ ক'লো। নিয়ামক মাইক্ৰফোনটোও লগাবলৈ ক'লো

মই জিৰণি লৈছো। তামোলৰ বঁটা লৈ আফজল চাহানি মোৰ ওচৰতে আহি বহিল। মানুহজন বৰ গহীন। ভোট দিয়াৰ প্ৰণালীৰ পৰা—ভোট-

তালিকা, কেন্দ্ৰৰ নাম, ক'ত কেনেকৈ ভোট হ'ব সকলো সুধি-পুছি ল'লে। মমিন চাহাবো আমাৰ লগত বহিলহি। মুলুকচাই আহি খবৰ দিলেহি, "মানুহ জমা হৈছে—সভালৈ আহিব লাগে।" এইবাৰ মুলুকচাক নতুন দেখিলো। মূৰত ছচিয়েলিষ্টৰ ৰঙা টুপি পিন্ধি লৈছে। মমিন চাহাবে সুধিলে, "কি অ' তই ছচিয়েলিষ্ট হলিনেকি?"

"অ', ছাৰৰ লগত আজিৰ পৰা ভোটৰ কামত ঘূৰিম।" মুলুকচাই উত্তৰ দিলে। এজন ৰসিক লোকে মুলুকচাক উদ্দেশি কোৱা শুনিলো, "ই ডেৰ ফুটীয়া ছয়চল্লিচ।"

আমি সভাৰ ফালে আগবাঢ়িলো। আমি বোলোতে মমিন চাহাব, আফজলকাই আৰু মই। পাছে পাছে আৰু দুই-চাৰিজন আহিছিল—এইসকলৰ নাম তেতিয়া মোৰ জনা নাছিল।

সভাস্থলিত গৈ দেখিলো ৰাইজৰ ভাল সমাগম হৈছে। মোৰ গাড়ীত থকা নিচানকেইখন বিজুলী-বাঁহত আঁৰি দিছে। দুখনমান চকী পাৰি পাছফালে আমাৰ প্ৰচাৰৰ ডাঙৰ কাপোৰখন ওখ কৰি আঁৰি দিছে। মই ওচৰ পাই চকীকেইখন আঁতৰাই দিয়ালো। মাটিত বহিয়েই সভাৰ কাম চলোৱাৰ কথা ক'লো। আমি আটায়ে মাটিত বহিলো। মমিন চাহাবে মোৰ চমু পৰিচয় দি মোক মোৰ বক্তব্য ৰাইজক নিবেদন কৰিবলৈ দিলে।

মই বক্তৃতা আৰম্ভ কৰিলো। ৰাইজৰ ভাল সঁহাৰি পালো। সভা সামৰণিৰ পিছত বহুতো লোকে আমাৰ প্ৰচাৰ-পত্ৰ বিচাৰি আগুৰি ধৰিলে। গছৰ ছবিৰে ছচিয়েলিষ্ট প্ৰাৰ্থীক ভোট দিয়ক বুলি লেখা সৰু সৰু কাগজখিনিকে ৰাইজৰ মাজত বিলাই দি আমি গধূলিৰ আগে আগে শিমেলীবাৰী এৰিলো।

নিৰ্বাচনত পৰাজিত হ'লো। অকল ময়েই নহয়—আমাৰ দলৰ প্ৰায় প্ৰাৰ্থীয়েই পৰাজিত হ'ল। পলাশবাৰীৰ পৰা হৰেশ্বৰ গোস্বামী, বকোৰ পৰা ৰাধাচৰণ চৌধুৰী, মঙ্গলদৈৰ পৰা দণ্ডিৰাম দত্ত, পাটাচাৰকুছিৰ পৰা হোমেশ্বৰ চৌধুৰী আৰু গোৱালপাৰাৰ লক্ষ্মীপুৰৰ পৰা চাহাদৎ আলি জোয়াদ্দাৰ আদি কৰি কেইজনমানেহে জয়লাভ কৰিলে। কংগ্ৰেছৰ বিপুল জয়লাভ হ'ল।

দলীয় কামৰ উত্তেজনা কিছুদিনলৈ নিজম পৰি গ'ল। মই আকৌ 'জনতা' কাকত সম্পাদনা কৰাত মনোনিবেশ কৰিলো। 'গজালি সংঘ', কৃষক সংগঠন আদিত মনোযোগ দিলো। উত্তৰ গুৱাহাটী আৰু তাৰ আশে-পাশে "গালি সংঘ' এটি আকৰ্ষণীয় শিশু অনুষ্ঠানৰূপে গঢ়ি উঠিল। পৰাজয় পাহৰণিত ডুব গ'ল।

'৫৬ চন। জানুৱাৰী মাহৰ আৰম্ভণি। এদিন দুপৰীয়া ঘৰতে কিবা-কিবি কৰি আছো। লগত মোৰ সৰু ল'ৰা-ছোৱালী দুটা (ভাইটি আৰু মাইনু)

আৰু এজনী কাম কৰা ছোৱালী। পৰিবাৰ উষা স্কুলত। কাম কৰা ছোৱালীজনীয়ে বাহিৰৰ বাৰাণ্ডা মচি আছিল। তাই হেঁপাই-ফোঁপাই লৰি আহি ক'লেহি—এজন কিবা ধৰণৰ মানুহ আহিছে। ওলাই গ'লো। দেখিলো লুঙ্গি পিন্ধা, গাত ক'লা কাপোৰ লোৱা, মূৰত ছচিয়েলিষ্টৰ ৰঙা টুপি পিন্ধা এজন মানুহ বাৰাণ্ডাত থিয় হৈ আছে।

মই সুধিলো, "কাক বিচাৰিছে?"

মানুহজনে ক'লে, "চৌধুৰী। মোক চিনি পোৱা নাইনেকি?"

মই তথাপি ধৰিব নোৱাৰি থৰ লাগি মানুহজনৰ মুখৰ ফালে চাই ৰ'লো।

তেওঁ ক'লে, "কিয়? মই শিমেলীবাৰীৰ ছয়চল্লিচ মুলুকচা শেখ।"

মোৰ নিজৰে বৰ ধিক্কাৰ লাগিল—ইমানকৈ পোৱা মানুহজনক এনেদৰে পাহৰিব পাওঁনে? মই হাত দুখনত ধৰি মুলুকচাক মাতি মোৰ কোঠাত নি বহুৱালো।

ভাইটি, মাইনু আৰু ঘৰৰ কাম কৰা ছোৱালীজনীয়ে পৰ্দাৰ ফাকেৰে জুমি এই আচহুৱা মানুহজনক চাই আছিল। মুলুকচাই 'বাপা আহচোন' বুলি মাতিলে। ভাইটি আগবাঢ়ি আহিল। নাম-ধাম সুধিলে, ভাইটিয়ে যথাযথ উত্তৰ দিলে। এইবাৰ তাক এৰি মাইনুক "চাওঁ মাই, তই আহচোন" বুলি হাত বাউল দি মাতিলে। মাইনুৱে ভয়তে 'ভেঁ' কৰি কান্দি দিলে। মই পৰিবেশ পাতল হওক বুলি ছোৱালীজনীক একাপ চাহ বাকিবলৈ দি মুলুকচাৰ কথা আৰম্ভ কৰিলো, আৰু অহাৰ কাৰণ সুধিলো।

মুলুকচাই ক'লে, "আজি বজাৰলৈ আহিছিলো। পাছে এটা কথা সুধি যাওঁ বুলি আপোনাৰ তালৈ আহিলো।"

"ঘৰ কেনেকৈ চিনি পালে?"

"কিয়? পাণবজাৰৰ 'অমলালয়'ৰ ঠিকনা দি আহিছিল নহয়। তাত সোমাই ঘৰৰ বুজ লৈ ওলালোহি।" সঁচা কথা, নিৰ্বাচনৰ সময়ত মই সকলোকে এই ঠিকনাতে বিচাৰিলে মোক পাব বুলি কৈ আহিছিলো।

মুলুকচাই সুধিলে, "আকৌ নিৰ্বাচন হ'ব বোলে?"

"কিয়?"

"আমাৰ হেনো দিল্লীৰ মন্ত্ৰীজন মৰিল?"

কোন মন্ত্ৰী মৰাৰ কথা কৈছে—বুজিব নোৱাৰি বিমোৰত পৰিলো। মোৰ তেনে ভাব দেখি মুলুকচাই ক'লে, "আপোনাৰ লগত যে ভোটত উঠিছিল।"

"অ তেখেত—ৰোহিণী কুমাৰ চৌধুৰীৰ কথা কৈছে। অঁ, তেখেত

যোৱা মাহত ঢুকাল। তাত অৱশ্যে আকৌ নিৰ্বাচন হ'ব।"

"অ সেয়ে এইবাৰ আগৰ পৰাই অলপ ঘূৰা-চকা কৰিব লাগে।"

মুলুকচাৰ আমাৰ প্ৰতি থকা শুভেচ্ছা আৰু সহৃদয়তাত মই বৰ আচৰিত হ'লো।

মুলুকচা গ'লগৈ। কিন্তু এই তিনি বছৰৰ ভিতৰত যে ছচিয়েলিষ্ট পাৰ্টি গৈ প্ৰজা ছচিয়েলিষ্ট পাৰ্টি হৈছে, ৰঙা টুপিৰ যে কদৰ কমিছে—সেই কথা মুলুকচাই গম নাপায়। সি আজিও ছচিয়েলিষ্ট বা তাৰ নিজৰ ভাষাত 'ছয়চল্লিচ'। সেয়েই তাৰ চিনাকি। '৫২ চনৰ এটি শুকুৰবাৰে সি মূৰত ৰঙা টুপি পিন্ধি ছচিয়েলিষ্ট স্বৰূপে যি 'বেপ্টাইজ' হৈছিল—আজিও সি সেই একেদৰেই আছে।

গুৱাহাটী লোকসভাৰ উপ-নিৰ্বাচন হৈ গ'ল। কংগ্ৰেছৰেই জয় হ'ল। আমাৰ প্ৰাৰ্থী হেম বৰুৱা পৰাজিত হ'ল। এই নিৰ্বাচনৰ সময়ত মান্দাকাটা, শিমেলীবাৰী আদিতো সভা হৈছিল। মুলুকচা, আফজল কাই আদিয়ে সভা পতাত আৰু ভোট সংগ্ৰহত দেহে-কেহে সহায় কৰিছিল। এইবোৰ সভাতেই হেম বৰুৱাৰ বক্তৃতা শুনি মুলুকচা হেম বৰুৱাৰ প্ৰতিও বৰ আকৃষ্ট হৈ পৰে। আজিও মুলুকচাই হেম বৰুৱাক শ্ৰদ্ধাৰে সোঁৱৰে।

এই নিৰ্বাচনৰ পিছৰ পৰাই আমাৰ দলীয় তৎপৰতা কিছু পৰিমাণে বাঢ়িল। কাৰণ '৫৭ চনত সাধাৰণ নিৰ্বাচন হ'ব। মুলুকচাৰ আনন্দ যে দল আকৌ সক্ৰিয় হৈছে। ওচৰৰ বিভিন্ন সভা-সমিতিত মুলুকচা উপস্থিত থকাতো নিশ্চিত কথা।

'৫৭ চন। আকৌ সাধাৰণ নিৰ্বাচন। এইবাৰ আমাৰ দলৰ প্ৰাৰ্থী কম। আমাৰ বহুতে এই কালছোৱাৰ ভিতৰতে কংগ্ৰেছত যোগদান কৰিছে। বহুতে কংগ্ৰেছ প্ৰাৰ্থী ৰূপেও থিয় দিছে। কংগ্ৰেছৰ নেতাসকলে বক্তৃতা প্ৰসঙ্গত এই কথালৈয়ে সমালোচনা কৰে। এই ছচিয়েলিষ্ট প্ৰাৰ্থীক ভোট দি কি হ'ব? তেওঁলোকে এখন চৰকাৰ চলোৱাৰ জোখাৰে প্ৰাৰ্থী থিয়কে কৰিব পৰা নাই। চৰকাৰৰ পক্ষত নাথাকিলে ৰাইজৰ কি কাম কৰিব।

এই কথাই মুলুকচাৰ মনত তোলপাৰ লগাইছে। কিয় এনে হ'ল? আমাৰ দলে কিয় চৰকাৰ গঠন নকৰি বিৰোধী দল হ'ব বিচাৰে, ইত্যাদি ইত্যাদি।

২৮ জানুৱাৰী '৫৭ চন। মান্দাকাটাত আমাৰ দলৰ নিৰ্বাচনী-সভা। বক্তা হেম বৰুৱা আৰু মই। হেম বৰুৱা লোকসভাৰ, মই বিধান সভাৰ প্ৰাৰ্থী; আমাৰ দুয়োৰে প্ৰতীক 'ঘৰ'। মান্দাকাটাৰ মুকলি পথাৰত সভা। আমি সময়মতেই সেইখিনি পাইছো। ৰাইজ জোখাৰে গোট খোৱা নাই।

মুলুকচা, আফজলকাই আদিয়ে আমি যোৱাৰ আগতেই উপস্থিত হৈছে। আমি বহি এনেয়ে ইটো-সিটো কথা পাতি আছো।

মুলুকচাই ক'লে, "এটা কথা সোধো বেয়া নাপায় যদি।"

বক্সা আৰু মই দুয়ো প্ৰায় একেলগেই ক'লো, "সোধক। কিয় বেয়া পাম।"

"আমাৰ পাৰ্টিক বিৰোধী দল কিয় বোলে? বিৰোধী দল মানে কি?"

আমি ক'লো, "'৫২ চনৰ পৰা আজি '৫৭ চনলৈকে কংগ্ৰেছে কেন্দ্ৰ আৰু ৰাজ্যত শাসন চলাইছে। তেওঁলোকৰ এই শাসনত ৰাইজ সন্তুষ্ট হ'ব পাৰিছেনে?"

"নাই ৰাইজৰ শান্তি নাই। ৰাইজৰনো কিতো হৈছে। কেৱল কেইজনমান ব্যৱসায়ী আৰু মন্ত্ৰীৰ পেট ডাঙৰ হৈছে।" মুলুকচাৰ লগতে বহুতেই এই মতকে দাঙি ধৰিলে।

"চৰকাৰৰ দোষবোৰ ধৰিবলৈ বুলি আমি লোকসভালৈ আৰু বিধান সভালৈ যাব বিচাৰো। যাতে উচিত সভাত বহি চৰকাৰৰ দোষবোৰ ধৰি তেওঁলোকক শুধৰাব পাৰো। চৰকাৰ পক্ষ যাতে নীতি-নিয়মমতে চলে তাকো সোঁৱৰাই দিবলৈ কিছুমান লোকৰ দৰকাৰ।"

মুলুকচাই 'বুজিছো' 'বুজিছো' বুলি জঁপিযাই উঠিল। "বিৰোধী দল হ'ল 'নাকি' চৰকাৰ হ'ল 'পেৰা ম'হ'। পেৰা ম'হত নাকি লগাই পোন বাটে চলিবলৈ বাধ্য কৰাৰ দৰে, বিৰোধী দলে চৰকাৰক পোন পথে চলিবলৈ নাকি টানে।" মুলুকচাৰ ৰিজনিত সকলোৱে আনন্দিত হ'ল। অলপ পিছতে আকৌ এটা মিচিকিয়া হাঁহি মাৰি মুলুকচাই আমাৰ ফালে আগবাঢ়ি আহি ক'লে, "ছাগলিৰ দাং! ছাগলিৰ দাং।"

"কি ছাগলিৰ দাং?" আমি সুধিলো।

"চৰকাৰ হ'ল ছাগল—বিৰোধী দল হ'ল তাৰ ডিঙিৰ দাং। ছাগলে যাতে যাৰে-তাৰে বাৰীত সোমাই শাক-পাচলি নষ্ট কৰিব নোৱাৰে—আমি ছাগলৰ ডিঙিত দাং দিওঁ। ঠিক তেনেকৈ চৰকাৰে যাতে যি পায় তাকে কৰি ৰাইজৰ অনিষ্ট কৰিব নোৱাৰে, বিৰোধী দলে দাং হৈ বাধা দিয়ে।"

আমি বহি থকা সকলোৱে মুলুকচাৰ ৰিজনিত গিৰ্জনি পাৰি হাঁহিৰ ৰোল তুলিলো।

মুলুকচাৰ এই ৰিজনিটোকে মই বহু সভাত বক্তৃতা প্ৰসঙ্গত ৰাইজক বিৰোধী দলৰ ভূমিকা সম্পৰ্কে কৈ ভাল সঁহাৰি পাইছিলো।

'৫৭ চনৰ নিৰ্বাচনতো দলৰ বিপৰ্যয় ঘটিল। বহুতে বহু ৰকমে এই পৰাজয়ৰ কাৰণ ব্যাখ্যা কৰিলে। মুলুকচায়ো নিজৰ মত আমাৰ আগত দাঙি

ধৰিলে। মুলুকচাৰ মতে আমি ঘনাই নিচান সলনি কৰা, ভোটৰ ছবি 'গছ' এৰি 'ঘৰ' লোৱা—এইবোৰ দেখি ৰাইজৰ বিশ্বাস কমিছে। সেইকারণে হ'লে কংগ্রেছে নিজৰ নিচান, নিজৰ ভোটৰ ছবি সদায় একেই ৰাখিছে।

আমি মাথোঁ শুনি গ'লো। মুলুকচাৰ কথাৰ ওপৰত কথা কোৱা নচলে।

দেশৰ ৰাজনীতিত বহুতো উত্থান-পতন হ'ল। ১৯৬২ চনৰ নির্বাচনত বিৰোধী দলৰ কমৰ ভাঙিল। বহুতে এই পৰাজয়ৰ পিছত দল এৰি কংগ্রেছত যোগদান কৰিলে। অশোক মেহতাৰ নেতৃত্বত বহুতো পি. এছ. পি. নেতাই দলত্যাগ কৰি কংগ্রেছৰ সভ্য হ'ল। অসমতো হৰেশ্বৰ গোস্বামীকে আদি কৰি বহুতে দল এৰি কংগ্রেছত যোগ দিলে। বিৰোধী দলৰ ওপৰত প্ৰবল বা-মাৰলি বলিল। মূধৰ নেতা বহুতে দল এৰিলে। মুলুকচাই মন্তব্য কৰিলে, "মূধ উৰে, ভেটি নলৰে।" সঁচা কথা, সাধাৰণ কর্মীসকল লৰচৰ নহ'ল। '৬৭ চনত আকৌ বিভিন্ন বিৰোধী দলে নির্বাচনত আশাতীত সাফল্য লাভ কৰিলে। বিধান সভাত প্ৰায় ৪৪ জন বিৰোধী সদস্যৰ এটি গোট হ'ল। ময়ো এই নির্বাচনত কমলপুৰ সমষ্টিৰ পৰা নির্বাচিত হ'লো। পাঁচজনীয়া পি. এছ. পি. গোটৰ মই নেতা নির্বাচিত হ'লো।

'৬৭ চনৰ বিধান সভাত বিৰোধী দল বৰ সক্রিয়। দুজন মন্ত্রীয়ে পদত্যাগ কৰিবলগীয়া হ'ল। বিৰোধী দলৰ চকু সকলো দিশতে সজাগ হৈ থাকিল।

১৯৭২ চনত কিন্তু ওভতনি পৰিল। বিৰোধী দলৰ শোচনীয় পৰাজয় হ'ল। কংগ্রেছে বিপুল সাফল্য লাভ কৰিলে।

'৭৫ চন। দেশত জৰুৰী অৱস্থা। লোকনায়ক জয়প্রকাশ, মোৰাৰজী দেশাই, চন্দ্রশেখৰকে আদি কৰি লোকসকল জেলত। অসমতো বিৰোধী দলৰ নেতাসকলক গ্রেপ্তাৰ কৰা হ'ল। গোলাপ বৰবৰা, বিশ্ব গোস্বামী, দুলাল বৰুৱা, ৰমণী বৰ্মন, ভূবনেশ্বৰ বৰ্মন, কিৰণ বেজবৰুৱা আদি আমাৰ মুখিয়াল কর্মীসকল জেলত। মই তেতিয়া গুৱাহাটী কর্পৰেশ্যনৰ 'মেয়ৰ'। ২৫ আগষ্টৰ নিশা অর্ডিন্যান্স জাৰি কৰি কর্পৰেশ্যনৰ নির্বাচিত লোকসকলক আঁতৰাই তাৰ দায়িত্ব চৰকাৰে ল'লে। ময়ো পদচ্যুত হ'লো।

২৮ আগষ্টত মুলুকচা আহি মোৰ ঘৰ ওলালহি। এই অন্যায়ৰ মৌন প্রতিবাদ জনালেহি। তাৰ মুখত এই অন্যায়ৰ প্রতি ঘৃণা ভালকৈয়ে ফুটি ওলাল। এই অন্যায়ৰ প্রতিবাদ আল্লাই দিব বুলি মুলুকচাই ভৱিষ্যত-বাণী কৰিলে।

'৭৭ চন। লোকসভাত সাধাৰণ নির্বাচন। লোকনায়ক জয়প্রকাশৰ নেৰানেপেৰা চেষ্টাত বিভিন্ন দলৰ সমন্বয়ত জনতা পার্টি গঠিত হৈছে। অসমতো

জনতাৰ ঢৌ উঠিছে। আমি নিৰ্বাচনী অভিযানত ব্যস্ত। সেই সময়তে এদিন দুপৰীয়া আফজলকাই আৰু মুলুকচা আমাৰ ঘৰ ওলালহি। উদ্দেশ্য নিৰ্বাচন। কাক ক'ত ভোট দিব লাগে। ভোটৰ ছবি কি? আমি ভোটৰ ছবি, প্ৰতীক নিচান আদি দি সাধ্যমতে প্ৰচাৰ কৰিবলৈ ক'লো। বিশেষকৈ গুৱাহাটী আৰু মঙ্গলদৈ সমষ্টিৰ প্ৰাৰ্থীৰ নামো জনালো।

মুলুকচাই ভোটৰ প্ৰতীকৰ ছবি আৰু নিচানখনলৈ থৰ হৈ চাই কথাষাৰ ক'ব নোৱৰাকৈ তাৰ মুখৰ পৰা ওলাল: "ই আকৌ কি হ'ল? নিচানো বদ্‌লা—ছবিও বদ্‌লা। তইঁত বৰ অস্থিৰ। দলৰ মানুহ ধীৰ-স্থিৰ হ'ব লাগে। বাৰে প্ৰতি নিচান বদ্‌লালে—বাৰে প্ৰতি ছবি বদ্‌লালে আমাক কোনে মানিব। মই বাৰে বাৰে কৈছো তইঁতে নুশুন।"

"কিয়? তোৰ নতুন নিচানখন মনঃপুত হোৱা নাইনেকি? কি বেয়া দেখিছ কচোন?"

"তইঁতে অৱশ্যে কিবা ভাবিহে কৰিছ। মোৰ মতে হ'লে লাল ৰঙটো থাকিব লাগিছিল। লালটো দেখিলে গাটো ৰিমজিম্ কৰে। ছবিটো হ'লে ভাল হৈছে। ইয়াৰ এটা অৰ্থও আছেদে।"

"কি অৰ্থ আছে কচোন?"

"প্ৰথমে আমাৰ ছবি 'গছ' আছিল। পিছত 'ঘৰ' হ'ল। ঘৰ বহুদিন চলিল। এইবাৰ কান্ধত নাঙল লোৱা মানুহ। অৰ্থাৎ আমি প্ৰথমে গছৰ তলত আছিলো। পিছত ঘৰ বান্ধিলো—এইবাৰ কান্ধত নাঙল লৈ খেতি কৰিবলৈ ওলালো। নহয় জানো?"

আমাৰ মাজত হাঁহিৰ খলকনি উঠিল।

কাগজ-পত্ৰ আৰু কেইখনমান নিচান লৈ আফজলকাই আৰু মুলুকচাই নিৰ্বাচনী অভিযানত পাৰি দিলে।

নিৰ্বাচনত দেশ জুৰি জনতাৰ জয় হ'ল। অসমতো গুৱাহাটী, মঙ্গলদৈ আৰু তেজপুৰ সমষ্টিৰ পৰা আমাৰ প্ৰাৰ্থী জয়ী হ'ল। কেন্দ্ৰত জনতা চৰকাৰ প্ৰতিষ্ঠিত হ'ল।

মুলুকচাৰ মুখত হাঁহি। "নকৈছিলো—'লাগি থাকিলে মাগি নাখায়।' চাবি বিধান সভাৰ নিৰ্বাচনতো আমাৰ এইবাৰ জয় হ'বই।"

সঁচা কথা। ১৯৭৮ চনৰ নিৰ্বাচনত মুলুকচাৰ কথা ফলিয়ালে। অসমতো জনতা চৰকাৰ প্ৰতিষ্ঠিত হ'ল।ময়ো মন্ত্ৰী হ'লো।

সেই চনৰে বহাগী বিদায়ৰ সময়। মুলুকচা আগৰ দৰেই এদিন মোৰ ঘৰ ওলালহি। মুলুকচাৰ মুখখন মলিন—সচৰাচৰ তাৰ চকুত লাগি থকা হাঁহিটি আজি নাই।

মই কাৰণ সুধিলো।

সি ক'লে, "চাহাবাণৰ বৰ অসুখ অ'। আজি এসপ্তাহে বৰ কষ্ট খাইছে তাই।" চাহাবাণ বিবি। মুলুকচাৰ পৰিবাৰ। তিনিজনী ছোৱালী আৰু এটি ল'ৰাৰ মাক। ছোৱালীকেইজনী বিয়া দিছে। সেয়ে মুলুকৰ বৰ্তমান এটি সুখী পৰিয়াল। সি, চাহাবাণ আৰু তেৰ-চৈধ্য বছৰীয়া ল'ৰা কলমচা। ল'ৰাটি হাইস্কুলৰ ছাত্ৰ।

মুলুকচাৰ ঘৰত এদিন তাহানিতে চাহাবাণে কৈছিল, "মালিক! আমাৰ ল'ৰাটো আৰু বুঢ়াক চাব।" মই জানো চাহাবাণ আদৰীয়া। মোতকৈ বহু বছৰে সৰু। সেয়ে ক'লো, "আমি বুঢ়া হৈ আহিছো—তোমালোকেহে আমাক চাব লাগিব।"

চাহাবাণৰ অসুখ শুনি মোৰো বৰ বেয়া লাগিল। মুলুকচাই তেওঁক গুৱাহাটীৰ মেডিকেললৈ অনাৰ কথা তুলিলে। ময়ো সম্মতি জনালো। সোনকালে লৈ আহিব লাগে। কথা মতেই কাম হ'ল। কিন্তু বিধিৰ বিধান অন্য ৰূপ। চাহাবাণে ন জেঠ তাৰিখে মুলুকচাৰ বুকু সুদা কৰি চিৰকালৰ কাৰণে চকু মুদিলে।

কিছুদিনলৈ মুলুকচাৰ গুৱাহাটীলৈ আহ-যাহ কমিল। ওচৰে-পাজৰে হোৱা সভা-সমিতিতো মুলুকচাক লগ নোপোৱা হ'লো।

আগষ্ট মাহ। মুলুকচা এদিন দুপৰীয়া মোৰ ঘৰ ওলালহি। মুলুকচাৰ মন উদাস। কানি-কাপোৰো মলিয়ন। সদায় ফকৰা-যোজনা মাতি কথা পতা, ৰং-ৰহইচ কৰা মুলুকচাৰ যেন কথাৰ সোঁত হেৰাই গৈছে।

সুধিলো, "মুলুকচা, কেনে আছ?"

"বৰ বেয়া বাবু। মন-প্ৰাণ ক'তো নৰহাত পৰিল। মেলে মিটিঙেও যাব নোৱৰা হ'লো। ঘৰ এৰিব নোৱাৰো। এই বয়সতে তাই মোক এনেদৰে এৰি যাব বুলি ভাবিবকে পৰা নাছিলো। অকলশৰীয়া মানুহ। হাল-পাতৰ পৰা ভাত-পানী বন্ধালৈকে সকলো কৰিবলগীয়া হৈছে। ল'ৰাটোৰ স্কুলীয়া ভাত-পানী বান্ধি নিদিলেও নহয়। এফালে ওলাই যাবলৈকো সুবিধা নাই। ঘৰত কোন থাকে? দুটা প্ৰাণী। মই আৰু ল'ৰাটো। সি স্কুললৈ গ'লে একেবাৰে অকলশৰীয়া হওঁ। এনেকৈ জীৱন কেনেকৈ কটাবি। তিৰী নাথাকিলে ঘৰ শুৱনি নহয় অ'।"

"অ, তই হবলা আকৌ বিয়া কৰাব খুজিছ। সেইটো নহ'বদেই। এই বয়সত সেইদৰে মন নেমেলিবি" বুলি তাক সকীয়ালো।

মুলুকচা গ'লগৈ।

১৯৭৯ চন। মাঘ-ফাগুণৰ বতৰ। মই দুপৰীয়া জনতা ভৱনৰ পৰা

উভতিছো। ঘৰ পাই দেখো কেইজনমান লোক আগফালৰ কোঠাত বহি আছে। তেওঁলোকৰ আৰ্জি শুনি বিদায় দিলো। ভিতৰ সোমাই দেখো বাৰাণ্ডাত মুলুকচা। মুলুকচাক সদায় লুঙি পিন্ধাই দেখিছো। আজি কিন্তু বগা পাইজামা পিন্ধি আহিছে। গাত এটা মুগা বৰণীয়া নতুন পাঞ্জাবী। মুখখন আগৰ বাৰতকৈ বেছ পোহৰ পোহৰ দেখিছো।

"কি অ' মুলুকচা—ক'ৰ পৰা? কিবা কথা আছে যদি সোনকালে ক। মই এতিয়াই শুৱালকুছিলৈ যাম।"

"তোক এটা কথা কওঁ বুলি আহিলো। তই জানোচা খং কৰ।"

"খং কৰিবলগীয়া কথা হ'লে অলবৎ খং কৰিম।"

"মই এজনী আনি ঘৰ চপালোদে।"

"ক'ৰ পৰা?"

"অল্টাৰ। তাইকো গিৰীয়েকে এৰি গৈছে। তাইৰো কোনো নাই—মোৰো নাই। আল্লাই মিলালে—আনিলো। তই মাৰ কাট যি কৰ কৰ। মই হ'লে সঁচা কৈছো।" এইবুলি মুলুকচা অপৰাধীৰ দৰে মোৰ আগত তলমূৰ কৰি থিয় হৈ ৰ'ল।

"বাৰু যি কৰিলি কৰিলি—ল'ৰাটোক কিন্তু মৰম কৰিব দিবি।"

"কৰিছে, মই আলেঙে আলেঙে চাইছো নহয়। পিছে তোক কিন্তু এবাৰ মাতিছে।"

"কোনে?"

"ফুলচানে।"

"কোন ফুলচান অ'।"

"এ, তাইৰ নামটি ফুলচান বিবি" বুলি কৈ মুলুকচাই সেই আগৰ হাঁহিটি মাৰিলে।

মই সুধিলো, "কিয় মাতিছে অ'?"

"তাই বোলে জীয়া মন্ত্রী দেখা নাই। সেয়ে তোক চাব খোজে।"

"কি জীয়া মন্ত্রী অ' মুলুক?"

"তোৰ ফটো দেখিছে। তোক মানুহটো এবাৰ চাব খোজে আৰু। এবাৰ যাবিনে?"

"যাম দেচোন। ইমান লৰালৰি কিয়?"

"ব'ল এতিয়া গাড়ীত উঠ।" মুলুকচাক গাড়ীত তুলি লৈ ৰাওনা হ'লো। মাছখোৱা বাছ ষ্টেশুত তাক নমাই দি আগন্তুক সাহিত্য সভাৰ প্ৰস্তুতি নিৰীক্ষণ কৰিবলৈ শুৱালকুছি পালোগৈ।

মুলুকচাক আজিকালি প্ৰায়েই লগ পাওঁ। কিন্তু তাৰ এটা কথা বাটি

থাকি গ'ল। সি ফুলচানক জীয়া মন্ত্ৰী দেখুৱাব নোৱাৰিলে ঃ

১৯৭৯ চনৰ ৩ ছেপ্টেম্বৰত আমাৰ মন্ত্ৰীসভাৰ পতন হ'ল। ময়ো মন্ত্ৰী ভঙা গ'লো।

(১৯৫২ চনৰ পৰা '৭৯ চনলৈকে লেখা বিভিন্ন ডায়েৰীৰ পৰা)

# কোটোৰা

"........মাতৃ—যি মাতৃৰ গৰ্ভত আমি পোনতে থিত হওঁ। জন্মৰ পিছত মাকৰ কোলাৰ পৰা নামিয়েই মানুহে মাটিত ভৰি দিয়ে। এতেকে মাতৃ আৰু মাটিতকৈ পূণ্যৰ বস্তু কি হ'ব পাৰে!........"

১৯৪১ চনৰ এদিন শাৰদীয় সন্ধিয়া।

"অ' দয়াৰাম! দয়াৰাম! ঘৰত আছানে?" বুলি আলিবাটৰ কেঁকুৰিটো পাৰ হৈ চিঞৰিলো।

"এইটো কোটোৰাৰ ঘৰ।" এটি সৰু ল'ৰাই উত্তৰ দিলে।

মই ক'লো, "মই কোটোৰাকে বিচাৰিছো, আছে নে নাই?"

এইবাৰ জুপুৰি ঘৰটোৰ আধা মেলা দুৱাৰেদি কুপি চাকিৰ লৰি থকা পোহৰৰ ফাঁকেদি উত্তৰ আহিল, "সেই জন্মি মহাজনৰ দোকানতে আছে, তাতে পাব। হেই যাচোন—দেখুৱাই দে," এইবুলি ল'ৰাটোক আদেশিলে।

ল'ৰাটোৱে মোৰ আগেদিয়েই লৰ মাৰিলে আৰু একেলৰে দোকানৰ সমুখ পালেগৈ। লগে লগেই কোটোৰাও ওলাই আহিল।

মই কোটোৰাক দেখি বৰ সকাহ পালো। চাইকেলৰ বেলটো কৰ নোৱৰাকৈ এবাৰ বজাই দিলো।

"কোন হে—অ' মাষ্টৰ বাবু দেখোন? কি হ'ল? ৰাতিখন ওলালহি দেখোন।"

"এৰা, কাম আছিল, ইপাৰতে ৰাতি হ'ল। মোক পাৰ কৰি থব পাৰিবা নহয়?"

"কিয় নোৱাৰিম! আপোনালোক পাৰ হোৱা মানুহ, আমি পাৰ কৰি দিয়া মানুহ। দুয়োৰে মিল হ'ল বেতিয়া কিয় নোৱাৰিম, মাষ্টৰ বাবু! ৰব, মই ভাৰ-খ'ঠাবোৰ লৈ আহোঁ।" এইবুলি ৰবৰ মুখত আঁউজাই থোৱা ভাৰ-খ'ঠা

কান্ধত লৈ কোটোৰা মোৰ ফালে আগবাঢ়ি আহিল।

দুয়ো ঘাটলৈ আগবাঢ়িলো।

শৰত কাল। পূজাৰ আগলি বতৰ। কুঁৱলিৰো প্ৰাদুৰ্ভাব নাই। তথাপি ঢকা আকাশখন বেছ ধুনীয়া লাগিছিল।

নাও মেলি দিয়েই কোটোৰাই প্ৰশ্ন কৰিলে, "আজি লগৰজন ক'ত এৰিলে?"

লগৰজন বোলোতে কোটোৰাই শ্ৰীবিনোদলাল বৰুৱাৰ কথাকে কৈছে। আমি দুয়োজনে তেতিয়া কমলদেৱ হাইস্কুলত শিক্ষকতা কৰো। একেলগে সদায় নাৱে-জাহাজে পাৰাপাৰ হওঁ।

মই ক'লো, "তেওঁ আজি আগতেই পাৰ হ'ল।" এইবাৰ মই সুধিলো, "হেৰা, তোমাৰ নাম দয়াৰাম নহয় জানো?"

কোটোৰাই এটি আপোনভোলা হাঁহি মাৰি ক'লে, "মাষ্টৰ বাবু—সেই নাম কেতিয়াবাই নুমাল। অৰ্থাৎ তাহানি স্কুলত নাম ডকাৰ বাহিৰে সেই নাম মোৰ ঘৰে-পৰে ব্যৱহাৰ কৰাই নহ'ল?"

"কিয়?"

"এ সেইবোৰ বহুত কথা, মাষ্টৰ বাবু! আমাৰ অঞ্চলত সেই নামেৰে এজন বৰ মুখিয়াল মানুহ আছিল। সেয়ে পিতায়ে মোক সেই নামেৰে মাতিবলৈ আমাৰ পৰিয়ালৰ মানুহক মানা কৰি দিছিল। কাৰণ মোক সেই নামেৰে মাতিলে সেইজন লোকক অপমান কৰা হয় বুলি। সৰুৱে ডাঙৰক নাম কাঢ়ি মাতিব নাপায়। সেয়ে শেহত নামাতোতে নামাতোতে মোৰ এই নামটোৱেই কালত লুকাই পৰিল।"

"তোমাৰ বাৰু কোটোৰা নামটো কোনে দিলে?"

"ঠিক ক'ব নোৱাৰিম মাষ্টৰ বাবু, কিন্তু মোৰ গাৰ বৰণ কেটোৰ ক'লা দেখিয়েই হয়তো মা-পিতায়ে 'কোটোৰা' নামটো ৰাখিলে।"

আগতেও মই বহুবাৰ কোটোৰাৰ নাৱত পাৰ হৈছো। কিন্তু এনেদৰে অকলশৰীয়াকৈ নহয়। আজিয়ে প্ৰথম এনেদৰে নিশা অকলশৰীয়াকৈ পাৰ হৈছো। কোটোৰায়ো যেন তাৰ মনৰ কথা আজি মুকলিভাৱে কবলৈ সুবিধা পাইছে।

"মাষ্টৰ বাবু! আপোনাক এটা কথা সোধো। মাটি এডোখৰ কৰিবলৈ হ'লে কি কৰিব লাগে? মাটি নোহোৱা মানুহৰ কোনো মূল্য নাই, মাষ্টৰ বাবু! মাত্ৰ আৰু মাটি ইয়াতকৈ আৰু পুণ্যৰ বস্তু নাই?"

মই ক'লো, "কিয়? কত মাটি নোহোৱা গণ্য-মান্য মানুহ আছে।"

"এ—সেইবোৰ মানুহৰ শৰীৰ মানুহ নহয়, মাষ্টৰ বাবু! মাত্ৰ—কি

মাতৃৰ গৰ্ভত আমি পোনতে থিত লওঁ। জন্মৰ পিছত মাকৰ কোলাৰ পৰা নামিয়েই মানুহে মাটিত ভৰি দিয়ে। এতেকে মাতৃ আৰু মাটিতকৈ পুণ্যৰ বস্তু কি হ'ব পাৰে। মাষ্টৰ বাবু! খেতিৰ কাৰণে এডৰা মাটি কৰিব পাৰিলে—মই এই নিলাজ নাৱৰীয়া ব্যৱসায় এৰি পেলাম।"

"কিয়? তুমিতো এতিয়া স্বাধীন ব্যৱসায় কৰিছা।"

"নহয় মাষ্টৰ বাবু! ই চোৰাং ব্যৱসায়। আফিং চোৰৰ দৰে। মোৰতো নাও চলাবলৈ আচলতে অধিকাৰ নাই। চৰকাৰী ঘাট আছে। ঘাট ডাকি লোৱা ঘাটুৱৈ আছে। তাৰ মাজতে আমি কেইজনমানে চোৰাংকৈ নাও চলোৱা নাই জানো?ময়ো চোৰাংকৈ নাও চলাইছো, আপুনিও চোৰাংকৈ নাৱত উঠি লুইত পাৰ হৈছে। কেতিয়াবা ঘাটুৱৈ আহি কয়, 'হেই, মানুহ পাৰ কৰাৰ পইছা দে।' আমি ধৰা পৰা চোৰৰ দৰে পইছা উলিয়াই দিওঁ। উপায় নাপাইহে নাও চলাইছো, মাষ্টৰ বাবু! মাটি অলপ কৰিবলৈ বৰ মন মেলি আছো। এই নাও চলোৱা কাম এৰি মই মাটিত লাগিম মাষ্টৰ বাবু।"

মই মণ্ডল আৰু কাষতে থকা মৌজাদাৰক সুধি মাটি এডৰা কৰি লোৱাৰ উপদেশ দিলো।

১৯৪২ চন। ভাৰত ত্যাগ আন্দোলনৰ সময়। মই শিক্ষকতা এৰি আন্দোলনত যোগ দিলো। কিন্তু কোটোৰাই তাৰ নাৱৰীয়া বৃত্তি এৰিব পৰা নাছিল। প্ৰবল ইচ্ছা সত্ত্বেও সি এডৰা মাটি যুগুতাই ল'ব নোৱাৰিলে। আইনৰ প্ৰচুৰ বাধা। সেই সময়ছোৱাত কোটোৰা, কুমুদ আৰু লেতেৰা—এই তিনিজন নাৱৰীয়া মোৰ বা আমাৰ এক প্ৰকাৰ বিপদৰ বন্ধু হৈ পৰিল। ৰাতি দুপৰতো যেন আমাক সহায় কৰিবলৈ এওঁলোক সদায় সাজু। মাত দিলেই ওলাই আহে আৰু বিনা বাক্য ব্যয়ে আমাক ইপাৰ-সিপাৰ কৰি দিয়ে। এই তিনিজন নাৱৰীয়া আমাৰ গুপ্ত আন্দোলনকাৰীসকলৰ ভৱৰ কাণ্ডাৰী স্বৰূপ। শঙ্কৰ বৰুৱা, লক্ষ্মীপ্ৰসাদ গোস্বামী, আনকি অৰুণা আছফ আলি, লোকনায়ক জয়প্ৰকাশ নাৰায়ণ আদিয়েও এওঁলোকৰ সহায়ত বুঢ়া লুইত পাৰ হৈছিল সময়ে অসময়ে।

কোটোৰা, কুমুদ আৰু লেতেৰা। তিনিওজন নাৱৰীয়া। তিনিওজনেই আমাৰ সুহৃদ। কিন্তু আজি আন দুজনৰ কথা এৰি কেৱল কোটোৰাৰ কথাকে কৈছো।

কোটোৰা দেখাত কুশ্ৰী। বৰ ক'লা। তাৰ নিজৰ ভাষাত কেটোৰ ক'লা। অলপ এন্ধাৰ হ'লেই কোটোৰাৰ নাক-মুখ চিনিব নোৱাৰি। কোটোৰাৰ উল্লেখযোগ্য হ'ল দুপাৰি ডালিমগুটীয়া দাঁত। হাঁহিটোও আছিল বৰ মোহলগা। হাঁহিলে লুইতৰ বুকুত খলকনি উঠে। পঢ়া-শুনা বিশেষ নাছিল যদিও বৰ

বুধিয়ক। বুধিয়ক নুবুলি—তীখবো বুলিব পাৰি। ইঙ্গিততে সকলো কথা বুজি পায়। জাতত ধোবা। উপাধি বজক। পোনতে কাপোৰ ধোৱা ব্যৱসায় কৰিছিল, কিন্তু এৰিলে। তাৰ হেনো সেই ব্যৱসায়লৈ কিবা ঘৃণা হ'ল। এতিয়া দিনটো নাৱেৰে মানুহ ইপাৰ-সিপাৰ কৰিয়েই সংসাৰ চলায়। কিন্তু তাৰ প্ৰবল হেঁপাহ—খেতি কৰিবলৈ। এডৰা মাটি কৰি লৈ খেতি কৰি জীৱন যাপন কৰিবলৈ।

১৯৪৩ চনৰ এদিন শীতৰ হিম-চেঁচা ৰাতি। আমি পাৰ হৈছোঁ। লগত পলাতক লক্ষ্মী প্ৰসাদ গোস্বামী। আগতে কৈ থোৱা ঠাইত নাও ৰাখি কোটোৱা আমালৈ আপেক্ষা কৰি আছিল। আমি নাৱত বহিলোঁ। অপেক্ষা নকৰি উত্তৰ গুৱাহাটীলৈ বুলি কোটোৱাই নাও মেলি দিলে। নাও এৰাৰ লগে লগেই কোটোৱাই সুধিলে, "মাষ্টৰ বাবু! স্বাধীন হ'লেনো আমাৰ দুখীয়া ৰাইজৰ কি হ'ব?"

আমি ক'লো, "সকলো সুবিধা হ'ব। আমাৰ দেশৰ ধনেৰে চাহাবসকলে তেওঁলোকৰ দেশ চহকী কৰিলে। সিহঁতে মজা মাৰি খাইছে—আৰু আমি গেবাৰি খাটি মৰিছোঁ। স্বাধীন হ'লে আমাৰ সকলোৰে দুখ দূৰ হ'ব সকলো ক্ষেত্ৰত আমাৰ সুবিধা বাঢ়িব।"

"এই পঢ়া-শুনাসকলৰ হয়তো কাম-বনৰ সুবিধা হ'ব। কিন্তু আমাৰ দৰে গোট গৰুসকলৰনো কিতো সুবিধা হ'ব?"

"হ'ব কিয় নহ'ব? সকলোৰে হ'ব?" আমি প্ৰায় একেলগেই উত্তৰ দিলোঁ।

"বাৰু চাওঁয়েই দিয়কচোন। পিছে দেশ স্বাধীন হ'লে মই কিন্তু আপোনালোকক নেৰিম—মাটি এডৰা সুবিধা কৰি দিব লাগিব। খেতি কৰিবলৈ।"

আমিও শলাগি থলোঁ।

দেশ স্বাধীন হ'ল। ১৯৪৮ চনত আমি কংগ্ৰেছ ত্যাগ কৰিলোঁ। ছ'চিয়েলিষ্ট পাৰ্টি গঠন হ'ল। উত্তৰ গুৱাহাটী আৰু তাৰ আশে-পাশে থকা গাঁওসমূহত ছ'চিয়েলিষ্ট পাৰ্টিৰ ঢৌ বাৰুকৈ লাগিল। কৃষকসকলৰ সমস্যা সমাধানৰ কাৰণে কৃষক-সভা গঠন হ'ল। শিলা সেন্দূৰী ঘোপা মৌজা কৃষক-সভা এটি শকত অনুষ্ঠানত পৰিণত হ'ল। পয়োধৰ বৰুৱা সভাপতি আৰু গোবিন্দ বৰা সম্পাদক নিৰ্বাচিত হ'ল। চুবুৰিয়ে চুবুৰিয়ে কৃষক-সভা গঠন হ'ল। "নাঙল যাৰ মাটি তাৰ", "শ্ৰম যাৰ ফচল তাৰ" আদি ধ্বনিৰে গোটেই মৌজাত খলকনি লাগিল।

এদিন সন্ধিয়া পাৰ হৈছে। এখন কৃষক-সভাত বক্তৃতা দি উভতিছো। কোটোৱাৰ নাৱত। কোটোৱাই হাঁহি মাৰি ক'লে, "মাষ্টৰ বাবু, ময়ো দুখন

টিকট লৈছোঁ।”

“কিহৰ টিকট?”

“কৃষক-সভাৰ টিকট, মাষ্টৰ বাবু! মোৰ আৰু পৰিবাৰৰ নামত। এই মাহৰ পৰা আৰু নাও নচলাওঁ মাটি ভাঙিম।”

“আজি অভয়াপুৰত কৃষক-সভা বহিছিল। তালৈ নগ'লা কিয়?”

“যাম! অহা শনিবাৰে ৰুদ্ৰেশ্বৰত সভা বহিব বোলে—তালৈ যাম। মাষ্টৰ বাবু, মই আপোনালোকৰ কৃষক-সভা দুই-এখন চাইছোঁ। ভালেই লাগে। পিছে সভাৰ পিছত যে কিবা নাঙল যাৰ বুলি চিঞৰটো মাৰে সেইটোহে মোৰ ভাল নালাগে। মই মাটি ভাঙিম, কিন্তু গৰুতো নাই। নাঙল জুৰিম কিহেৰে? সেয়ে কোডালেৰেই মাটি ভাঙিম। আমি হ'লে চিঞৰিম—কোডাল যাৰ মাটি তাৰ।” এইবুলি কোটোৰাই বুকু জুৰোৱা হাঁহি এটা মাৰি লুইতত খলকনি তুলিলে।

শনিবাৰে ৰুদ্ৰেশ্বৰত কৃষক-সভা বহিল। আমি, প্ৰমোদ বৰ্মন, হৰেন্দ্ৰলাল দাসৰে দিনৰ এধাৰ বজাতে পাৰ হ'লো। সভাত বহুতো আধি-চুকানি খোৱা খেতিয়কৰ উপৰিও বহুতো মাটিহীন লোকৰ সমাবেশ হৈছিল। গতানুগতিকভাৱে বক্তৃতা প্ৰস্তাৱ আদি গ্ৰহণৰ পিছত সভা শেষ হ'ল। সেই সভাত কোটোৰাও উপস্থিত আছিল। সভা শেষ হোৱাৰ লগে লগে কোটোৰাই মোৰ কাষ চাপি সুধিলে, “মাষ্টৰ বাবু, পাৰ হ'ব নহয়?”

“অ' আমি তিনিজন আছোঁ।”

“হ'ব, মই আগবাঢ়ো। আজি দিনটো একো খোৱা নাই, কিবা অলপ খাই লওঁগৈ। মাত দি লৈ যাব।”

আমি আহি নাৱত উঠিলোঁ। হৰেণলালে ডাৰ মাৰো বুলি ডাৰপাত ল'লে। বৰ্মনে-ময়ে নাৱৰ মাজৰ চিৰিত বহিলোঁ। নাও গুৱাহাটীলৈ বুলি খেপ দিলে।

মই কোটোৰাক সুধিলোঁ, “সভা কেনে লাগিল?”

কোটোৰাই পোনতে একো উত্তৰ নিদিয়াকৈ থাকিল। মই আকৌ সুধিলো, “কিহে নোকোৱা কিয়? সভা কেনে লাগিল?”

“মাষ্টৰ বাবু! মোৰ হ'লে বৰ ভাল নালাগিল। কথাটো নহ'বগৈ যেন পাইছো। মাটিহীনৰনো ক'ত মাটি হ'ব! আজিৰ সভাত দেখোন নাঙল নধৰা লোকসকলেহে বক্তৃতা কৰিলে। মাটিহীনবোৰ দেখোন বক্তৃতা শুনি বহিয়েই থাকিল। আজিৰ সভাত বক্তৃতা কৰাকেইজনে নিজৰ মাটিবোৰ তেওঁলোকৰ ৰায়তসকলক বাৰু ভগাই দিয়কচোন।”

পাৰ হ'লো। বৰ্মনে বাটত ক'লে—নাৱৰীয়াজনৰ অনুভূতি ঠিকেই হৈছে।

কোটোৰা মাটি ভাঙিবলৈ গ'ল। বহুদিন লগ পোৱা নাই। অসময়ত বা ৰাতি পাৰ হোৱা পৰ্বও আমাৰ প্ৰায় শেষ হৈছে। সেয়ে কোটোৰাক সাধাৰণতে লগ নোপোৱা হ'লো।

এদিন ৰংমহলৰ পৰা উভতিছো, এজন বন্ধুৰ ঘৰত বিয়া খাই। লগত সাহিত্যসেৱী শিক্ষক ৰমেশ চন্দ্ৰ বৰকাকতী। কাণাই বৰশি বোৱা শিলৰ ওচৰ পাইছো। দেখিলো এজন মানুহে চাপৰিৰ পৰা উঠি সেই বাটেদি নামি আহিব ধৰিছে। ওচৰ পাই দেখিলো—কোটোৰা।

মই মাত দিলো, "কোটোৰা নেকিহে?"

"অ' মাষ্টৰ বাবু। ক'ৰ পৰা আহিল।"

মই সুধিলো, "তুমি বোলে মাটি ভাঙিছা? খেতি কেনে হৈছে?"

"বৰ ভাল হৈছে, মাষ্টৰ বাবু। ৰবি শস্য লগাইছো। মূলা, লাই, পালেং, ধনীয়া, বাবৰি লগাইছো। আলু-পিঁয়াজো লগাইছো। মই কৈছিলো নহয় মাষ্টৰ বাবু—মাতৃ আৰু মাটিতকৈ মৰমিয়াল আৰু কোনো হ'ব নোৱাৰে। কেঁচুৱাই মাকৰ মুখত আধা ফুটা মাতেৰে এটি চুমা দিয়ক—মাকে দহোটা চুমা দি বুকুত আঁকোৱালি ল'ব। মাটিয়েও মাষ্টৰ বাবু—এটি গুটি মাটিৰ বুকুত মৰম কৰি গুঁজি দিয়ক আপোনাক দহোটা গুটি দি মৰম কৰিব। এখন চালি কৰি লৈছো—তাতেই থাকো। পুৱা উঠি খেতিডৰা দেখিলেই মন-প্ৰাণ জুৰ পৰি যায়।" কোটোৰাৰ কবিত্বত আমি বৰ আনন্দিত হ'লো। বৰকাকতীৰ খোলা হাঁহিত গড়ৰ আলি ৰজনজনাই গ'ল।

পাৰঘাটৰ তিনিআলি পালোহি। আমি তিনিওজনে তিনিমুৱা হ'লো। চৰকাৰী ঘাটৰ লাঞ্চেৰে পাৰ হ'লো।

তাৰ পিছত চাৰিটা সাধাৰণ নিৰ্বাচন হৈ গ'ল। আমাৰ দলৰ বিপৰ্যয় ঘটিল। দলৰ এজন এজনকৈ ৰথী-মহাৰথী দল এৰি পুনৰ কংগ্ৰেছত যোগদান কৰিলেগৈ। মুষ্টিমেয় কৰ্মীৰেই দলৰ সাধাৰণ কাম-কাজ চলি থাকিল। আগৰ উদ্যম আগৰ উদ্দীপনা বহুখিনি কমি আহিল। আত্ম-সন্মান আৰু আদৰ্শত বিশ্বাস থকা মুষ্টিমেয় কৰ্মীয়ে দলক খামোচ মাৰি ধৰি থাকিল। কৃষক সংগঠন জহি-খহি গ'ল।

এদিন দুপৰীয়া ঘৰতে বহি আছো। আমাৰ কৃষক কৰ্মী বলো ডেকাই আহি খবৰ দিলে যে চাপৰিত মাটি দখল কৰা লোকসকলক উচ্ছেদ কৰিলে। মই পোনেই কোটোৰাৰ কথা সুধিলো।

"কোটোৰাও উচ্ছেদ হ'ল।"

১৯৬৭ চনৰ নিৰ্বাচনত কমলপুৰ সমষ্টিৰ পৰা বিধায়ক ৰূপে মই নিৰ্বাচিত হ'লো। এদিন পুৱাই কোটোৰা আহি ওলালহি। কোটোৰাৰ মুখত

আশাৰ হাঁহি। ইমান পুৱাতে অহাৰ কাৰণ সুধিলো।

কোটোৱাই ক'লে, "মাষ্টৰ বাবু! এইবাৰ আপুনি এম. এল. এ হ'ল। লুইতৰ বুকুত হোৱা তাহানিৰ কথা আপোনাৰ নিশ্চয় মনত আছে। মোৰ মাটিখিনি কৰি দিয়ক। বহুতে কৈছে—আপুনি কৰি দিব পাৰিব। মই সেই মাটিৰ দুবাৰো খাজনা ভৰিছো।" এইবুলি গামোচাৰ আগত বান্ধি অনা ৰচিদ দেখুৱালে। টোজী খাজনাৰ ৰচিদ। মই ৰাজহ মন্ত্ৰীলৈ এখন দৰখাস্ত লেখি সপ্তাহৰ ভিতৰতে মোৰ হাতত দিবলৈ ক'লো। টোজী খাজনাৰ ৰচিদৰ নম্বৰ দুটা মোৰ ডায়েৰীৰ পাতত লেখি ৰাখিলো।

কোটোৱাই কথা মতে মহৰী লগাই এখন দৰখাস্ত লেখি সময় মতে মোৰ হাতত দিলেহি। মই শ্বিলঙলৈ গৈ তেতিয়াৰ ৰাজহ মন্ত্ৰীৰ হাতত দি অনুৰোধ জনালোগৈ। ৰাজহ মন্ত্ৰীয়েও সহানুভূতিৰে বিবেচনা কৰি উচিত ব্যৱস্থা কৰিবলৈ কামৰূপৰ উপায়ুক্তৰ ওচৰলৈ লেখি পঠিয়ালে। দৰখাস্তৰ নিয়ম অনুযায়ী ৭.৫০ টকাৰ টিকট মাৰিও দিয়া হ'ল। দুদিনতে দৰখাস্ত নামনিলৈ নামিল। গুৱাহাটীলৈ আহি খবৰ কৰিলোঁ। দৰখাস্ত কমলপুৰৰ এছ. ডি. চি.ৰ ৰিপ'ৰ্টৰ কাৰণে পঠিয়াইছে। শুনি বৰ উচ্ছ্বাসিত হ'লো। সমষ্টিলৈ যাওঁতে সেই অফিচত সোমাই খবৰ কৰিলোঁ। এছ. ডি. চি.ৰ টোকাটো পঢ়িলোঁ। সেই মাটি পত্তন দিব নোৱাৰি। সেইডোখৰ সংৰক্ষিত চৰণীয়া পথাৰ। দুবাৰো তাত বেদখল কৰা লোকক উচ্ছেদ কৰা হৈছে। অঞ্চলৰ ৰাইজৰ সেই মাটি পত্তন দিয়াৰ বিপক্ষে আবেদনো আছে।

নিৰাশ হৈ উভতিলোঁ। কোটোৱাক কথাটো জনালোঁ। কোটোৱাই হয়তো এম. এল. এ.ই চেষ্টা কৰাতো—মন্ত্ৰীয়ে লেখি দিয়া সত্ত্বেও মাটিখিনি পত্তন নোপোৱাৰ কথাটো পতিয়ন যাব নোৱাৰিলে। হুমুনিয়াহ কাঢ়ি কোটোৱাই ক'লে, "মাষ্টৰ বাবু, মই নকৈছিলোঁ, দেশ স্বাধীন হ'লে ধনী আৰু পঢ়া-শুনা জনা লোকৰ কাৰণেহে সুবিধা হ'ব, আমাৰ দৰে মানুহৰ কাৰণে নহয়।"

জীৱনত বহুবাৰ বেয়া ধৰণে পৰাজিত হৈছোঁ, কিন্তু কোটোৱাৰ কাৰণে এডুখৰি মাটি উলিয়াই দিব নোৱাৰা কথাটো যেন মোৰ জীৱনৰ এক বিৰাট পৰাজয়।

১৯৭২ চনৰ নিৰ্বাচনত আকৌ পৰাজিত হ'লো। দিনবোৰ বাগৰি গৈছে। এদিন দুপৰীয়া ঘৰতে বহি আছোঁ। বাহিৰত মানুহ এজন অহা বুলি ল'ৰাটোৱে খবৰ দিলে। ওলাই গৈ দেখিলোঁ কোটোৱা। শুকাই-ক্ষীণাই হাৰে-ছালে লাগিছেগৈ। সুধিলোঁ, "কি হৈছে?"

"বেমাৰ মাষ্টৰ বাবু! এইবাৰ মৰিম যেন পাইছো। সেয়ে আপোনাক এবাৰ চাই যাব আহিলোঁ।"

মই কোটোৱাক ভেনেই ভাগৰি পৰা দেখি কিবা অলপ খাবলৈ বুলি সুধিলোঁ।

"নোৱাৰো মাষ্টৰ বাবু! খাব নোৱাৰো। খালেই নাকে-মুখে বমি হৈ ওলাই আহে।"

"কি চিকিৎসা কৰিছা?"

"বহুতো দৰৱ জাতি খালোঁ। কিন্তু গুণ নিদিয়ে। মেডিকেলতো দেখুৱাইছিলোঁ। চাওকচোন এইবাৰ কম দৰৱ খালোনে!" বুলি কিছুমান কাগজ উলিয়াই দিলে। মেডিকেল কলেজৰ কাগজ। কেঞ্চাৰ হৈছে। মই নীৰৱ হ'লো। কোটোৱাই ঘেঁহাই ঘেঁহাই কোৱা কথাবোৰ মাথোঁ শুনি গ'লো—।

"মাষ্টৰ বাবু, এতিয়া আসুৰিক চিকিৎসা কৰাইছোঁ। দুই-এটা তাবিজো লৈছো। একো গুণ নাপাওঁ। মোৰতো যি হ'ল হ'লেই—ল'ৰাটোও বেমাৰী হ'ল। লাখটকীয়ালৈ এজন ফকীৰ অহাৰ কথা শুনিলোঁ। তেওঁ হেনো বেমাৰীক চুই দিলেই বেমাৰ ভাল হয়। কিবা বোলে দৰৱ-জাতিও দিয়ে। তাবিজ আদিও দিয়ে। তালৈকে আহিছিলোঁ। বহুত মানুহৰ ভিৰ হৈছে। পিছে আজি হেনো বেমাৰী নাচায়। ল'ৰাটোও আহিছিল। সি গ'লগৈ। মই এবাৰ আপোনাক দেখা কৰি যাওঁ বুলি আহিলো। বৰ মনত পৰে মাষ্টৰ বাবু, সেই নিশা পাৰ হোৱা কথাবোৰৰ; তেওঁলোক ক'লৈ গ'ল? ভালে আছেনে?"

কথা কৈ থাকোতেই যেন কোটোৱাই আৰু কথা ক'ব নোৱৰা হ'ল। অলপ টলকা মাৰি ক'লে, "এয়েই বেমাৰ। লগ পাই বৰ ভাল লাগিল মাষ্টৰ বাবু। যাওঁ, দিনে-পোহৰে পাৰ হোৱাই ভাল হ'ব।"

মই কোটোৱাক অলপ ৰ'বলৈ ক'লো। ল'ৰাটো পঠিয়াই এখন ৰিক্সা মাতি অনালো। তাতে কোটোৱাক উঠাই ৰিক্সাৱালাক কাছাৰী ঘাটত নমাই দিবলৈ ক'লো। কোটোৱাৰ ফালে দুটামান টকা আগবঢ়াই "এইখিনি লোৱা" বুলি ক'লো।

"নালাগে মাষ্টৰ বাবু। আশীৰ্বাদ কৰিলেই হ'ব।"

মই জোৰকৈ টকাকেইটা হাতত গুঁজি দিলো। কোটোৱা গ'লগৈ।

কিৰিং কিৰিংকৈ টেলিফোন বাজিছে। আহি ধৰিলোঁ। ডিমাপুৰৰ পৰা কমলনাৰায়ণ চৌধুৰীয়ে ফোন কৰিছে। 'ভাইটি' কথাছবিৰ চিত্ৰনাট্য লেখিবলৈ অনুৰোধ কৰি মাতিছে। তাৰ পৰাই গাড়ী পঠিয়াই দিয়াৰ কথা ক'লে। পিছদিনাই যাব লাগে।

"ভাবি চাওঁ" বুলি টেলিফোনটো থৈ দিলো। মনতে ভাবিলো, কোটোৱাৰ সঁচা জীৱনৰ কাহিনীতকৈ কাল্পনিক কাহিনীৰ মূল্য কিমান বেছি হ'ব পাৰে।

১৯৭৪ চনৰ ২৩ ফেব্ৰুৱাৰী। আবেলি যুগল দাদাৰ (যুগল দাস)

তাত বহি তেওঁৰ '১৮৫৭' নাটখন মঞ্চস্থ কৰাৰ কথা ঠিৰাং কৰি ওলাইছো। শুক্রেশ্বৰ দেৱালয়ৰ ফালৰ পৰা দেখিলো নিৰঞ্জন বৰদলৈ আহিছে। পিছফালে ঘূৰি সুধিলো, "কিহে নিৰঞ্জন? খবৰ কি? ভালনে?"

"ভাল দাদা! কিন্তু আপোনাক এটি দুখৰ বাতৰি দিওঁ—আপুনি পাইছে নে নাই?"

"কি?"

"পৰহি আবেলি আপোনাৰ বন্ধু কোটোৰা ঢুকাল।"

মনটো গধুৰ হৈ পৰিল। আগৰবাৰ লগ পাওঁতেই কোটোৰাৰ অচিৰে মৃত্যু হ'ব বুলি জানিছিলো। তথাপি আজি সঁচা বাৰ্তাবিটো পাই মনটো বৰ বেয়া লাগিল।

পাণবজাৰ পাৰ হৈ দীঘলী পুখুৰীৰ পাৰে পাৰে আহি আছো। ফাগুনৰ বতাহত দীঘলীৰ বুকুতো ঢৌ উঠিছে। দীঘলীৰ ঢৌ উঠা পানীবোৰ দেখি লুইতখনৰ কথা মনলৈ আহিল। কথাছবিৰ স্কেচবেকত ওলোৱাদি কোটোৰাৰ কথাবোৰ এটি এটিকৈ মনত পৰিবলৈ ধৰিলে।

কোটোৰাই নিজে খেতি কৰি জীৱন নিৰ্বাহ কৰিবলৈ এডুখৰি মাটি বিচাৰিলে। তাৰ বাবে বহু কষ্টও কৰিলে। মাটি ভাঙিলে—কৃষক-সভাৰ টিকট ল'লে—ৰজাঘৰত আবেদন কৰিলে—কিন্তু নহ'ল।

কোটোৰাৰ সেই টিকট লগোৱা আবেদনখন হয়তো আজিও কমলপুৰৰ এছ. ডি. চি অফিচৰ কোনো ফাইলত অনাদৃত হৈ পৰি আছে। আৰু মোৰ ১৯৬৭ চনৰ ডায়েৰীত কোটোৰাৰ টোজী খাজনাৰ ৰচিদ দুখনৰ নম্বৰ আজিও লিপিবদ্ধ হৈ জিলিকি আছে।

কোটোৰাই জীৱনত ইমানেই পালে!

# কীৰ্তি ডাক্তৰ

"......আগতে নগণ্য আছিলো। এতিয়া গণ্য হ'লো। অগ্ৰগণ্য হ'ব নোৱাৰিলেও আক্ষেপ নাই।"

ডায়েৰীখন মোৰ নহয়। কীৰ্তিৰ। মোৰ সহপাঠী বন্ধু কীৰ্তিৰ।

তাহানিৰ কীৰ্তি খেলোৱাৰ, কীৰ্তি ভলণ্টিয়াৰ, কীৰ্তি পালোৱান—আজি কীৰ্তি ডাক্তৰ। ডায়েৰীখন ১৯৩৫ চনৰ। সিদিনাহে মোৰ হাতত পৰে। ১৯৮২ চনত, জানুৱাৰী মাহত। অপ্ৰত্যাশিতভাৱে।

২৮ ডিচেম্বৰ। ১৯৮১ চন। গুৱাহাটী চহৰৰে হেঁপিভিলা চুবুৰি। তালৈ গৈছিলো এটি নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ। ৰাতিৰ সাজৰ নিমন্ত্ৰণ। গধূলি আঠমান বাজিছে। সেইখিনি পালোগৈ। আহল-বহল চামিয়ানাৰ তলত বহুতৰ লগত বহি আছো। এনেতে এফালে হাঁহিৰ খলকনি শুনিলো। ঘূৰি চাই দেখো কেইবাজনেও একেলগে হাঁহিছে। প্ৰবীণ সাংবাদিক হৰেন্দ্ৰনাথ বৰুৱা, প্ৰবীণ শৰ্মা, ছপাশালৰ গৰাকী আৰু প্ৰাক্তন বিধায়ক মহাদেৱ দাস আৰু আমাৰ কীৰ্তি ডাক্তৰে কিবা ফুচুৰি কথা উলিয়াইছে, লগৰ ৰসজ্ঞসকলে হাঁহিৰ খলকনি তুলিছে। বহি থকা ঠাইৰ পৰাই ৰিঙিয়ালো।

"কি অ' ডাক্তৰ, বৰ ৰগৰ কৰি হাঁহিছ দেখোন? আটাইকেইজন আগবাঢ়ি ওচৰতে বহিলহি। শৰ্মাদেৱে হাঁহি হাঁহিয়েই ক'লে, "হেৰা লক্ষ্য, এই ডাক্তৰৰ ফুচুৰি গল্পবোৰ লেখি উলিয়াব লাগেহে। তুমি বাৰু অনুভৱ নকৰানে, আমাৰ মাজত যে হাঁহিৰ নাটনি হৈছে। আজি মানুহে হাঁহিব নজনা হ'ল। এইবোৰ পঢ়ি মানুহে অন্ততঃ হাঁহিব পাৰিব।"

মই শলাগিলো। ক'লো, "পিছে ইয়াৰ (ডাক্তৰৰ) কথা এৰক। ই তাহানি চাইকেলেৰে গোটেই ভাৰত ভ্ৰমণ কৰিলে। আমি কিমান ক'লো—তোৰ ভ্ৰমণ-কাহিনী এখন লেখ। নাই, নেলেখে। কেৱল ফুচুৰি গল্প কৈ ফুৰিব।

"মই লেখিম কেনেকৈ? মইতো লেখক নহয়। তোক দেখোন কত দিন ক'লো। মই কৈ যাওঁ—তই লেখ। মোৰতো ভাষা নোলায়। কৈ হ'লে থাকিব পাৰো। কাগজ-কলম ল'লেই মোৰ মূৰে কাম নকৰা হয়। কাৰ্ডত চিঠি এখন লেখিবলৈ হ'লে কমেও তিনি-চাৰি দিনমান সময় লাগে।"

আকৌ হাঁহিৰ জাউৰি উঠিল।

শৰ্মাই পুনৰ দোহাৰিলে, "হেৰা লক্ষ্য, লেখাহে। ডাক্তৰে কৈ যাওক—তুমি

সময় উলিয়াই লেখি থোৱা।”

গহীন-গম্ভীৰ দাস ডাঙৰীয়াই মাত লগালে, “এতিয়া জানো ডাক্তৰৰ সেইবোৰ কথা মনত আছে। ক'ৰ পৰা ক'ত গ'ল, ক'ত থাকিল। তেতিয়াই লেখিব লাগিছিল। ডাক্তৰৰ মগজু ভোটাৰা পৰিছে। এতিয়া আৰু সেইটো নহ'ব।

“কিয় নহ'ব। মোৰ মনত আছে। সকলো কথা টুকিও ৰাখিছো। সুন্দৰকৈ টুকি থোৱা আছে।”

সুধিলো, “কিহত?”

“ডায়েৰীত। প্ৰত্যেক দিনৰ কথা লেখা আছে।”

ডায়েৰী বোলোতেই মোৰ গাটো জিকাৰ খাই উঠিল। ক'লো, “তই ইমান দিন কিয় কোৱা নাই ডায়েৰী আছে বুলি?”

“তই জানো কেতিয়াবা সুধিছ ডায়েৰীৰ কথা। সকলো লেখা আছে লগতে এখন ডাঙৰ বহীও আছে।”

“তাত কি আছে?”

“বিভিন্ন ঠাইত লগ পোৱা মানুহৰ বাণী আৰু চহী আছে।”

“তোৰ তালৈ কেতিয়া যাম?”

“যেতিয়াই আহ। আবেলি তিনি বজাৰ পৰা পাঁচ বজালৈ, নমৰালৈকে মোক সদায় ঘৰতে পাবি।”

ভোজনৰ দিহা হ'ল। আমাৰ আহ্বান আহিল। সকলোৱে উঠিলো। খোৱা শেষ কৰি সকলোবোৰ দিহা দিহি গ'ল।

ময়ো ঘৰমুৱা হ'লো।

দেওবাৰ। ১০ জানুৱাৰী, ১৯৮২ চন।

তিনি বজাৰ লগে লগেই ডাক্তৰৰ ঘৰ ওলালোগৈ। আগদিনাই খবৰ দি থৈছিলো। বাৰাণ্ডাত থিয় হৈয়ে চিঞৰিলো, “ডাক্তৰ আছনে?” সমুখৰ কোঠালিতে এখন বিছনাত ডাক্তৰ শুই আছিল। জাঁপ মাৰি উঠিল। হাঁহি মাৰি ক'লে, “উস সময়মতে পালিহি দেখোন? আমাৰ ঘৰৰ সকলোৱেই কৈছিল, মন্ত্ৰী মানুহ! সময়মতে কেতিয়াও নাহে। তিনি বজাত আহিম বুলিছে যেতিয়া কমেও পাঁচ-ছয় বাজিব। নহ'লে নাহিবও পাৰে।”

মই ক'লো, “ঠিকেই কৈছ। চাহ-ভাত খাবলৈ মাতিলে হয়তো সময়ৰ লৰফৰ হ'লহেঁতেন। কিন্তু ডায়েৰী এখনৰ কথা। ভ্ৰমণৰ কথা লেখা ডায়েৰী। ই ভাতে পুৰণি ডায়েৰী। বুজিছ, পুৰণি ডায়েৰী পুৰণি থেকেৰা টেঙাৰ দৰে। সময় বঢ়াৰ লগে লগে ইয়াৰ গুণো বাঢ়ে। সোৱাদো বাঢ়ি যায়। মোৰ মনটো সিদিনাৰ পৰাই উচপিচাই আছে। চাওঁ, ডায়েৰীখন উলিয়াই

বাখিছতো ?"

"হেই, আজি প্ৰায় পঞ্চাশ বছৰে জীউলাউ কৰা দি ৰাখিছো। এই দুখনেই মোৰ হাওঁফাওঁ। মোৰ ভ্ৰমণৰ কথা সকলোৱে পাহৰিলেও মইতো পাহৰিব নোৱাৰো। তিবী-ছলিক দেখুৱাবলৈকেতো লাগে।" এইবুলি মেজৰ ডেৰেজৰ পৰা ডায়েৰীখন আৰু এখন ডাঙৰ বহী উলিয়ালে। দুয়োখনেই পকা বন্ধা। মোৰ নিজকে আৰবৰ উপকথাৰ 'আলিবাবা' 'আলিবাবা' যেন লাগিল। 'চিচেম ফাঁক' বুলি কোৱাৰ লগে লগেই যেন গুপ্তধনৰ সন্ধান মিলিল। এতিয়া মোৰ মন গাধ-ঘোঁৰাৰ পিঠিত কিমান কঢ়িয়াব পাৰো সেয়ে কথা।

পোনতে ডায়েৰীখনৰ পাত লুটিয়ালো। চমু, অথচ সকলো কথা সুন্দৰকৈ লেখা আছে। এবাৰ ওপৰে ওপৰে চকু ফুৰাই ইখন বহীৰ পাত লুটিয়ালো। ভাবতৰ ইমূৰৰ পৰা সিমূৰলৈকে বিভিন্ন লোকৰ বাণী আৰু চহীৰে ভৰা। অটোগ্ৰাফ বা চিনাকি-পুথি বুলিব পাৰি। ২৮৭ জন লোকৰ চহী আৰু বাণীৰে সমৃদ্ধ এই অটোগ্ৰাফ। এইসকলৰ ভিতৰত আছে—স্বনামধন্য দেশপ্ৰেমিক, দেশনেতা, সাহিত্যিক, বৈজ্ঞানিক, শিল্পী, শিক্ষাবিদ, বাতৰি কাকতৰ সম্পাদক, সমাজ কৰ্মী ইত্যাদি। বহীখন লুটিয়াই-বগৰাই চালোঁ। এনে আপুৰুগীয়া চানেকি-পুথি অসমৰ কথাই নকওঁ, ভাৰতৰ কোনো লোকৰ হাতত আছে বুলি মোৰ বিশ্বাস নহয়। এইখন যেন ৰাষ্ট্ৰীয় সম্পদ! যাদুঘৰত ৰখাৰহে যোগ্য। মহাত্মা গান্ধী, তৰুণৰাম ফুকন, আচাৰ্য পি. চি. ৰায়, খান চাহেব, সত্যমূৰ্তি, শ্ৰীনিবাস আয়েঙ্গাৰ, জৱাহৰলাল আদি স্বনামধন্য লোকৰ নিজৰ হাতৰ আখৰেৰে লেখা। এবাৰ চকু দিলে চকু আঁতৰাই অনা অসম্ভৱ। মাথোঁ পাত লুটিয়াইছো। হঠাৎ চকুত পৰিল প্ৰমথেশ বৰুৱাৰ লেখা। সুন্দৰ শিল্পী হাতৰ আখৰ। লেখিছে ঃ

I am very pleased to meet Mr. K. Barua who has made such an exhaustive tour throughout India. It is indeed a special pleasure on my part to see one of my Province taking hazardous trips like these and I extend my heartiest greetings to him.

P.C.Barua
95/1 Lake Road,
Calcutta.

25.2.36

বিচিত্ৰ অটোগ্ৰাফ! বিভিন্নজনৰ বিভিন্ন মনৰ কথা। বিভিন্ন সুৰেৰে লেখা—বিভিন্ন আখৰেৰে। কেৱল পাত লুটিয়াই চাইছো। এবাৰ ডায়েৰীখন, এবাৰ অটোগ্ৰাফখন। তাতে আকৌ এজাপ ভাৰতৰ বিভিন্ন প্ৰান্তৰৰ পৰা প্ৰকাশ হোৱা বাতৰি কাকতৰ টোকা। কীৰ্তিৰামৰ ভ্ৰমণৰ বাতৰি প্ৰকাশ হোৱা। অসমৰ ট্ৰিবিউন, দৈনিক বাতৰিৰ উপৰিও কলিকতাৰ পৰা প্ৰকাশ হোৱা ষ্টেটচমেন, অমৃতবজাৰ, এডভান্স, আনন্দবজাৰ ফৰোৱাৰ্ড আদিৰ পৰা কাটি থোৱা বাতৰি। লগতে উৰিষ্যাৰ উৎকল দীপিকা, সমাজ, উৎকল আশা; মাদ্ৰাজৰ হিন্দু; কৰ্ণাটকৰ ডেইলী পষ্ট; বিশ্ব কৰ্ণাটক, নৱজীৱন, জনবাণী, তৰুণ কৰ্ণাটক; বোম্বাইৰ দি ডেইলী চান, বম্বে ক্ৰনিকেল; কাশ্মীৰৰ কাশ্মীৰ টাইমচ; লাহোৰৰ ট্ৰিবিউন; অন্ধ্ৰৰ অন্ধ্ৰবাৰ্তা আদিত ওলোৱা কীৰ্তিৰ ভ্ৰমণ-কাহিনীৰ কথা আৰু কোনো কোনো কাগজত কীৰ্তিৰামৰ ফটোগ্ৰাফ। সময়বোৰ ক্ৰেতিয়া কেনেকৈ পাৰ হৈ গ'ল গমকে ধৰিব নোৱাৰিলো। দিনৰ পোহৰ গুচি এন্ধাৰ হ'ল। চাৰি বাজিল, পাঁচ বাজিল, ছয় বাজিল। এনেতে দুৱাৰত টুকুৰিয়ালে। কীৰ্তি ওলাই গ'ল। কোনোবা এহাল দম্পতি অহাৰ উমান পালো। বিয়ালৈ মাতিবলৈ আহিছে। নিমন্ত্ৰণী-চিঠি লৈ কীৰ্তি পুনৰ ভিতৰ সোমাল। ক'লে, "বুজিছ লক্ষ্য। এইখিনি হ'ল। বিয়া-বাৰুৰ নিমন্ত্ৰণী পোৱা হ'লো। সভা-সমিতিৰো নিমন্ত্ৰণী অহা হ'ল। তাহানি নগণ্য আছিলো। এতিয়া যেনিবা গণ্য হ'লো। অগ্ৰগণী হ'ব নোৱাৰিলেও আক্ষেপ নাই।

"জাতি এটাক নিজৰ গৌৰৱময় বুৰঞ্জী লাগে। জাতি হিছাপে জগতত থিয় হ'বলৈ। মানুহৰো পৰিয়ালৰ এক বুনিয়াদ লাগে সমাজত থিয় হ'বলৈ। মোৰ বুনিয়াদ নাছিল বুলিলেই হয়। এতিয়া যেনিবা নিশকতীয়া হ'লেও বুনিয়াদ গাঁঠিলো। ল'ৰা-ছোৱালী, নাতি-পুতিয়ে যি পাৰে কৰক।

"তেতিয়াৰ বিয়া-বাৰুৰ কথা তোৰ বাৰু মনত আছেনে? তহঁতৰ নিমন্ত্ৰণ হয়। মোৰ নহয়। বিয়ালৈ সাজি-কাচি ওলাই আহি হঠাতে মোক লগ পাই তহঁতৰো কেতিয়াবা যাত্ৰানাস্তি হোৱাৰ কথা মোৰ আজিও মনত আছে।" তাহানিৰ দুই-এখন বিয়াৰ কথা কৈ সি মন খুলি হাঁহিবলৈ ধৰিলে। পুৰণি কথাবোৰ সুঁৱৰি মোৰ চকু চলচলীয়া হ'ল।

সচাঁকৈয়ে তেতিয়াৰ বিয়া-বাৰুৰ নিমন্ত্ৰণ আজিৰ দৰে নাছিল। চিঠিৰে মতাৰ ব্যৱস্থা নাছিল। তামোল-পাণৰ শৰাই আগবঢ়াই ঘৰমুৰি বিয়া মাতিছিল। চহৰৰ প্ৰায় বিয়াতে বিয়াঘৰৰ নিমন্ত্ৰণী-তালিকা লৈ সাধাৰণতে পদ্ম বাপুটিয়ে (পদ্মনাথ শৰ্মা) চহৰৰ ঘৰে ঘৰে বিয়া মাতি ফুৰিছিল। পদ্ম বাপুক বিয়া মতা বাপুটি বুলি সেই সময়ৰ সকলো ল'ৰা-বুঢ়াই চিনি পাইছিল। বিয়াঘৰত অভ্যৰ্থনাৰ কাৰণে কিমান বস্তু-বাহানি যোগাৰ কৰিব লাগিব তাৰে এটি

সম্ভাব্য হিচাপ সাধাৰণতে শিশিৰ কুমাৰ বৰুৱাই কৰি দিছিল। ৰন্ধা-বঢ়াত তদাৰক কৰিছিল সাধাৰণতে পল্টন পুখুৰী পাৰত আৰু জগদানন্দ চৌধুৰীদেৱে। চুবুৰিৰ গণ্য-মান্য লোকসকলে নিমন্ত্ৰিতসকলৰ বহা-মেলা আৰু অভ্যৰ্থনাৰ ভাৰ লৈছিল। অকল বিয়াঘৰীয়াই নহয়, সমাজখনেই এইবোৰৰ দায়িত্ব লৈছিল। এনে সমাজ-ব্যৱহাৰত কীৰ্তি বা কীৰ্তিৰ চাম চিনি নোহোৱা ল'ৰাৰ পক্ষে নিমন্ত্ৰণ পোৱা সততে সহজ নাছিল। সেইবোৰ পাহৰিছিলো। সিদিনা সখীয়া কীৰ্তিয়ে আকৌ সেই পুৰণি কথাবোৰ সোঁৱৰাই দিলে।

বিয়াত মহিলাসকলৰ কাৰণে আৰু সুকীয়া ব্যৱস্থা। নিমন্ত্ৰিত পৰিয়ালৰ মহিলাসকলক বিয়াঘৰৰ গৰাকীয়ে অনা-নিয়াৰ দিহা কৰিব লাগে। তেতিয়া ৰিক্সা বা টেক্সি বাছৰ প্ৰচলন নাছিল। ঘোঁৰা-বাগী আছিল। দুটা ঘোঁৰাই টনা গাড়ী। বিয়াঘৰৰ পৰা এই ঘোঁৰা-বাগী পঠিয়াই অনা-নিয়া কৰিব লাগে। গাড়ী নপঠালে বিয়ালৈকে নাযায়। ঘোঁৰা-বাগী চুবুৰিয়ে চুবুৰিয়ে আছিল। উজান বজাৰৰ ফটিক ৰ'ড আৰু তেতিয়াৰ নাওজান (এতিয়াৰ ৰাধিকা শান্তি) ৰ'ডৰ চাৰিআলিৰ ওচৰতে এই বাগীৰ থকা ঠাই (ষ্টেণ্ড) আছিল। এতিয়া য'ত বিভিন্ন দোকান বহিছে। নগেন শৰ্মাদেৱৰ এতিয়াৰ কিতাপৰ দোকানৰ (টিচাৰ্ছ বুক ষ্টল) এলেকাতে সেই বাগী আৰু কচোৱান থকা ঠাই আছিল। পাণবজাৰৰো আজিৰ পঙ্কজ দত্তৰ—মণিমাণিক কিতাপৰ দোকান আৰু আন আন কিতাপৰ দোকানৰ সন্মুখৰ আলিতে সেই ঘোঁৰা-বাগীৰ ষ্টেণ্ড আছিল। লক্ষ্মী বৰাৰ ঘৰৰ দক্ষিণতো আছিল আমাৰ আমবাৰী অঞ্চলৰ অধিবক্তা পবিত্ৰ কাকতীৰ বৰ্তমানৰ বাসভৱনৰ ওচৰতো আছিল। সেই সময়ৰ এই গাড়ীৰ কচোৱানসকল প্ৰায় সকলো পৰিয়ালৰে পৰিচিত আছিল। খুৱাতি, মহৰৎ, আকবৰ, চানু মিঞা, এইবোৰ তেতিয়াৰ সৰবৰহী কচোৱান। এইসকলৰ বসতি স্থানৰ প্ৰায়বোৰতে বৰ বৰ দালান-অট্টালিকা উঠিছে। এইসকলৰ সতি-সন্ততি এতিয়াও আছে। বহুতে দালানৰ চেঁচুকত বসতি কৰি আছে। বহুতে চহৰত দাঁতিয়লীয়া ঠাইত বসতি কৰিছেগৈ।

এই বিয়াত ঘোঁৰা-বাগী পঠিয়াই অনা-নিয়াৰ ব্যৱস্থা পোনতে কৰ্মবীৰ বৰদলৈদেৱে ৰহিত কৰে। তেওঁৰ বৰ ল'ৰা ডাঃ উমেশ চন্দ্ৰ বৰদলৈৰ বিয়াত তেওঁ এই ব্যৱস্থা উঠাই দিয়াৰ সিদ্ধান্ত লয়। নিমন্ত্ৰিতসকলক নিজে অহা-যোৱাৰ ব্যৱস্থা কৰিবলৈ অনুৰোধ কৰে। পোনতে দুই-এজনে আপত্তি কৰিছিল। কিন্তু পিছত লাহে লাহে এই ব্যৱস্থাৰ সামৰণি পৰে।

কিন্তু কীৰ্তিৰামৰ বিয়াত? ১৯৪২ চন। ফেব্ৰুৱাৰী মাহৰ সাত তাৰিখে কীৰ্তিৰামৰ বিয়া অনুষ্ঠিত হয়। চহৰৰ গণ্য-মান্য লোকসকলেৰে বিয়াঘৰ উপচি পৰে। এই বিয়াৰ বাতৰি কলিকতাৰ হিন্দুস্থান ষ্টেণ্ডাৰ্ডত এনেদৰে ওলায়:

## CONGRESS WORKER WEDS

**Gauhati Feb. 9**

**The pretty wedding took place of Dr. Kirtiram Barooah, a Congress worker with Sreemati Nani Barooah daughter of late Mr. Jadab Ch. Barooah, a police officer on Feb. 7 last at Uzanbazar, Gauhati.**

Among those who attended the marriage included Mr. H.C. Barooah, Dr. B. Barooah, President, Gauhati D.C.C., Mr. S.N. Sarma M.L.A., Mr. G.K. Talukdar M.L.A., Sri U.C. Chaudhury, Chairman, Gauhati L.B; Mr. L.N. Das, Mr. H.N. Barua Editor, 'Assamiya', Mr. A.G. Roychaudhury, Editor 'Deka Asom', Mr. S.C. Kakati, Mr. L.D. Baruah, Mr. R. Das, Mr. R. Navis, Mr. D. Kalita and Dr. J.K. Saikia Civil Surgeon, Gauhati.

কীৰ্তিৰ বিয়াৰ কথা আমাৰো বেছ মনত আছে। দৰা ওলোৱাৰ সময় হৈছে। আমি চাবলৈ গৈছো। কেইজনমান বন্ধুয়ে দৰা সজাইছে। মদন চৌধুৰী আৰু পানীমল দাদাই (পানীমল দাস) বৰযাত্ৰাৰ বস্তু যুগুতাইছে। আয়তীসকলৰ বিয়া-গীত আৰু হাঁহি-খিকিন্দালি। সকলোৰে আনন্দ—আজি কীৰ্তিৰ বিয়া। বাহিৰতো দুজনমান আছে। দেখিলো ডাক্তৰ বজত চৌধুৰী। চকিত ভৰি তুলি এফালে অকলশৰীয়াকৈ বহি আছে।

সুধিলো, "কি অ' ভাগৰ লাগিছেনেকি?"

বজতৰ কথা কম। ক'লে, "নাই ভাবিছো?"

"কি ভাবিছ?"

"কীৰ্তিৰ কথাকে ভাবিছো। কিবা সপোন সপোন লাগিছে।"

"কিয়?"

"কীৰ্তিৰ বহু কথা তইঁতে নাজান।"

"কছোন, শুনো।"

"এতিয়া সময় ক'ত? পিছত এদিন ক'ম বাৰু। তাৰ কাহিনী শুনিলে তই এখন নাটক লেখিব পাৰিবি।"

সঁচা কথা। বজতে সঁচা কথাকে কৈছিল। কীৰ্তিৰ জীৱন-কাহিনী নাটকতকৈও নাটকীয়।

কীৰ্তিৰামৰ ভ্ৰমণ-কাহিনীৰ দৰে কীৰ্তিৰামৰ জীৱন-কাহিনীও বিস্ময়কৰ।

ঘাত-প্ৰতিঘাতেৰে ভৰা। Fact are stranger than fiction,সঁচা কথা কীৰ্ত্তিৰামৰ জীৱন-কাহিনীও মধুৰ কিন্তু বিস্ময়কৰ।

মনীষী কাৰ্লাইলে কৈছে, "History after all is the true poetry. Reality if rightly interpreted is greater than fiction, may even in the right interpretation of reality and history does genuine poetry lie?"

কীৰ্ত্তিৰামৰ ঘাইঘৰ বাইহাটাত। আজিৰ কমলপুৰৰ ডাক-বঙ্গলাৰ সমুখত থকা সৰু চুবুৰিটোত। পিতাকৰ নাম যুযুৰাম দাস। পৰিয়ালৰ লোকৰ সতে মনৰ অমিল হ'ল। সেয়ে ভাগ্য বিচাৰি ওচৰৰে বালিসত্ৰলৈ গ'ল। তাতেই থিতাপি লয়। যুযুৰামৰ ছয়টা সন্তান। চাৰিটা ল'ৰা, দুজনী ছোৱালী। কীৰ্ত্তিৰাম পেট-মচা সন্তান। কীৰ্ত্তিৰামৰ চাৰিমাহ নৌ-হওঁতেই মাক ৰূপেশ্বৰীৰ মৃত্যু হয়। এমাডিমা সন্তানকেইটি লৈ যুযুৰামৰ জীৱন বৰ দুৰূহ হৈ পৰে। ডাঙৰজন ল'ৰাক নিজৰ লাখুটি স্বৰূপে ৰাখি মাজিউ ল'ৰা দাসীৰামক গুৱাহাটীলৈ পঠায়। দাসীৰাম মীনধৰ বৰদলৈৰ তলত উজান বজাৰৰ পকীঘাটৰ ওচৰত থকা গৰু-খোৱাৰত লাচনি-পাঁচনি কৰা কামত ভৰ্ত্তি হয়। মাহিলী বেতন ১০ টকা। কীৰ্ত্তিৰাম তেতিয়া বালিসত্ৰৰ প্ৰাথমিক স্কুলত দ্বিতীয়মান শ্ৰেণীৰ ছাত্ৰ। পুৱা দুইৰ পঢ়াশালিত পঢ়ে। দুপৰীয়া কীৰ্ত্তিৰামে লগৰীয়াসকলেৰে গৰু চৰায়। কীৰ্ত্তিৰাম সকৰে পৰাই তজবজীয়া আৰু সকলোতে আগৰণুৱা ল'ৰা আছিল। গৰখীয়া সমাজতো কীৰ্ত্তিৰাম ঘাই গৰখীয়া হৈ পৰে। এই গৰখীয়াবাহে আৰ-তাৰ বাৰীৰ আম-কঁঠাল সৰকাই পথাৰত গৰখীয়া-ভোজ পাতে। এইবোৰত কীৰ্ত্তিৰামেই সততে নেতৃত্ব লয়।

এদিন নহ'বলগীয়া কথা এটি হ'ল। গৰখীয়াবাহে ক'তো একো যোগাৰ কৰিব নোৱাৰিলে। কীৰ্ত্তিৰাম সহজে সেও মনা ভকত নহয়। অকলশৰীয়াকৈ গৈ নিজৰ বাৰীতে সোমাল। চাৰিটা আধা পকা আনাৰস পালে। তাকেই কাটি আনি পথাৰত লগৰীয়াৰে জুটি লৈছে। যুযুৰামে পথাৰৰ পৰা ঘূৰি আহি কথাটো গম পালে। হাতত দা লৈ খেদি গ'ল। যুযুৰামক তেনেদৰে দা দাঙি অহা দেখি গৰখীয়াবাহ পলাই পটং দিলে। কীৰ্ত্তিৰামো পলাল। যুযুৰামে দা জোঁকাৰি কীৰ্ত্তিৰামক সকীয়ালে, "আহ, আজি ঘৰলৈ আহিলে তোক এই দাৰেই দুচেও কৰিম।"

কীৰ্ত্তিৰাম বৰ শ'লঠেকত পৰিল। এতিয়া ঘৰলৈ ওভতে কেনেকৈ। কীৰ্ত্তিৰামে পলকতে পথ বাছি ল'লে। সেই গামোচা পিন্ধা অৱস্থাৰেই ছয়-সাত মাইল খোজ কাটি বাইহাটাৰ বৰপিতাকৰ ঘৰ ওলালহি। বৰমাকক ক'লেহি—গুৱাহাটীলৈ যাবলৈ আহিছে—ককায়েকৰ ওচৰলৈ। পিছদিনা

ৰৰপিতাকে নিজৰ ল'ৰাৰ এযোৰ পুৰণি চোলা-চুৰীয়া পিন্ধাই ৰেল-গাড়ীৰে কীৰ্ত্তিক গুৱাহাটীলৈ পঠিয়াই দিলে।

কীৰ্ত্তিৰামৰ ভিনিহিয়েক থানুৰাম দাস। আৰ্ল. ল কলেজৰ চকীদাৰ। কলেজৰ চৌহদতে চৰকাৰী ঘৰত থাকে। কীৰ্ত্তিৰামে সেই কথা জানে। পম খেদি সেইখিনি ওলালহি। থানুৰামৰ বৰ ল'ৰা ললিত। কীৰ্ত্তিৰামৰ কাণ-সমনীয়া ভাগিনীয়েক। এই ললিত দাসেই পিছত অসমৰ এজন কৃতী ফুটবল খেলুৱৈৰূপে সুখ্যাতি লাভ কৰে। গুৱাহাটী পায়েই কীৰ্ত্তিৰামে ককায়েক দাসীৰামৰ বুজ ল'লে। দাসীৰাম ওচৰতে থাকে। একে উশাহে হাউ মাৰি যাব পাৰি। ললিতৰ লগত কীৰ্ত্তিৰাম ককায়েকৰ ওচৰ পালেহি। খোৱাৰৰ কাষতে এটি জুপুৰিত থাকে। কীৰ্ত্তিক দাসীৰামৰ ভায়েক বুলি জানি শ্মীন বৰদলৈয়ে কীৰ্ত্তিক তেওঁৰ তাতেই থিতাপি লগালেহি।

দাসীৰামৰ হেঁপাহ মটৰ ড্ৰাইভাৰ হ'বলৈ। সেই সময়ত গুৱাহাটীত মটৰ, ট্ৰাকৰ সংখ্যা আঙুলিমূৰত গণিব পৰা। ঘোঁৰা-বাগীৰহে প্ৰচলন। আঢ্যবন্ত সকলৰ নিজা ঘোঁৰা বাগী, ঘোঁৰা-শালো আছিল। তৰুণৰাম ফুকনদেৱৰ এখন সুন্দৰ 'ফিটন' আছিল। ঘোঁৰাকেইটাও দেখনিয়াৰ। সুদৰ্শন ফুকনে নিজেই কেতিয়াবা এই ফিটন চলাই আৰ্ল ল কলেজলৈ শিক্ষকতা কৰিবলৈ আহিছিল। পখীৰাজৰ বোকোচাত উঠি ৰাজকোঁৱৰ মৃগয়া কৰিবলৈ যোৱাৰ দৰে এই দৃশ্য বাটৰুৱাই থৰ লাগি চাইছিল।

কিষণ সিং তেতিয়াৰ অগ্ৰণী ব্যৱসায়ী। আঠগাঁৱত থাকে। এই কিষণ সিঙৰ পুত্ৰ লাল সিং। তেওঁৰ নামতে এতিয়া খাৰঘুলিত লাল সিং একাডেমি স্থাপিত হৈছে। এই কিষণ সিঙৰ তাতে দাসীৰাম হেণ্ডিমেন ৰূপে ভৰ্ত্তি হ'ল। কীৰ্ত্তিৰাম খোৱাৱৰ যোগালি কামত মকৰল হ'ল। বেতন মাহিলী ৪ টকা। দাসীৰাম পুৱাই আঠগাঁৱৰ সিং পৰিয়ালৰ ওচৰলৈ যায়। কীৰ্ত্তিৰামে খোৱাৰত গৰু-গাইক ঘাঁহ-পানী দিয়াৰ উপৰিও বৰদলৈ-পৰিয়ালৰ লাচনি-পাঁচনি কৰি ভাতমুঠি উলিয়ায়। দাসীৰাম পোনতে হেণ্ডিমেন হৈ পিছত এজন নিপুণ ড্ৰাইভাৰ হৈ 'দাসী ড্ৰাইভাৰ' ৰূপে চহৰত প্ৰখ্যাত হৈ পৰে। শেষত নিজ গাড়ী লৈ নিজাববীয়াকৈ পৰিবহনৰ ব্যৱস্থা কৰে। দাসীৰামৰ কঁঠীয়াতলি আঠগাঁৱত 'লাল সিং মেনচন' আজিও সগৌৰৱে থিয় হৈ আছে। লাল সিঙৰ হাৱা গাড়ী সেই সময়ত চহৰৰ বিশেষ আকৰ্ষণীয় সম্পদ। আলিবাটেদি ওলালে শব্দ শুনিয়েই লাল সিঙৰ গাড়ী আহিল বুলি জীয়ৰী-বোৱাৰীয়েও আগতেই ক'ব পাৰিছিল।

প্ৰায় ডেৰ বছৰমান কাম কৰাৰ পিছতেই কীৰ্ত্তিৰামৰ আৰু এটি সুযোগ মিলিল। হোৱালী মাইনৰ স্কুল। উজান বজাৰত অৱস্থিত। চৰকাৰী স্কুল।

সৰ্বানন্দ দত্ত তেতিয়া স্কুলৰ হেড মাষ্টৰ। তেওঁৰ পত্নী মোহিনী দত্ত। তেখেঁতো সেই স্কুলতে শিক্ষকতা কৰে। ভবানন্দ দত্ত, অক্ষয় দত্ত আৰু করুণানন্দ দত্ত তেওঁলোকৰ সুযোগ্য সন্তান। বৰদলৈ-পৰিয়ালৰ বাটচ'ৰাত তাহানি সদায় গধূলি ৰবমেল বহে। চহৰৰ বিভিন্ন অঞ্চলৰ মুখিয়াল লোকসকল সচৰাচৰ তাতে গোট খায়। সৰ্বানন্দ দত্তও মাজে মাজে তালৈ আহে। তেওঁ মীন বৰদলৈদেৱৰ গুণগ্ৰাহী। গৰমৰ কেইমাহ স্কুলত পাংখা টনা কামত মানুহ মকৰল কৰে। তেতিয়া ১৯২১ চন। দত্তদেৱে এই কামলৈ ল'ৰা বিচাৰিলে। মীন বৰদলৈদেৱে কীৰ্ত্তিকো সেই কামত সুমুৱাই দিলে। পুৱা খোৱাৰৰ কাম কৰি ১০ বজাৰ লগে লগে কীৰ্ত্তি খাই-মেলি ওচৰৰে সেই স্কুলত পাংখা টানিবলৈ যায়। কীৰ্ত্তিৰামৰ আৰ্জন দুগুণ হ'ল। ৪+৪=৮ টকা হ'ল। এইদৰে মাথোন কেইদিনমানহে পাংখা টানিছে। এটি ঘটনা ঘটিল। এদিন পাংখা টানি থাকোতে কীৰ্ত্তিৰামৰ টোপনি আহিল। হাতৰ পাংখাৰ জৰিডাল ধৰিয়েই সেই ভাঁজে টোপনি গ'ল। এনেতে এগৰাকী ছাত্ৰী আহি—"ঢেকেৰী, এনেদৰে পাংখা টানিবলৈ আহিছ" বুলি ৰচিডাল টান মাৰি দিলে। ৰচিৰ আগত ওলমি থকা কাঠৰ হাঁতোৰাটি লাগি কীৰ্ত্তিৰামৰ থুঁতৰিটো বৰ বেয়াকৈ জখম হ'ল। ধাৰাসাৰে তেজ বৰলৈ ধৰিলে। হুলস্থুল লাগি পৰিল। তাতেই প্ৰাথমিক প্ৰতিবিধান দি কীৰ্ত্তিক ঘৰলৈ পঠিয়াই দিলে। ঘৰ পাই কীৰ্ত্তিৰাম ঢাৰি-পাটিত পৰিলহি।

পিছদিনা খোৱাৰৰ কাম কৰি কীৰ্ত্তিৰাম স্কুললৈ নগ'ল। বৰদলৈয়ে তাক সোনকালে কামলৈ যাবলৈ ক'লে। কিন্তু কীৰ্ত্তি অলৰ-অচৰ। বৰদলৈয়ে পুনৰ সোঁৱৰাই দিলেহি। কীৰ্ত্তিৰামে সেই কাম নকৰো বুলি স্পষ্ট জবাব দিলে। বৰদলৈয়ে সুধিলে, "কাম নকৰি কি কৰিবি?" "মই ঘৰলৈ যাম। পঢ়িম। নহ'লে মোক ইয়াৰ স্কুলতে নাম লগাই দিয়ক।" কথা শুনি বৰদলৈ থমকি ৰ'ল: কীৰ্ত্তিৰ মনৰ কথা তেওঁ উপলব্ধি কৰিলে। পিছত ফলি-পুথি কিনি ওচৰৰে লতাশিল স্কুলত নাম লগাই দিলে।

পদ্মনাথ দত্তবৰুৱা লতাশিল স্কুলৰ তেতিয়া হেড পণ্ডিত। তেওঁ এখন দোকানো খুলিছিল। সেইখন এতিয়াও তেওঁৰ সৰুজন ল'ৰা শশধৰ দত্তবৰুৱাই নিয়াৰিকৈ চলাই আছে। চুবুৰিত সেই দোকানখনক "পণ্ডিতৰ দোকান' বুলিয়েই বুঢ়া চামে এতিয়াও কয়। পণ্ডিতৰ ঘৰ স্কুলৰ নিচেই ওচৰতে। বিং মাৰিলে শুনা দূৰত্বত। স্কুললৈ অহাৰ সময়ত পণ্ডিতে ঘৰৰ খীৰতী গাই এজনী লৈ আহে। ওচৰৰ লতাশিল পথাৰতে দৰখ দি থয়। পানী খোৱা ছুটীৰ সময়ত পণ্ডিতে গাইজনীক দানা-পানী খুৱায়। কীৰ্ত্তিৰামৰ গুৰু-ভক্তিৰ গজালি ওলাল। স্কুললৈ অহাৰ সময়ত পণ্ডিতৰ ঘৰ হৈ আহে। গাইজনী আনি

পথাৰত দৰৰ্থ দিয়ে। পানীখোৱা ছুটীত নিতৌ দানা-পানী খুৱায়। পণ্ডিতে পোনতে আপত্তি কৰিছিল। কিন্তু কীৰ্ত্তিৰ আগ্ৰহৰ কথা বুজি পিছত আৰু আপত্তি নকৰা হ'ল।

কীৰ্ত্তিৰামে এইদৰেই গুৰু-দক্ষিণা পৰিশোধ কৰে।

১৯২৪ চনত কীৰ্ত্তিৰামে প্ৰাথমিক শিক্ষা সাং কৰি ১৯২৫ চনৰ জানুৱাৰী মাহত কটন কলেজিয়েট স্কুলত ভৰ্তি হয়। এই বছৰতে ময়ো বংমহলৰ পৰা আহি সেই স্কুলতে নাম লেখো। তাতেই কীৰ্ত্তিৰামক পোনতে লগ পাওঁ।

কীৰ্ত্তিৰাম গাঁঠলু। চুটি-মুটি, কিন্তু নোদোকা। ভৰি-হাতবোৰ শকত। কলাফুল গোবোৰা ভলুকা বাঁহৰ গুৰিৰ দৰে। তদুপৰি হাত-ভৰিবোৰ টান। শিলৰ দৰে। হাতত মুঠি মাৰি ধৰিলে আঙুলিকেইটা ছিঙি যোৱা যেন লাগে। বৰণ মিঠা বৰণীয়া। এটি খাকী হাফপেণ্ট আৰু মাৰ্কিন কাপোৰৰ চাৰ্ট এটাই কীৰ্ত্তিৰ সচৰাচৰ পোছাক ফুলিৰ পাৰি। খোজ কাঢ়োঁতে হাঁহৰ দৰে লোদোৰ-পোদোৰকৈ খোজ কাঢ়ে। কীৰ্ত্তিৰ ৰাজহংসৰ পৰিভিত খোজ কঢ়া ফুলি জোকালে আমাক কলচিকিৎসাৰ পণ্ডিত খোজ কঢ়া ফুলি প্ৰত্যুত্তৰ দিয়ে।

কীৰ্ত্তিৰাম তৃতীয়মান শ্ৰেণীৰ পৰা অষ্টমমান শ্ৰেণীলৈকে একেলেখাৰিয়ে আমাৰ ক্লাচ কেপ্টেইন আছিল। আমাৰ লগত কেইবাজনো দুৰ্দান্ত ছাত্ৰ আছিল। তাৰ ভিতৰত ললিত ভাগুৰ কাহিনী কথা আজিও মনত পৰে। এইজন ছাত্ৰই এটা দল গঢ়িছিল। তাইকেইজন আমাৰ এই কথাটো ৰখাই ছলেৰে অলিয়াটে আনিয়াটে ঘূৰি ফুৰিছিল। কীৰ্ত্তিয়ে এই সকলোকে শিকনিৰে, বুজনিৰে, আৰু মৰমেৰে বশ কৰিছিল। সকলোতে আগ ভাগ লোৱা কীৰ্ত্তিৰামৰ জন্মগত স্বভাৱ। কীৰ্ত্তিৰামৰ কৰ্তব্যজ্ঞান আৰু সৎ সাহসৰ কথা সহপাঠী বন্ধুসকলে আমাৰ আজিও মনত আছে।

ছাত্ৰসকলৰো শ্ৰেণীত এটি বিশেষ সময় আছে। আগৰজন শিক্ষক ওলাই যোৱা আৰু আহিব লগা জন আহি নোপোৱা—এই সময়খিনি মধুৰ, কিন্তু বৰ ক্ষণস্থায়ী। এইখিনি সময় ছাত্ৰসকলৰ সময়। বিধান-সভাৰ Zero hour(জিৰ' আৱাৰ) ৰ দৰে। কাৰো কথা কোনেও নুশুনা সময়। শ্ৰেণীৰ নায়ক বা কেপ্টেইনৰ দক্ষতা আৰু দুৰ্বলতা এইখিনি সময়তে ধৰা পৰে। আমি তেতিয়া চতুৰ্থমান শ্ৰেণীৰ ছাত্ৰ। সেইখিনি সময়তে ভেঙত কাৰবাৰ গা লাগি উপেন মেধিৰ দোৱাতটো চিটিকি পৰি ভাঙি থাকিল। ভঙা দোৱাতৰ পৰা চিয়াহী টুকি ল'বলৈ যাওঁতে উপেনৰ হাতখন বৰ বেয়াকৈ কাটিলে। বৰকৈ তেজ ওলাল। কীৰ্ত্তিৰামে লৰালৰিকৈ টৌছৰ পানী-কলসৈ উপেনক লৈ গ'ল। শিক্ষক আহিল। শ্ৰেণী আকৌ নিজম পৰিল। পুনৰ ঘণ্টা পৰাৰ

সময় হওঁ হওঁ হ'লহি। কিন্তু উপেন আৰু কীৰ্তিৰ দেখা-দেখি নাই। ঘণ্টা পৰো পৰো হৈছে। কীৰ্তিৰাম অকলে ওলালহি। দুৱাৰ-মুখত থিয় হৈ সুধিলে "মে আই কাম ইন, ছাৰ?" প্ৰেমধৰ বৰুৱাদেৱে আমাক পঢ়াই আছিল। অনুপস্থিতিৰ কৈফিয়ৎ বিচাৰিলে। কীৰ্তিৰামে উপেন মেধিৰ হাত কটাৰ কথা ক'লে। পানী দি তেজ বন্ধ কৰিব নোৱাৰি পাণবজাৰৰ মণি মেকিং ফাৰ্মাচীলৈ লৈ যোৱাৰ কথাও দোহাৰিলে। তাতে দৰৱ-জাতি লগাই হাতখন বান্ধি দিলে। তদুপৰি কিবা এটা ইনজেকচ্ন দিব দিয়াৰ কাৰণে উপেনক ঘৰত থৈ আহিবলগীয়া হ'ল। সেই কাৰণে সময়মতে শ্ৰেণী নাপালেহি বুলি স্পষ্টভাৱে ক'লে।

"তুমি শিক্ষকক নকৈ নিজেই এইবোৰ কৰিলা কিয়?"

"ছাৰ, মই ক্লাচৰ কেপ্টেইন। শ্ৰেণীৰ ছাত্ৰ-বন্ধুসকলৰ দায়িত্ব মোৰ ওপৰতো আছে। সময়মতে পামহি বুলি ভাবিছিলো। কিন্তু আহিব নোৱাৰিলো।"

"আজিৰ পৰা এনে ঘটনা ঘটিলে পোনতে শিক্ষকক জনাবা", বুলি কৈ ঘণ্টা পৰাৰ লগে লগে বৰুৱা ছাৰ ওলাই গ'ল।

আৰু এদিনৰ কথা। এটি উল্লেখযোগ্য ঘটনা ঘটিল। তেতিয়া আমি ষষ্ঠমান শ্ৰেণীৰ ছাত্ৰ। শ্ৰেণী আৰম্ভ হৈছে। ইংৰাজী পাঠৰ। কামাখ্যানাথ ঠাকুৰদেৱে আমাক ইংৰাজীৰ পাঠ শিকায়। ঠাকুৰ ছাৰক বাঘ যেন দেখো। বহুতে আকৌ এইজনা শিক্ষকক কামাখ্যা টাইগাৰো বুলিছিল। মুখে মুখে ইংৰাজী কৰিবলৈ ক'লে, "সীতা জনকৰ জীয়েক আছিল।" পোনতে মহম্মদ কায়োছক সুধিলে। কায়োছে মূৰ খজুৱাই থিয় হৈ ৰ'ল। অলপ পৰ বৈ ওচৰত বহি থকা মাণিকচন্দ্ৰ দাসৰ ফালে আঙুলি টোৱাই ক'লে, "তুমি।" মাণিকৰো সেই একে অৱস্থা। মূৰ খজুৱাই খজুৱাই থিয় হ'ল। অলপপৰ থমকি বৈ ক'লে, "Sita was.....father of Janak." ঠাকুৰ চকিৰ পৰা নামি আহি মাণিকৰ চুলিত ধৰি চৰ মাৰিবলৈ উদ্যত হ'ল। কাষতে বহি থকা কীৰ্তিৰামে জাঁপ মাৰি উঠি ঠাকুৰক বাধা দিলে। কীৰ্তিৰ কাণ্ড দেখি আমি আটায়ে ভয়তে পেপুৱা লাগিলো।

কীৰ্তিয়ে ক'লে, "ছাৰ, তাক নামাৰিব। মোক মাৰক। মই তাক সেইদৰে শিকাই দিছিলো।"

"তুমি শিকাই দিছিলা?" ঠাকুৰ ছাৰ থমকি ৰ'ল। কিন্তু পিছ মুহূৰ্ততে আকৌ গৰজি উঠিল।

"কিয় ভুলকৈ শিকাই দিছিলা?"

"জীয়েকৰ ইংৰাজী শব্দটো বিচাৰি নাপালো ছাৰ।"

"ও, সেয়ে জীয়েককে বাপেক বনাই দিলা।" বুলি ঠাকুৰ ছাৰেও হাঁহি সামৰিব নোৱাৰিলে। অভিনয়ত অট্টহাস্য কৰাৰ দৰে হাঃ হাঃ হাঃ

কৈ উচ্চস্বৰে হাঁহি দিলে।

ভয়ত পেপুৱা খাই থকা আমি সকলোৱেই গিৰ্জনি মাৰি হাঁহিবলৈ ধৰিলো।

এটি গধুৰ মুহূৰ্ত হঠাতে আনন্দমুখৰ হৈ উঠিল। ঠাকুৰ ছাৰে কীৰ্তিৰ সতভাৰ কাৰণে প্ৰশংসাও কৰিলে।

দাসীৰামৰ আৰ্জন অলপ বাঢ়িল। কুমাৰ ভাস্কৰ নাট্য-মন্দিৰৰ পশ্চিমফালে মুকলি ঠাই। তাতেই বাৰোৱাৰী দুৰ্গা পূজা আৰু একতা সভাৰ সৰস্বতী পূজা পাতে। কাষতে দুটামান সৰু সৰু খেৰৰ জুপুৰি। দাসীৰামে তাতে থাকিবলৈ ল'লে। কীৰ্তিও আহি দাসীৰামৰ লগ ল'লেহি। কীৰ্তিয়ে বন্ধা-বঢ়া কৰে। দুয়ো ভাই-ককায়েকে টানি মানি সৰু সংসাৰ চলায়। সেই সময়তে কামৰূপ নাট্য-মন্দিৰৰ নতুন দৃশ্যপট অকোঁৱা হয়। শিল্পী শ্যাম দাস। বঙালী মানুহ। বহুতে সহায় কৰে। যুগল দাস তেতিয়া স্কুলীয়া ছাত্ৰ। তেওঁ শ্যাম দাসৰ মুখ্য যোগালি হয়। শ্যাম দাস বৰ মেজাজী আৰু আৰামপ্ৰিয়। মছলা দিয়া ধঁপাত খায়। গুৰগুৰিত। ওচৰতে থকা কীৰ্তিয়ে ধপাত লগাই দিয়ে। ধপাত লগোৱাত কীৰ্তি বৰ পটু। বৰদলৈ-পৰিয়ালত থকাৰ কালতে এই কামফেৰা নিয়াৰিকৈ শিকে। গধূলিৰ মেলত ক্ষণে ক্ষণে ধপাত লগায়। মীনধৰ বৰদলৈৰ আৰু তেওঁৰ বন্ধুসকলৰ তুষ্টিৰ কাৰণে। তদুপৰি বৰদলৈৰ চৌহদত বুদ্ধিৰাম বৰদলৈও আছিল। এটি জুপুৰিত। মঙ্গলদৈৰ সোণাপুৰৰ মানুহ। কলেজিয়েট স্কুলৰ নৰ্মাল প্ৰশিক্ষণ থকা মাষ্টৰ। বৰ চোকা মাষ্টৰ। শনিবাৰে শনিবাৰে তেওঁ চাইকেলেৰে ঘৰলৈ যায়। সোমবাৰে আহোতে এসোপা বাঁহৰ চেকনি কাটি আনে ল'বা কোবাবলৈ। তেৰোঁ বৰ হোকা খায়। কীৰ্তিক মাতি কয়, "এই যা— এচিলিম ধপাত লগা। তয়ো খাবি যা।" কীৰ্তিয়ে এইদৰে ধপাতৰ মহাভক্ত হৈ পৰে। কীৰ্তিয়ে কলেজিয়েট স্কুলত নাম লেখাত গুৰু-শিষ্যৰ এই বান্ধোন ছিঙো ছিঙো হয়। কিন্তু এমাহমানৰ পিছত আকৌ যোৰা লাগে। বুদ্ধিৰাম বৰদলৈ অকলে জুপুৰিটোত থাকে। জুই-ছাইৰ সততে অভাৱ। সেয়ে কীৰ্তিক মাতিব লগাত পৰে। অঙঠাৰ কাৰণে। মাতি কয়, "তই এতিয়া স্কুলীয়া ছাত্ৰ। ধপাত নাখাবি। খালেও ডাঙৰৰ আগত নাখাবি।" এইজনা শিক্ষক আৰু অন্নৰাম বৰুৱাদেৱৰ যত্নতে কীৰ্তিয়ে স্কুলত বিনা মাছুলে (Free Scholarship) পঢ়িবলৈ সুবিধা পায়। আমাৰ চাম ছাত্ৰৰ সকলোৱেই বুদ্ধি মাষ্টৰৰ চেকনিৰ কোব এবাৰ হ'লেও খাইছো। কীৰ্তিৰাম কিন্তু তাৰ ব্যতিক্ৰম।

১৯৩০ চন। দেশবাসীলৈ মহাত্মা গান্ধীৰ অভিনৱ আহ্বান। আইন-অমান্য আন্দোলন। নিজে লৱন-আইন ভঙ্গ কৰিব। সেই আপাহতে ডাণ্ডি যাত্ৰা।

দেশজুৰি আন্দোলনৰ বতাহ বলিল। অসমতো। ছাত্ৰসকলৰ গাত এই বা বাককৈয়ে লাগিল। স্কুল-কলেজ এৰি ছাত্ৰসকলে সভা-শোভাযাত্ৰা পাতিলে। ইংৰাজ চৰকাৰৰ যেন শাসনৰ বৰ খুঁটা লৰিল। তেতিয়া কানিংহাম চাহাব ডি. পি. আই। তেওঁ ফটোৱা জাৰি কৰিলে। স্কুলত পঢ়িবলৈ হ'লে ছাত্ৰ আৰু অভিভাৱকসকলে প্ৰতিশ্ৰুতি দিব লাগিব—ৰাজনীতিত ছাত্ৰই অংশ নলয় বুলি। এই কুখ্যাত কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদত অসমৰ বিভিন্ন স্থানত নতুন নতুন বেচৰকাৰী হাইস্কুল প্ৰতিষ্ঠিত হ'ল। গুৱাহাটীয়ে তাৰ আগ ভাগ ল'লে। তাৰে স্থলন্ত নিদৰ্শন কামৰূপ একাডেমি। কীৰ্তিৰামে কলেজিয়েট স্কুল এৰি একাডেমিত নাম ভৰ্তি কৰিলে। অকল সিমানেই নহয়, কীৰ্তিৰামে আন্দোলনতো আগ ভাগ ল'লে। দুবাৰো কাৰাবৰণ কৰিলে। পোনতে ফঁচীবজাৰৰ কানি-ভাঙৰ দোকানত পিকেটিং কৰি দ্বিতীয়বাৰ বন-আইন (Forest Law) অমান্য কৰাৰ অপৰাধত।

দ্বিতীয়বাৰৰ কাৰাবৰণৰ আঁচোৰ কীৰ্তিৰ উপাধিৰ ওপৰতো পৰিল। ৰাইজে এই ভলণ্টিয়াৰসকলক বৰ শ্ৰদ্ধা আৰু মৰমেৰে চাইছিল। এওঁলোকে যাতে সততে পুলিচৰ হাতত ধৰা নপৰে তাৰো চেষ্টা কৰিছিল। পুলিচক ভুল বাটে পৰিচালিত কৰাৰ নানান ফাকতি কৰিছিল। এওঁলোকৰ নাম-ধাম সুধিলে ভুল নাম-উপাধি কৈ বিভ্ৰান্ত কৰি বং চাইছিল। সেই চনৰে কথা। এটি সৰু দলে বন-আইন ভঙ্গ কৰিব। কুকুৰমাৰাত। এই সৰু দলটিৰ নেতৃত্ব কৰিছিল চন্দ্ৰপ্ৰভা শইকীয়ানীয়ে। পুলিচে স্থানীয় ৰাইজক ভলণ্টিয়াৰসকলৰ নাম-ধাম সুধিলে। কোনোবাই কীৰ্তিৰাম দাসক কীৰ্তিৰাম বৰুৱা আৰু পৰশু শৰ্মাক পৰশু দলৈ বুলি ক'লে। হাতত দা-কুঠাৰ লৈ বনাঞ্চল প্ৰৱেশ কৰাৰ লগে লগেই তেওঁলোকক গ্ৰেপ্তাৰ কৰিলে। পুলিচে নাম-ধাম সুধিলে, "তোমাৰ নাম"

"কীৰ্তিৰাম দাস।"

"কিয়, তুমি বৰুৱাহে। মিছা মাতিছা কেলেই?" মহাত্মাৰ 'চেলা' হৈ মিছা মাতিছা?"

সত্যাগ্ৰহীসকলে ধৰা পৰাৰ পিছত সাধাৰণতে মৌনতা অৱলম্বন কৰে। কীৰ্তিৰাম আৰু লগৰীয়াসকলেও পিছত তাকেই কৰিলে।

ফলত কীৰ্তিৰাম—কীৰ্তিৰাম বৰুৱা নামেৰেই গুৱাহাটী জেইললৈ চালান হ'ল। বিচাৰত শইকীয়ানীৰ বাহিৰে সকলোৰে তিনি মাহকৈ জেলৰ ৰায় হ'ল। শইকীয়ানী নেত্ৰী। সেয়ে অলপ বেছিদিন জেইল ভুগিবলগীয়া হ'ল। তিনি মাহৰ মূৰত কীৰ্তিৰামে এই নতুন উপাধিৰে বিভূষিত হৈ ওলাই আহি কামৰূপ একাডেমিত ছাত্ৰৰূপে পুনৰ যোগদান কৰিলেহি।

কীৰ্তিৰাম এইবাৰ কীৰ্তি ভলণ্টিয়াৰৰূপে জনাজাত হ'ল। কীৰ্তিৰামৰ

মহৃখিনি সলনি হ'ল। পিন্ধনত সাগৰ নীলা হাফপেন্ট, বগা খদ্দৰৰ কামিজ, মূৰত গান্ধী-টুপিৰে কংগ্ৰেছৰ সেৱক স্বৰূপে ব্ৰত-গ্ৰহণ কৰিলে। অতি প্ৰিয় ধপাত-বিড়ি জলাঞ্জলি দিলে।

ব্যায়াম-চৰ্চাত কীৰ্তিৰামৰ আগৰ পৰাই বিশেষ ধাউতি আছিল। কামৰূপ ব্যায়াম সমিতিৰ সক্ৰিয় সভ্য হ'ল। এই ব্যায়াম সমিতি কৰ্মবীৰ বৰদলৈদেৱৰ যত্নতে প্ৰতিষ্ঠিত হৈছিল। তেওঁৰ উজানবজাৰ নাওজন পুলৰ ওচৰত থকা মাটিতেই এই ব্যায়াম সমিতিৰ ব্যায়াম-চৰ্চা আৰু কাৰ্যালয়ৰ ঠাই আছিল। পিছত এইটো হেপিভিলালৈ স্থানান্তৰিত হয়। ব্যায়াম শিক্ষক কালীপদ দাস। ঢাকাৰ মানুহ। কীৰ্তিৰাম কালীপদ বাবুৰ বৰ প্ৰিয় হৈ পৰে। অতি কম সময়ৰ ভিতৰতে কীৰ্তিৰাম এজন সুদক্ষ ব্যায়ামবীৰ ৰূপে পৰিগণিত হয়। শেষত তেওঁ নতুন সদস্যসকলক লাঠি-খেল, চুৰি-খেল আদি শিক্ষা দিয়ে। এইসকল বন্ধু-বান্ধৱ আৰু শিষ্য-প্ৰশিষ্যক লৈ কীৰ্তিৰামে সমাজ-সেৱাৰ ফালে মন দিয়ে। নিশা বেমাৰীক পহৰা দিয়া, সেৱা-শুশ্ৰূষা কৰা, শ্মশানলৈ শৱদেহ কঢ়িওৱা আৰু সংকাৰ কৰা, মহামাৰী আৰু বানপানীৰ সময়ত দুৰ্গত ৰাইজক সেৱা কৰাত আগ ভাগ লয়।

কীৰ্তিৰামৰ ব্যায়াম-প্ৰদৰ্শনৰ কথা আমাৰ চাম লোকৰ এতিয়াও ভালকৈ মনত আছে। শিকলি ছিঙা, লোহা বেঁকা কৰা, চলন্ত মটৰ গাড়ী টানি ৰখা আদি প্ৰদৰ্শনেৰে কীৰ্তিৰাম কীৰ্তি পালোৱান স্বৰূপে সমাজত জনাজাত হয়।

সেই সময়ৰ অকণমানি ছোৱালী হিৰণ্য তালুকদাৰ (আজিৰ হিৰণ্য ভূঞা—অৱসৰপ্ৰাপ্ত চীফ ইঞ্জিনিয়াৰ ৰমা ভূঞাৰ পত্নী) আৰু মিনি গোস্বামীৰে (বিখ্যাত আলোক-শিল্পী আৰু সাংবাদিক ভদ্ৰ শৰ্মাৰ পত্নী) চুৰি-খেল প্ৰদৰ্শন কৰি দৰ্শকক স্তম্ভিত কৰিছিল।

এবাৰ বৰ আমোদজনক কথা এটি হ'ল। এওঁলোকে চুৰি-খেল দেখুৱাইছে। খেলৰ গতি তীব্ৰ হৈছে। সকলোৱে থৰ লাগি খেল চাইছে। এনেতে এগৰাকী আইতাই চিঞৰি উঠিল, "হেৰা তোমালোকে কি চাই আছাহে। নধৰা কিয়? সেই দৈত্যটোৱে এতিয়া ছোৱালী দুজনীক খুচি মাৰে।" আইতাগৰাকী যোগেন বৰুৱা উকিলদেৱৰ মাক আছিল। এইবোৰ খেল পাতিব নালাগে বুলি পিছতো এই মৰমিয়াল আইতাগৰাকীয়ে আমাক উপদেশ দিছিল।

কীৰ্তিৰাম কংগ্ৰেছৰ এজন নিষ্ঠাবান সেৱকৰূপে সকলোৰে চকুত পৰে! সেৱকৰূপে কীৰ্তিৰাম কৰ্মবীৰ বৰদলৈ, ত্যাগবীৰ হেম বৰুৱা, লোকপ্ৰাণ ডাঃ ভূৱনেশ্বৰ বৰুৱা, সিদ্ধিনাথ শৰ্মা আদি কংগ্ৰেছৰ আগশাৰীৰ নেতা আৰু কাৰ্য-কৰ্তাসকলৰ সান্নিধ্যলৈ আহে। কৰ্মবীৰ বৰদলৈয়ে কীৰ্তিক বৰ মৰমৰ

চকুৰে চাইছিল। তেওঁ কীৰ্তিৰামক নিজৰ এটি খেৰী ঘৰ বিনামূলীয়াকৈ থকাৰ সুবিধা কৰি দিছিল। আচলতে সেইটোৰে আছিল ভলণ্টিয়াৰসকলৰ কেম্প। সেই সময়ৰ সেৱকসকলৰ এইটোৱে ভাত-ঘৰ, জিৰণি-ঘৰ আছিল। কীৰ্তিৰামে নিজে ভাত-পানী বান্ধি সেৱকসকলক সেৱা কৰাৰ কথা বহুতে এতিয়াও স্বীকাৰ কৰে। এই বিষয়ে কমৰীৰ বৰদলৈৰ স্মৃতি-গ্ৰন্থত কেইবাজনৰো লেখা আমাৰ চকুত পৰিছে। সেয়ে বাহুল্য আৰু পুনৰুক্তিৰ দ্বিধাত বহুলাই লেখাৰ মোহ সামৰিলো।

১৯৩৪ চন। কপিলীৰ প্ৰলয়ংকৰী বানপানী। নগাঁও জিলা প্লাবিত। বজাঘৰ-প্ৰজাঘৰ সকলোৱেই দুৰ্গতসকলৰ সাহায্যৰ কাৰণে ঢাপলি মেলিছে। কংগ্ৰেছ সেৱা-দলৰ লগত কীৰ্তিৰামো সেইখিনি পালেগৈ। একে লেথেৰিয়ে চাৰিমাহ সাহায্যৰ কামত নিজক নিয়োগ কৰিলে। চৰকাৰী সাহায্য-কাৰ্যৰ ভাৰপ্ৰাপ্ত হাকিম ওমৰুদ্দিন চাহাব। কীৰ্তিৰ নিষ্ঠা আৰু সততা দেখি আকৰ্ষিত হ'ল। কীৰ্তিৰাম ওমৰুদ্দিন চাহাবৰ অতি প্ৰিয়ভাজন হৈ পৰিল। এই ওমৰুদ্দিন চাহাবেই শেষত ৰাজনীতিত যোগদান কৰি অসমৰ মন্ত্ৰীৰূপেও জনাজাত হয়।

সময়মতে কীৰ্তিৰামে প্ৰৱেশিকা পৰীক্ষা দিলে। কিন্তু কৃতকাৰ্য হ'ব নোৱাৰিলে। তথাপি কীৰ্তিৰাম বিচলিত নহ'ল। নগাঁৱৰ বানপানীত সেৱা-কাৰ্য শেষ কৰি কীৰ্তিৰামে চাইকেলেৰে ভাৰত-ভ্ৰমণৰ কথা স্থিৰ কৰে। পোনতে সেই চনৰ শেষৰফালে অসম উপত্যকা ভ্ৰমণ কৰিবলৈ লয়। এই ভ্ৰমণ সাফল্যৰে শেষ কৰি কীৰ্তিৰাম ভাৰত-ভ্ৰমণৰ কাৰণে সাজু হয়।

আলচা কথা নহয় সিদ্ধি, বাটত আছে কণা বিধি। পোনতে এই কামত বেয়াকৈ হেঙাৰ পৰিল। তেতিয়া ইংৰাজৰ শাসন। কীৰ্তিৰাম কংগ্ৰেছ কৰ্মী। দুবাৰো জেল খাইছে। ভাৰতীয় ডেকাচামৰ মাজত সন্ত্ৰাসবাদেও শিপা মেলিছে। এনে ভ্ৰমণত চৰকাৰৰ সম্মতি লোৱাৰ ব্যৱস্থা। কামৰূপৰ এছ.পি. মিঃ কে. এছ. লাৰ্কিন বগা চাহাব। আৱশ্যকীয় অনুমতি নিদিয়ে। গুৱাহাটীৰ কাছাৰীলৈ গৈ কীৰ্তিৰামে দেখিলে ওমৰুদ্দিন চাহাবক। তেওঁৰ ওচৰ চাপিল। ওমৰুদ্দিনে নিজে কীৰ্তিৰামক মিঃ লাৰ্কিনৰ ওচৰলৈ লৈ গ'ল। কীৰ্তিৰ বিষয়ে ক'লেগৈ। ওমৰুদ্দিন চাহাবৰ কথাত মিঃ লাৰ্কিনে লেখিলে :

Sreejut Kirtiram Barua has been recommended to me by Maulavi Umarddin, Senior E. A. C. Gauhati who states that he is of excellent character.

He is not known to me.

K.S. Larkin
22.2.35 S.P., Kamrup

কীৰ্ত্তিৰামে হৰধনু ভঙাৰ আনন্দ পালে। সিদিনাই তৰুণৰাম ফুকনৰ ওচৰলৈ গ'ল। ফুকনে আকৌ বাধা আছি পৰাৰ আশঙ্কাত কীৰ্ত্তিৰামক পিছদিনাই যাত্ৰা কৰিবলৈ উপদেশ দি এখন পৰিচয়-পত্ৰ লেখি দিলে :

Sreeman Kirtiram Barua is an allround sportsman. He is going to make an all India tour on Cycle. He is the first of the Assamese to make such a venture. I wish him every success and hope the public besides Assam will render him the little help he may be in need of.

22.2.35 T.R. Phookan
Gauhati, Assam Bar-at-law

কীৰ্তিৰামৰ সকলো যোগাৰ সম্পূৰ্ণ হৈয়ে আছিল। বিলম্ব নকৰি পিছদিনাই (২৩ ফেব্ৰুৱাৰী '৩৫ চন) এই যাত্ৰাত পাৰি দিলে।

মাৰ্চৰ শেষ সপ্তাহত কীৰ্তিৰামে কলিকতা পালেগৈ। কলিকতা পাই পোনতে হাৰ্ডিঞ্জ হোষ্টেলত উঠিলগৈ। তাত তীৰ্থনাথ শৰ্মাৰ আলহী হ'ল। কলিকতাত থকা কালত তেওঁ বিৰিঞ্চিকুমাৰ বৰুৱা, মাধৱ বেজবৰুৱা, আৱাহনৰ সম্পাদক দীননাথ শৰ্মা, পণ্ডিত কনক চন্দ্ৰ শৰ্মা, হৰেন্দ্ৰনাথ কলিতা আদিক লগ পায়। পিছত তেওঁ হাৰ্ডিঞ্জ হোষ্টেলৰ পৰা হৰেন্দ্ৰনাথ কলিতাৰ লগতো কিছুদিন থাকেগৈ। কলিতাই তেওঁক অটোগ্ৰাফ স্বৰূপে এটি ডাঙৰ বহি বান্ধি কাগজ আৰু শুভেচ্ছা বখাৰ নিয়ম-নীতি পৰিপাটিকৈ বুজাই দিয়ে। এই বহীৰ ওপৰত খোদিত কৰা আছে :

K.R. Barua
Assamese Tourist on Cycle
1934-35, Gauhati, Assam

কলিকতাৰ এই শুভাকাংক্ষীসকলৰ উপদেশৰ কথা কীৰ্তিৰামে আজিও শ্ৰদ্ধাৰে সোঁৱৰণ কৰে। এওঁলোকৰ যত্নতে এখন অনুষ্ঠুপীয়া প্ৰেছ-মেলত কীৰ্তিয়ে ভাষণ দিয়ে। এই অনুষ্ঠানত অমৃতবাজাৰ, আনন্দবাজাৰ পত্ৰিকা, দৈনিক বসুমতী আদি কাকতৰ প্ৰতিনিধি আৰু সম্পাদকসকল উপস্থিত আছিল। এই প্ৰেছ-মেল বহিছিল ৪ এপ্ৰিল ১৯৩৫ চনত। এই আগাহতে ষ্টেটচ্মেন,

অমৃতবাজাৰ, বসুমতী, আনন্দবাজাৰ কাকতত এই ভ্ৰমণ-বাতৰিৰ কথা প্ৰকাশ হয়। অমৃতবাজাৰ পত্ৰিকাত ওলোৱা বাতৰিৰ কথাখিনি আছিল এনে ধৰণৰ :

Friday, April 5, 1935,

**From Gauhati to Calcutta on Cycle**

Starting for Delhi

Sreeman Kirtiram Barua a student of Gauhati Academy who had completed a cycle tour in the Assam Valley in 1934 started from Gauhati on 23rd Feb. 1935 on his cycle and arrived in Calcutta on March 1935 last. He is staying at Hardinge Hostel and will start for Delhi on Sunday next on his cycle.

Starting from Gauhati he visited Gauripur state in Goalpara district, Coach-Behar state and the towns of Rangpur, Bogra, Ragshahi, Mursidabad, Krishnanagar, Naihati & then reached Calcutta.

ছাদুল্লা চাহাব সেই সময়ত কলিকতাত আছিল। পুৱা বিভিন্ন কাকতত কীৰ্তিৰামৰ ভ্ৰমণৰ বাতৰি পঢ়ি তেওঁ আপ্লুত হয়। বিৰিঞ্চিকুমাৰ বৰুৱাৰ পৰা তেওঁ কীৰ্তিৰামৰ বুজ লয়। কীৰ্তিৰাম নিজেই তেওঁৰ ওচৰ ওলালগৈ। ছাদুল্লা চাহাবে এই প্ৰচেষ্টাৰ কাৰণে শলাগ লয় আৰু এনেদৰে শুভেচ্ছা জনায় :

Sreejut Kirtiram Barua of Gauhati saw me in Calcutta in the course of his cycle tour of India. He has already covered over two thousand miles and is confident of doing the rest of India.

I commend his enterprise and wish him all success.

216 Lower Circular Rd,
5.4.35

**Syed M. Saadulla(K.T.)**
Late Finance Member
Assam Govt.

দুই-তিনি দিনৰ মূৰে মূৰে ঘৰলৈ গৈছো। উদ্দেশ্য এটাই। ডায়েৰীপাতৰ কাহিনী শুনা। ডায়েৰীখন হাতত ল'লেই কীৰ্তিক নতুন ৰূপত দেখো। পুৰণি কথাবোৰ সুঁৱৰি আনন্দত আত্মহাৰা হয়। অনৰ্গল কৈ যায়। মোৰ লেখনীয়ে

সকলো কথা ধৰি ৰাখিব নোৱাৰে। হঠাৎ কলিকতা পায়গৈ, তাৰ পৰা মাদ্ৰাজ—তাৰ পৰা পুণা—তাৰ পৰা আকৌ পেছোৱাৰ—তাৰ পৰা হঠাৎ আহি অসমৰ এচুকত থকা ক্ষেত্ৰী-হাবদিয়া পায়হি। সেয়ে নতুন বুদ্ধি পাঙিলো। ঘৰতে কিছুমান প্ৰশ্ন জুকিয়াই নি কীৰ্তিক প্ৰশ্ন কৰিম। যাতে গোটেই ভাৰতখন ঘূৰি ফুৰিব নোৱাৰে। সেই প্ৰশ্নোত্তৰৰে কিছু অংশ তুলি দিলো।

১৯ জানুৱাৰী ১৯৮২।

"তোৰ জীৱনত কাৰ কাৰ পৰা উপকাৰ পোৱা তোৰ মনত পৰে?"

"ক'ব লাগিলে বহুতৰে। মোৰ স্কুলীয়া জীৱনৰ কথা কমনে?"

"ভ্ৰমণৰ আগতে, গুৱাহাটীত থকা কালৰ কথা সুধিছো।"

"সকলোবোৰ ক'ব লাগিলে বহু কথা হ'ব। দুই-এজনৰ কথা কওঁ শুন। প্ৰথম ক'ব লাগিব—মীনধৰ বৰদলৈৰ কথা। তেওঁ মোক পঢ়াৰ কথা কওঁতেই স্কুলত নাম লেখি দিলে। সিদিনাৰ পৰা মই তেওঁৰ পৰা নিজৰ পিতাৰ ব্যৱহাৰ পালো। তেওঁ ভাত খাওঁতে নিজৰ কাষত বহুৱায়। ধৰণী দাদা, আইকণ বাইদেউৰ লগত একেলগে বান্ধনি-ঘৰত ভাত খাওঁ। বৰ বহল বুকুৰ মানুহ আছিল। সেইবোৰ মই বুজাব নোৱাৰিম। মৃত্যুৰ সময়ত মই তেওঁৰ ওচৰতে আছিলো। নিজৰ পিতৃ বিয়োগ হোৱাৰ দৰে লাগিছিল, দহ, দিনলৈকে হবিষ কৰিছিলোঁ।"

"আৰু দুই-এজনৰ কথা ক'ব পাৰিবিনে?"

"ক'বই লাগিব। অম্বিকা গোস্বামীৰ পৰিয়ালৰ কথা। তেওঁৰ পৰিবাৰৰ নাম গন্ধময়ী দেৱী। মই মনে মনে সুগন্ধময়ী দেৱী বুলি মাতিছিলো। সেইখন মোৰ ভাত-ঘৰ আছিল। কামৰূপ ব্যায়াম সমিতি পৰিচালনা কৰাৰ সময়ত তেওঁ মোক বহু কাম শিকালে। তেতিয়া এই ব্যায়াম সমিতি তেওঁলোকৰ পিছফালে থকা কমবীৰ বৰদলৈদেৱৰ মাটিত আছিল। তেওঁ খৰচ-পাতিৰ হিছাপ ৰখাৰ কথা শিকালে। ৰাজহুৱা ধনৰ হিছাপ যে সতৰ্কতাৰে ভালকৈ ৰাখিব লাগে মোক তেৱেঁই শিকায়। ৰ, মোৰ তাত ব্যায়াম সমিতিৰ তেতিয়াৰে হিছাপৰ কাগজ কিছুমান আছে— তোক দেখুৱাওঁ।"

এইবুলি উঠি গৈ ভিতৰৰ পৰা এটি কাগজৰ টোপোলা আনি দেখুৱালে। মই চাই এখন ভোজৰ হিছাপৰ কাগজ দেখিলো। বৰ পৰিপাটিকৈ লেখা। সুধিলো, "এইয়া কি ভোজৰ হিছাপ ৰাখিছ অ?" কাগজখন লৈ কীৰ্তিয়ে বৰকৈ হাঁহিবলৈ ধৰিলে: "এইখন আমাৰ ব্যায়াম সমিতিয়ে পতা ভোজৰ হিছাপ। তেতিয়া এই সমিতিৰ সভাপতি আছিল কেশৱকান্ত বৰুৱা। তেওঁ আমাৰ ব্যায়াম সমিতিৰ কামত সন্তুষ্ট হৈ ভোজ এটা যোগাৰ কৰিবলৈ মুঠতে ৩০ (ত্ৰিশ টকা) দিয়ে। ধুমধামেৰে ভোজ পাতিলো। '৩৩ চনৰ ২০ এপ্ৰিলৰ

দিনা। সৰু ল'ৰা-ছোৱালী ৪০ জন, ডেকা ল'ৰা ২০ জন আৰু ভদ্ৰলোক ১৫ জন। মুঠ ৭৫ জনৰ খোৱা। খৰচ পৰিল—(সাতাইশ টকা এঘাৰ অনা দুই পইছা)। চাহোন—এইখন। এইখন গন্ধময়ী দেৱীয়ে দিয়া হিছাপ।" কাগজখন চাই আচৰিত হ'লো। আজিৰ সমাজে ইয়াক বিশ্বাস কৰা টান। কিন্তু সঁচা কথা। থুলমূলকৈ এই হিছাপৰ নমুনা দিলো। এই ভোজৰ তদাৰক কৰিছিল তিতাৰাম কাকতি আৰু গন্ধময়ী দেৱীয়ে।

খাহী (পোন্ধৰ সেৰ)—৯৲ টকা
মাছ ৩৲ টকা
কণী (১ পোণ) ১৲
মিঠাতেল /২॥ (আঢ়ৈ সেৰ) চৈধ্য অনা
চাউল /॥ (আধা মোন) দুটকা এক অনা
দাইল /২॥ (আঢ়ৈ সেৰ) চাৰি অনা দুই পইছা
ঘি /২ (দুসেৰ) দুটকা ছয় অনা
পিঁয়াজ /১ (এসেৰ) পাঁচ পইছা ইত্যাদি।

সেইদিনা সিমানতে এৰিলো। '৩৩ চনৰে সেই ভোজনৰ সোৱাদ মনতে পাগুলি পাগুলি ঘৰ ওলালোহি।

২১ জানুৱাৰী।

আজি কোঠাত বহিয়েই প্ৰশ্ন আৰম্ভ কৰিলো, "তোৰ ভ্ৰমণ-কালত লগ পোৱা কাবোবাৰ কথা মনত পৰেনে?"

"মনত নপৰে কি? সদায় মনত পৰা লোকো আছে। এওঁলোকৰ লগত এতিয়াও মোৰ সম্বন্ধ আছে। চিঠি-পত্ৰৰ আদান-প্ৰদান আছে। আহ-যাহ আছে।"

"কাৰ কাৰ লগত?"

"ক'ব লাগিলে বহুতৰে কথা ক'ব লাগিব। তথাপি তোক তিনিজনৰ কথা কওঁ। এজনক পাইছিলো বাৰাণসীত। ডাঃ গিৰীশ বেনাৰ্জী। দেৱতাৰ দৰে লোক। মানুহজন অবিবাহিত। বয়স তেতিয়া ৬০ বছৰৰো ওপৰ। তেওঁ মোক তেওঁৰ তাত যিমান দিন থাকো থাকিবলৈ ক'লে। মই বাৰাণসীত থকা কালত তেওঁৰ লগতেই আছিলো। কংগ্ৰেছ কৰ্মী। বহুবাৰ জেল-জৰিমনা ভুগিছে। মোৰ ছিন্নমূল অৱস্থাৰ কথা শুনি তেওঁৰ বোধকৰো দয়া উপজিল। মোক ভ্ৰমণ কৰি বাৰাণসীলৈ আহিবলৈ ক'লে। মালব্যজীৰ আশীৰ্বাদত তাত এখন ইঞ্জিনিয়াৰিং স্কুল হৈছে। আন্দোলনত পঢ়া-শুনা এৰা যুৱকসকলৰ কাৰণে। মেট্ৰিকলৈ পঢ়া ল'ৰাই তাত পঢ়িব পাৰে। মোক তাতে ভৰ্তি হৈ

এটা বিষয়ত শিক্ষা লাভ কৰাৰ উপদেশ দিলে। তদুপৰি তেওঁ খোৱা-বোৱাৰ খৰচ বহন কৰিবলৈকো গাত ল'লে। তেওঁ মোক মালব্যজীৰে দেখা কৰাৰো সুবিধা কৰি দিলে। সেইমতে মই মালব্যজীৰ ওচৰলৈ গ'লো। এইয়া চা—মালব্যজীয়ে লেখিছে ঃ

Be ever pure & strong. Wish your happiness.

M.M. Malavya, 24.5.35

তেওঁ এদিন মোক বাৰাণসীৰ এটি পিছপৰা অঞ্চললৈ লৈ গ'ল। দুখীয়া মানুহৰ বসতি। বহুতে বেৰীবেৰী বোগত ভুগিছে। মানুহবোৰে তেওঁক ভগৱান দেখা দি দেখে। বহুতকে বিনামূলীয়াকৈ দৰৱ-জাতি দিলে। ঘৰে ঘৰে সোমাই বেমাৰীবোৰৰ খবৰ ল'লে। বুজিছ লক্ষ্য, তেওঁৰ সেৱা কাৰ্যৰ নমুনা দেখি শ্ৰদ্ধাত মূৰ দো খাই গ'ল। এইয়া চা, তেওঁৰ বিষয়ে মই কি লেখিছো।" চালো।

১৯৩৫ চনৰ ১১ মে' তাৰিখৰ ডায়েৰীপাত—A Lady with the Lamp; মই হাঁহিলো। কীৰ্তিয়ে ক'লে, "তেতিয়াৰ কথা অ', আজি হ'লে—Gentleman with the bag & umbrella লেখিলো হয়। তেওঁৰ ঠিকনা লৈ ঘূৰি আহি তেওঁৰ তাতে থাকিমহি বুলি মই ১৯৩৫ চনৰ ২৬ মে' তাৰিখে এলাহাবাদলৈ বুলি বাওনা হ'লো।"

"পিছে তই দেখোন ঢাকাত গৈহে ডাক্তৰী পঢ়িলি?"

"সেইটোও এটা অদ্ভুত কাহিনী। বজত, বজতে মোক ডাক্তৰ কৰিলে। তই বজতক জান নহয়?"

"কিয় নাজানিম? একেলগে স্কুলত পঢ়িছিলো দেখোন। বজত তোৰ কিবা সম্বন্ধীয় নহয় জানো?"

ডাক্তৰে ঘেকঘেককৈ হাঁহি দিলে, "মোৰ একো নহয়। সি ক্ষেত্ৰী হাবদিয়াৰ নিভাৰ্ষাৰাম চৌধুৰীৰ ল'ৰা। ধনী মানুহ। মোৰ একো নহয়। কিন্তু তাৰ লগতে সৰুৰে পৰা কটালো। তাৰ ঘৰতে থাকি তাৰ খৰচেৰে খাই প্ৰৱেশিকা পৰীক্ষা দিলো। দুয়ো পাছ কৰিব নোৱাৰিলো। মই ভাৰত ভ্ৰমণলৈ গ'লো। সি ক্ষেত্ৰী-হাবদিয়া পালেগৈ।

"ভাৰত-ভ্ৰমণ কৰি গুৱাহাটীলৈ উভতিলো। তেতিয়া ১৯৩৬ চন। পঢ়িবৰ কাৰণে বাৰাণসীলৈ যাবলৈ সাজু হৈছো। ভাবিলো এবাৰ বজতক মাত দি আহোঁ। এইবুলি হাবদিয়া ওলালোগৈ।"

"দেউতাকে বজতৰ কাৰণে ঢাকাৰ নেশ্যনেল মেডিকেল স্কুলত এটি আসন যোগাৰ কৰিছে। দুই-এদিনতে ঢাকালৈ যাব লাগে। সকলো যোগাৰ

হৈছে। কিন্তু মাকৰ সন্দেহ—অকলে ইমান দূৰ তাক বেলত পঠিয়ায় কেনেকৈ। এনেতে মই গৈ পালো। মাকে স্বৰ্গ ঢুকি পোৱাদি পালে। তাক ঢাকাত থৈ আহিবলৈ অনুৰোধ কৰিলে। ইফালে মোৰ সময় কম। ডাক্তৰ বেনাৰ্জীয়ে সোনকালে আহিবলৈ লিখিছে। মই পোনতে আপত্তি কৰিলো। কিন্তু বজতেও ববকৈ ধৰিলে। এবাব নোৱাৰিলো। এদিন বজতৰ দেউতাকে দুয়োকো আমিনগাঁৱলৈ নি ঢাকালৈ বুলি বেলত উঠাই দিলে।

"ঢাকা পালোগৈ। বজতৰ নাম লগোৱা, হোষ্টেলত ঠাই যুগুত কৰা সকলো কাম ময়েই কৰিলো। বজতকতো জানই। কথা ক'ব নোৱাৰে। তাতে হয় বঙলা নতুবা ইংৰাজী ক'ব লাগে। শ্ৰীহেম গাঙ্গুলী সেই স্কুলৰে মেডিচিনৰ প্ৰফেছাৰ। তেৱেঁই স্কুলৰ ঘাই মানুহ। তেওঁ মোৰ পৰিচয় ল'লে। মই সকলো ক'লো। জেল খোৱা আৰু ভাৰত ভ্ৰমণ কৰাৰ কথা শুনি বৰ আচৰিত হ'ল। ডায়েৰী আৰু অটোগ্ৰাফৰ বহীখন দেখুৱালোঁ। বৰ আনন্দ পালে। ভাৰত-ভ্ৰমণৰ সময়ত ঢাকাত বুৰঞ্জীবিদ ৰমেশ মজুমদাৰ আৰু ময়িদুল ইছলাম বৰাই লেখা কথাখিনিও দেখুৱালো :

It was a great pleasure to me to see Mr. K.R. Barua and hear the details of his adventures on a cycle tour. I wish him long life and good health and success in the remaining part of his tour.

**R.C. Mazumdar**
**14.3.36.**

ময়িদুল ইছলাম বৰাই লেখিছে :

I have heard with interst the account of the adventurous journey of Mr. K.R. Barua. I wish him every success in his enterprise.

**M.L. Barah**
**University of Ducca,**

"গাঙ্গুলীদেৱে এইবোৰ দেখি মোৰ পিছ লাগিল। ক'লে, তুমি ইয়াতে মেডিকেল পঢ়া। তুমি দেশসেৱক। সেৱক হ'বলৈ হ'লে ডাক্তৰ হ'লে বহুত সুবিধা। ইঞ্জিনিয়াৰ হ'লে হয়তো অলপ বেছি পইছা আৰ্জিব পাৰিবা। কিন্তু ডাক্তৰৰ কাম সেৱাৰ কাম। দুখীয়া জনসাধাৰণৰ সেৱা কৰিব পাৰিবা।

"মই মোৰ অৱস্থাৰ কথা ক'লো। বাৰাণসীত ডাঃ বেনাৰ্জীয়ে দিয়া চিঠি দেখুৱালো। ডাঃ গাঙ্গুলীয়ে মোক বিনামূলীয়া শিক্ষাৰ ব্যৱস্থা কৰি দিবলৈ

গাত ল'লে। তেওঁ বাৰাণসীলৈ মোৰ কথা লেখি ডাঃ বেনাৰ্জীলৈও চিঠি দিলে। ডাঃ বেনাৰ্জীৰ তাঁৰ আহিল :

Right man in the right place. Wish you all success.

"মই গাঙ্গুলীৰ আশীৰ্বাদ লৈ মেডিকেল স্কুলত ভৰ্তি হ'লো। ৰজতেও মোক ইয়াতে পঢ়িবলৈ কুতুৰি আছিল। ৰজতৰ আনন্দৰ সীমা নোহোৱা হ'ল।"

সিদিনালৈ সিমানতে সামৰিলোঁ।

২৫ জানুৱাৰী।

দিনৰ তিনি বাজি পোন্ধৰ মিনিট পাৰ হৈছে। কীৰ্তিৰ দিনত শোৱাৰ অভ্যাস। মাত দিয়াৰ লগে লগেই উঠি বহিল। ক'লে, "হবে এবিলেও কৰ্পাতিয়ে নেৰে। আহ, তই দেখিছো, মোৰ তলি উদং কৰিহে এৰিবি। আজি ভাই এঘণ্টা চেষ্টা কৰিছিলোঁ। ভ্ৰমণ-কাহিনী লেখিবলৈ। সেই আগৰ অৱস্থা। কাগজ-কলম ল'লেই মূৰে কাম নকৰা হয়। সেয়ে চাৰি শাৰীমান লেখিযেই সামৰিছোঁ।" কীৰ্তি কথক, লেখক নহয়—ঘণ্টাজুৰি কৈ যাব পাৰে। লেখিব নোৱাৰে। মই ক'লো, "সিদিনা মেডিকেল স্কুলত নাম লগোৱাতে এৰিলো। তাৰ পিছত কি হ'ল? কেনেকৈ চাৰিবছৰ চলিল?"

"অ', নাম লেখি হোষ্টেলত ভৰ্তি হ'লো। তাত দহ-বাৰ টকামান লাগে। পোন্ধৰ টকা হ'লে বেছ চলিব পাৰি। দুই-তিনিমাহ ৰজতেই চলাই দিলে। ঘৰৰ পৰা আহোতে সি অলপ বেছি টকা লৈ আহিছিল। লাহে লাহে গাঁঠিৰ ধন শেষ হ'ল। বাপেকে মাহিলী তালৈ বিশ টকা পঠিয়ায়। মই ইয়াতে নাম লেখাৰ কথা ৰজতে হয়তো জনোৱা নাই। মইনো কি লেখিম। এজনৰ টকাৰে দুজন পোহ-পাল যাবলৈ টান। ৰজতৰ চলাত কষ্ট হোৱা অনুভৱ কৰিলো। সি কিছু প্ৰকাশ নকৰে। মোৰ খৰচো দিয়ে। সি এটা গেঞ্জিও নিকিনা হ'ল। ফটা-ছিটা গেঞ্জিকে পিন্ধি থাকে। মোৰ বৰ চিন্তা হ'ল। তাৰ কাৰণে দুখো লাগিল। খাগৰিৰ লগত বগৰীও পোৱা যায়। কেইজনমান খ্ৰীষ্টান ছাত্ৰ আছিল। Y.A.M.A- ত থাকে। মোৰ ভাল চিনাকি। তেওঁলোকৰ মুখত শুনিলো খ্ৰীষ্টান ধৰ্ম ল'লে খ্ৰীষ্টান সমাজে পঢ়াৰ খৰচ দিয়ে। মই দুদিনমান Y.M.C.A-লৈকে গ'লে। গীৰ্জালৈকে অহা-যোৱা কৰি কথাটোৰ বুজ ল'লো। কথাটো সঁচা। মই খ্ৰীষ্টান হোৱাকে থিৰাং কৰিলো। ৰজতে এই কথা গম পাই ডাঃ হেম গাঙ্গুলীক মনে মনে জনালেগৈ। গাঙ্গুলী ছাৰে মোক মাতি নি কথাটো সঁচানে সুধিলে। মই সঁচা বুলি ক'লো। তেওঁ একেবাৰে জঁপিয়াই উঠিল। এইটো কেনেকৈ হ'ব পাৰে। তেওঁ বহুতো বুজালে। মই কিন্তু অলৰ-অচৰ। শিক্ষাৰ কাৰণে ধৰ্ম সলনি কৰিলে একো দোষ নহ'ব। ডাঃ গাঙ্গুলী মোৰ কথা শুনি ম্ৰিয়মান হ'ল। তেওঁ মোক

গধূলি ফুৰিবলৈ নিয়াৰ ছলেৰে ব্ৰাহ্ম-সমাজৰ অফিচলৈ লৈ গ'ল। চাৰি-পাঁচজন ভদ্ৰলোক তাত বহি আছিল। ডাঃ গাঙ্গুলীয়ে মোৰ সংকল্পৰ কথা ক'লে। তাতে এজনে পিছদিনা পুৱা মোক তেওঁৰ ওচৰলৈ যাবলৈ ক'লে। পিছদিনা তেওঁৰ ঘৰলৈ গ'লো। মেডিকেল স্কুলৰ নিচেই কাষতে তেওঁৰ ঘৰ। তেওঁ জুবিলি নেশ্যনেল হাইস্কুলৰ প্ৰধান শিক্ষক। নাম কিশোৰী মোহন বেনাৰ্জী। এম. এছ্. চি পাছ। স্বাধীনতা যুঁজাৰু। পিন্ধনত শুদ্ধ গাদী। তেওঁ মোক বহুতো শাস্ত্ৰৰ কথা ক'লে,। ধৰ্মান্তৰ যে মহাপাপ সেই কথাও বুজালে। শেষত ক'লে, "তুমি আজিৰ পৰা মোৰ তাতেই খোৱা-বোৱা কৰিবা।"

মই ক'লো, "তেতিয়াহ'লে মোক আপোনাৰ তাত কিবা কাম কৰিবলৈ দিব লাগিব। একো নকৰাকৈ খালে ভিক্ষান্ন যেন হ'ব।"

"তুমি কি কৰিব পাৰিবা?"

"মই আপোনাৰ পৰিয়ালৰ বজাৰ-বজা কৰি দিব পাৰিম।"

"তেতিয়া মোৰ পৰিবাৰ কৰ্মহীনা হ'ব। এজন ছাত্ৰৰ হতুৱাই পৰিয়ালৰ ঘৰুৱা কাম কৰালে আমাৰ দেশৰ কাম কৰাৰ অৰ্থ থাকিল ক'ত?"

সেই সময়ত ডাঃ গাঙ্গুলীৰ উপৰিও এগৰাকী মহিলা ওচৰতে থিয় হৈ আছিল। বেনাৰ্জীৰ পৰিবাৰ। বেনাৰ্জীয়ে আকৌ ক'লে, "আজিৰ পৰা তুমি আমাৰ পুত্ৰ হ'লা। তোমাৰ মা নাই বুলি কৈছা। সেয়া তোমাৰ মা। তেওঁ আজিৰ পৰা তোমাৰ অন্ন-বস্ত্ৰৰ ব্যৱস্থা কৰিব।"

"কথাবোৰ কোৱাৰ লগে লগে মহিলাগৰাকীয়ে মোক সাৱটি ধৰিলে। মুখে-কপালে হাত ফুৰাই মৰম কৰিলে। মই অভিভূত হৈ গ'লো। দুয়োকে ভৰি ছুই প্ৰণাম জনালো। আজি বেনাৰ্জী নাই। কিন্তু এই গৰাকী মোৰ পোষা মা মোৰ এতিয়াও আছে।" এইবুলি কীৰ্ত্তি ভিতৰলৈ গ'ল। এজাপ চিঠি আনি মোৰ আগত ৰাখি ক'লে, "এইবোৰ মোৰ মাই লিখা চিঠি। তই পঢ়ি চাব পাৰ। দুখনমান চিঠি পঢ়ি চালো। চিঠিবোৰৰ সামৰণিত লেখা আছে—'তোমাৰ মা'।"

"এইজনা মহিলা এতিয়াও আছে। সম্ভৱতঃ নব্বৈ বছৰৰ দেওনা পাৰ হৈছে। নাম সুধাংশু বালা। এজন ল'ৰা আৰু ছয়জনী ছোৱালীৰ মাক। পাকিস্থানত জন্ম হোৱাৰ লগে লগেই ঢাকা এৰি কলিকতাৰ বগুলা ব'ডত থিতাপি লয়। এতিয়াও তাতেই আছে।"

এই বেনাৰ্জী-পৰিয়ালৰ যত্নতে কীৰ্ত্তিয়ে '৪০ চনৰ মেডিকেল ব'ৰ্ডৰ পৰীক্ষাত ২য় স্থান অধিকাৰ কৰি উত্তীৰ্ণ হয়। বেনাৰ্জী-পৰিয়ালত আনন্দৰ সীমা নোহোৱা হয়। ঢাকাত থকা অসমীয়া ছাত্ৰসকলৰ বহুতকে মাতি নিজৰ ওচৰ-চুবুৰীয়াৰ উপস্থিতিত চাহ-জলপানেৰে আপ্যায়িত কৰাই বেনাৰ্জী-পৰিয়ালে

অহৈতুকী আনন্দ উপভোগ কৰিলে।

২৭ জানুৱাৰী।

কীৰ্তিৰ কোঠালিত ৰহিলোঁগৈ। সাজু হৈ কীৰ্তিয়ে সুধিলে, "সিদিনা কোনখিনিত এৰিলো ?"

"তই ডাক্তৰ হ'লি—আৰু তোৰ জীৱন-কাহিনী নুশুনো। এইখিনিকেহে মোক লাগে। ডাক্তৰ হোৱাৰ পিছত তোৰ মূল্য নোহোৱা হ'ল। মহাত্মাজীয়ে কৈছে: Joy lies in the attempt not in achieving it. মই এতিয়া তোৰ ভ্ৰমণ-কাহিনীৰ কথা শুনিব বিচাৰো।" কীৰ্তিৰামে ডাক্তৰ হৈ শেষত ভুবনেশ্বৰ বৰুৱাৰ সহকাৰীৰূপে কাম কৰে। তাতেই তেওঁ আন এজন সমাজকৰ্মী গুৰুপ্ৰসাদ বৰুৱাক লগ পায়।

এতিয়া সেইটো ডাঃ কনক বৰুৱাৰ অধীনত। কীৰ্তিয়ে এতিয়াও তাতেই কাম কৰি আছে। ডাঃ কনক বৰুৱাদেৱেও কীৰ্তিক অতি মৰম আৰু বিশ্বাস কৰে।

"তোৰ ভ্ৰমণ-কালত আটাইতকৈ মধুৰ সোঁৱৰণ কি কি? এই প্ৰায় ওঠৰ হেজাৰ মাইল চাইকেলেৰে ভ্ৰমণ কৰা কালত?"

"প্ৰশ্ন কৰোতেই টান কৰি প্ৰশ্ন কৰ। মধুৰ সোঁৱৰণ মানে—ক'ত কি ভাল লাগিল তাকেই সোধা নাই জানো?"

"অ' তাকেই সুধিছো। কোনে তোক উৎসাহিত কৰিলে? কাক লগ পাই বিশেষভাৱে ভাল লাগিল?

"প্ৰায় সকলোকে। মহৎ লোকসকলৰ কথাই সুকীয়া। মোৰ এই যাত্ৰাত তেওঁলোক দেৱতাস্বৰূপ। তথাপি তোক দুই-এজনৰ কথা কওঁ। পোনতে মই কলিকতাত লগ পোৱা ছাৰ জে.চি. বোসৰ কথাকে কওঁ। তেওঁৰ ওচৰলৈ গ'লো। তেওঁ মোক প্ৰথমতে তেওঁৰ বিজ্ঞানাগাৰ দেখুৱালে। পিছত তেওঁ মোক সুধিলে, "তুমি ভাৰতৰ ৰাস্তাৰ মেপ লগত লৈছানে?"

"নাই। মোৰ লগত ভাৰতৰ ৰেল-লাইনৰ মেপ এখনহে আছে।"

"নহয়, তোমাক এখন ৰাস্তাৰ মেপ লাগিব। তোমাৰ বহুত সুবিধা হ'ব।" এইবুলি তেওঁৰ লগতে কাম কৰা এন.চি. নেওগীক পঠাই তেতিয়াই All India Route Map অনাই দিয়ালে। এইখন Survey of India, 13 Wood street, Calcutta ৰ প্ৰকাশ হোৱা। মোক কাষতে বহুৱাই মেপ চোৱাৰ প্ৰণালীও দেখুৱাই দিলে। সঁচাকৈয়ে এইখনে ভ্ৰমণৰ কালত বৰ সহায় কৰিলে। আৰু ভাই মাদ্ৰাজৰ দুজন বৰ ঋষিতুল্য লোকক লগ পাইছিলো। শ্ৰীনিবাস আয়েঙ্গাৰ আৰু সত্যমূৰ্তি। এই শ্ৰীনিবাস আয়েঙ্গাৰে ১৯২৬ চনৰ গাৱুু কংগ্ৰেছৰ সভাপতিত্ব কৰিছিল। মোক অসমৰ পৰা অহা বুলি শুনিয়েই তেওঁ মোক সাবটি ধৰিলে। ক'লে,

"মোক অসমৰ ৰাইজে অভ্যৰ্থনা কৰি ধৰ্ণী কৰি থৈছে। আজি গোটেই অসমৰ ৰাইজক মিবলগীয়া মৰমখিনি তোমাকেই দিছো।" সিদিনাৰ বাবে তেওঁৰ তাতে থাকিবলৈ দিলে। একেলগে বহি খোৱা-বোৱা কৰিলে। হৰিজনৰ অৱস্থাৰ বুজ ল'বলৈ ভাৰত-ভ্ৰমণ কৰিছো বুলি শুনি তেওঁ বৰ প্ৰশংসা কৰিলে। মোৰ অটোগ্ৰাফত থকা ফুকনৰ কথাখিনি তেওঁ বাৰে বাৰে পঢ়িলে। ফুকনৰ কথাও সুধিলে। কৰ্মবীৰ বৰদলৈৰ পৰিয়ালৰ কোনে ক'ত আছে বুজ ল'লে। আহিবৰ সময়ত এটি লেফাফা মোৰ নাম লেখিয়েই মোৰ হাতত দিলে। বাটত খুলি চাই দেখো তাত পোন্ধৰ টকা আছে। সেইখিনি টকা আৰু মোৰ হাতত থকা অলপ ধনেৰে এটি কেমেৰা কিনি ল'লো। সত্যমূৰ্ত্তিয়েও ঠিক প্ৰায় তেনে ধৰণেই মোক আদৰ-সাদৰ কৰিলে।

মই ইমানতে সামৰিব বিচাৰি আকৌ নতুন প্ৰশ্ন কৰিলো। "বাৰু, তই এই ভ্ৰমণ-কালত ক'ৰবাত বিপদত পৰিছিলিনে?"

"সৰু সৰু বিপদত বহুবাৰ পৰিছো। কিন্তু তেনে বিপদ সকলোৰে জীৱনত ঘটে। যেনে টকাৰ অভাৱ, চিনাকি মানুহৰ অভাৱ এনে ধৰণৰ। চাওঁ চাওঁ ডায়েৰীখন ক'ত? সেইখন লুকাই ৰাখিছ কিয়? সঁচা কথা, মই কীৰ্ত্তিৰ পৰা ছেগ বুজি ডায়েৰীখন আঁতৰাই থৈছিলো। কিয়নো ডায়েৰীখন হাতত পৰিলেই কীৰ্ত্তি আজিৰ কীৰ্ত্তি হৈ নাথাকে। চল্লিশ বছৰৰ আগৰ কীৰ্ত্তিটো হৈ পৰে। ডায়েৰীখন উলিয়াই দিলো। পাত লুটিয়াই কীৰ্ত্তিয়ে দেখুৱালে "এইয়া চা।" গোৱালিয়ৰ। ডায়েৰী পাতৰ ১৭ আগষ্ট '৩৫ চন। শনিবাৰ। শিৰোনামাত লেখিছে Forest। পঢ়ি চালো। সেইদিনাৰ ডায়েৰীত এটি নতুন কথা দেখিলো। কীৰ্ত্তিয়ে ভগৱানক সুঁৱৰিছে—Oh God. Save me! প্ৰায় তিনিপাত লেখিছে কীৰ্ত্তিৰ ইংৰাজীত। সি নিজেই কয়, "এই ইংৰাজী Row & Webb ৰ Grammarএ ঢুকি নাপায়। Chambers Dictionary ইয়াৰ কায চাপিব নোৱাৰে। ই মোৰ নিজস্ব।"

"সেইদিনা ভাই জীৱনৰ আশা এৰিছিলো। কলিকতাৰ হৰেন কলিতালৈ এখন চিঠি লেখি মোৰ বেগত সুমুৱাই থৈছিলো। আৰু এখন লেখিছিলো—জাননীৰূপে। যদি কোনো সদাশয় লোকে মোৰ মৃতদেহ দেখা পায়—তেওঁ যেন মোৰ চাইকেলখনৰ বিনিময়ত এই ঠিকনাত লেখা চিঠিখন আৰু বহী দুখন ডাকযোগে পঠায়।"

"সিদিনা পুৱা সাত বজাত গোৱালিয়ৰ এৰিলো। শিৱপুৰীলৈ বুলি। দূৰত্ব মাথোন ৭২ মাইল। মোৰ কাৰণে একো দূৰ নহয়। ভাবিলো আবেলি চাৰি-পাঁচমান বজাতে পামগৈ। কিন্তু সিদিনা মোৰ প্ৰতি বিধি বাম। সাতপুৰা পৰ্বতৰ মাজেৰে যাব লাগে। খলা-বমা ৰাস্তা মাজে মাজে বৰ বৰ শিল।

উঠা-নমা আছেই। চাইকেল চলোৱা দুঃসাধ্য। মই উঠাতকৈ চাইকেল বেছিভাগ মোৰ কান্ধত উঠিছে। দুপৰীয়া বাৰমান বাজিল। মিটাৰ চাই দেখো মাত্ৰ ১৫ মাইলহে আহিছো। এনেতে ধূলিৰ ধুমুহা বৰলৈ ধৰিলে। আকাশ ধূঁৱলি-কুঁৱলি হৈ আহিল। ক'লা মেঘে ছানি ধৰিলে। বিজুলি-ঢেৰেকনি মাৰিবলৈ ধৰিলে। ধাৰাসাৰে বৰষুণ পৰিল। একোকে নেদেখা হ'লো। হাবিৰ মাজতে এন্ধাৰ হ'ল। বন্য জন্তুৰ মাত শুনিবলৈ পালো। অচিনাকি ঠাই। নৰ-মনিচৰ সমাগম নাই। জীৱনৰ আশা এৰিলো। তলত থকাটো বিপদজনক। সেয়ে চিঠি আৰু জাননী লৈখি এজোপা বৰ গছত উঠিলো। বট গছ। গছত বা আকৌ কি আছে? সাপৰ কথা মনলৈ আহিল। তথাপি মৰণত শৰণ দি গছত উঠিলো। লগত থকা বচিৰে গাটো ডালকৈ গছত বান্ধি ল'লো। সকলো বস্তু গছৰ তলতে থলো। কেৱল টৰ্চ, দিয়াচলাই আৰু ভেগাৰখন লগত ল'লো। ঘড়ী চাই দেখো তেতিয়াও ন বাজিবলৈ দহ-বাৰ মিনিট বাকী আছে। লগত খোৱা বস্তুও নাই। বটলৰ পানীখিনিও শেষ হ'ল। ভাগৰত শৰীৰ অৱশ হৈ পৰিল। একোবাৰ এনেকৈ বতাহ বলে ধৰে যেন সহস্ৰ হাতীয়ে হিল-দল ভাঙি মোৰ ফালে খেদি আহিছে। বৰষুণৰ পানী ধাৰাসাৰে শৰীৰত পৰিছে। ভাবিলো ঠাণ্ডা লাগিলেই হয়তো আজি মৰি থাকিম।"

"লেখক হ'লে সেইদিনাৰ ভাবধাৰা জুকিয়াই লেখিলে এখন মহাভাৰত হ'ল হয়। তথাপি মই সেইদিনাৰ অভিজ্ঞতাৰ কথা এই তিনিপাত লেখিছো।"

"তাৰ পিছত? কিবা জন্তু-জানোৱাৰ দেখিছিলেনেকি?"

"নাই, ৰাতিটো একো নাই। ভয়ৰ মাজে কিন্তু প্ৰত্যেক মুহূৰ্ততে মোক শি বিব্ৰত কৰি তুলিছিল। পুৱা ধল-ফাট দিয়াৰ লগে লগেই গছৰ পৰা নামি আগ বাঢ়িলো। কিন্তু কি দুৰ্গম বাট। মাজে মাজে বন গছ। কিনকিনিয়া বৰষুণ পৰি আছে। পিছল। চাইকেল ঠেলি ঠেলি আগ বাঢ়িলো। অকোঁৱা-পকোৱা পাহাৰীয়া আলি। এবাৰ এটা কেঁকুৰি ঘূৰি চাওঁ—সমুখত এটা বাঘ। এটা এঙামুৰি মাৰি বাটতে বহি আছে। মই থৰ হৈ ৰ'লো। অলপ দূৰত দেখিলো গছ-লতাবোৰ কিবা ধৰণে লৰিছে। ভাবিলো বনৰীয়া জন্তুৰ পাল। এতিয়া সিহঁতেও আগুৰি ধৰিবহি। কিন্তু আচৰিত হ'লো। ছয়জন মানুহ। কান্ধত টোপোলা। দুটাৰ হাতত বন্দুক। হাবি ভাঙি আলিত উঠিছে। লগে লগে ভীষণ আৱাজ কৰি বাঘটো হাবিলৈ জাঁপ মাৰি গুচি গ'ল। মানুহকিজনে কিন্তু মোক আগুৰি ধৰিলেহি। মোৰ বেহৰূপ চাই দুই-এজনে 'ডাকু' বুলি মন্তব্য কৰিলে। এজন-দুজনে হয়তো অলপ পঢ়া-শুনা জানে। কিন্তু সিহঁতৰ ভিতৰত হোৱা কথাৰ পৰা একো বুজিব নোৱাৰিলো। মই চাইকেলৰ আগত বান্ধি ৰখা ফলকখন দেখুৱালো। এজনে বৰ মনোযোগেৰে চালে। শেষত

বায় দিলে 'টুৰিষ্ট'। সিহঁতৰ দুজনমানে মোক পুলিচৰ মানুহ বুলিও সন্দেহ কৰিছিল যেন অনুমান হ'ল। এজনে মোৰ জেপ খানাতালাচ কৰিলে। পাঁচ টকা ছয় অনা ওলাল। এই ভুল ভঙাত মোৰ সতে অলপ ধেমালি-ধুমুলাও কৰিলে। এজনে মোক এটা টকাও যাচিলে। মই হাত-যোৰ কৰি মাফ খুজিলো। সিহঁতে হাত জোঁকাৰি মোক বিদায় দিলে। শিৱপুৰী পাই জানিলো—ওচৰৰ গাঁৱত যোৱা নিশা ডকাইটি হৈছে। হয়তো এইকেইজন সেই ডকাইতেই আছিল।" সিদিনা, সিমানতে কীৰ্ত্তিক এৰি ঘৰলৈ উভতিছো।

গধূলি সাত বাজি গ'ল। ঘৰলৈ খোজ ল'লো। ৰেলৰ লাইন পাৰ হৈ কিছু দূৰ আগ বাঢ়িছো। বিজুলী সৰবৰাহ বন্ধ হ'ল। গোটেই গুৱাহাটী অন্ধকাৰ হৈ পৰিল। কীৰ্ত্তিৰ সাতপুৰাৰ অৰণ্যৰ কথা ভাবি ভাবি চহৰৰ জন-অৰণ্যৰ মাজেৰে খুপি-খুপি এন্ধাৰৰ মাজেদিয়েই ঘৰ ওলালোহি।

৫ ফেব্ৰুৱাৰী।

কীৰ্ত্তিৰ ঘৰ পালোগৈ। কীৰ্ত্তিয়ে হাঁহি ক'লে, "তই নিশ্চয় শুনি ৰং পাবি। মই মোৰ ভ্ৰমণ-কাহিনী লেখা আৰম্ভ কৰিছো। এতিয়া দহ-বাৰ পাত লেখা হৈছে।" এইবুলি লেখা বহীখন আনি দেখুৱালে। পঢ়ি চালো। তাক উৎসাহ দিলো। সি মোক মাজে মাজে আহি তাৰ লেখাখিনি চাই দিবলৈ অনুৰোধ কৰিলে—মই কথা দিলো।

কীৰ্ত্তিক ক'লো, "তোক বৰ আমনি কৰিলো। আজি দুটা প্ৰশ্ন লৈ আহিছো। সেই দুটা হ'লেই মোৰ কাৰণে যথেষ্ট হ'ব।" এইবুলি সময় অপব্যয় নকৰি সুধিলো, "তোৰ বাৰু পথ-প্ৰদৰ্শক হেম গাঙ্গুলী নে কিশোৰ মোহন বেনাৰ্জী?"

"তেওঁলোক নহয়। মোৰ পিতা। পিতাই যদি সিদিনা বালিসত্ৰৰ পথাৰত মোক কাটিবলৈ দা নোজোঁকাৰে ইমানদিনে হয়তো মই তাতেই আধি-চুকানি খাই জীৱন-নিৰ্বাহ কৰিব লাগিলহেঁতেন। আৰু এজন আছে। সেই ছোৱালীজনী। মাইনাৰত পঢ়া ছোৱালীজনী। যিজনাৰ মই নাম-ধামকে নাজানিলো। পিছত বিচাৰি উলিয়াবও নোৱাৰিলো। সেই ছোৱালীজনী। সেইগৰাকী ছোৱালীয়ে সিদিনা শত্ৰুৰূপে মিত্ৰৰ কাম নকৰা হ'লে হয়তো মই সেই স্কুলৰে চকীদাৰ হৈ আজি পেঞ্চন খাই ঘৰ চলাবলগীয়া হ'লোহেঁতেন। আজিও তেওঁলোকৰ কথা শ্ৰদ্ধাৰে সোঁৱৰণ কৰোঁ। মাই সৰুতে মৰিল। মাইৰ আত্মাই হয়তো সুদূৰ ঢাকাত সুধাংশুবালা বেনাৰ্জীৰ হিয়াত থিতাপি লৈ মোক হেৰোৱা মাতৃৰ মৰম কলহ ভৰাই দিলে।"

সোঁৱৰণিৰ সোঁতত উটি কঠুৱা, কৰ্কশ কীৰ্ত্তিৰ চকু চলচলীয়া হ'ল। মোৰ মনটোও গধুৰ হ'ল। মই থমকি ৰ'লো।

কীৰ্তিয়ে আকৌ ক'লে, "আৰু এটা প্ৰশ্নৰ কথা কৈছিলি নহয়। কি কছোন।"

"তই যাৰ ভ্ৰমণ-কালত কোনোবা টুৰিষ্টক লগ পাইছিলিনে? আৰু তই অসমৰ প্ৰথম চাইকেল টুৰিষ্ট হয়নে?"

"পাইছিলো। বেছিভাগ ঘৰমুৱা হোৱা টুৰিষ্ট। বহুতে অঞ্চল বিশেষতহে ভ্ৰমিছে। যেনে পশ্চিম অঞ্চল, দাক্ষিণাত্য, কাশ্মীৰ বনাঞ্চল। এনে ধৰণৰ। এজন জাৰ্মান টুৰিষ্টক পাইছিলো। ভ্ৰমণ-কালত নহয়—ঢাকাত পঢ়া সময়ত। তাৰ লেখা মোৰ অটোগ্ৰাফত আছে।" এইবুলি জাৰ্মান টুৰিষ্টৰ লেখা দেখুৱালে। লেখাখিনি সহজে বুজিব নোৱাৰি। আখৰ ধুনীয়া কিন্তু বৰ পাক থকা। বহুপৰ যত্ন কৰি পঢ়িলো। লেখিছে,

I wish you the Seam (same) good as I wich (wish) myself. It was great plesure (pleasure) to meet you; as a College (Colleague) and wanderbrother.

Veutteiuz P. Lappeuberger<br>
J.D.A.F.F.<br>
Munich, Germany,<br>
The German Tourist<br>
by Rocbberfoot, 9.8.36

"সেইদিনা ঢাকাৰ জুবিলী হলত এইজন জাৰ্মান লোকে বক্তৃতা দিব। মোকো মাতিলে। গ'লো। মোক ভাৰত-ভ্ৰমণকাৰী পৰ্যটকৰূপে চিনাকি কৰি দিলে। সভাত মোক মুখ্য অতিথিৰূপে ঠাই দিলে। তেওঁ ২০।২৫ মিনিটমান বক্তৃতা দিলে। কথাবোৰ আমাৰ তাহানিৰ প্ৰিন্সিপাল চুদমাৰ্চনৰ দৰে। ভুকভুকাই কথা কয়। নাকে-মুখে সমানে মাত ওলায়। বক্তৃতা আনে কিবা বুজিলে নে নাই নাজানো। মই হ'লে একো বুজি নাপালো। তেওঁ ঢাকাত দুদিন আছিল। সেই দুদিন পুৱাৰে পৰা ৰাতিলৈকে তেওঁ মোৰ লগ এৰা নাছিল। চহৰখন দেখুৱাবলৈ লগত লৈ ফুৰিছিল। তেওঁ যিমান দূৰ পাৰে ইংৰাজীতে কয়। কিন্তু মোৰ ইংৰাজী আৰু তেওঁৰ ইংৰাজী একেই। মই কওঁ কামৰূপীয়া ইংৰাজী—তেওঁ কয় জাৰ্মান ইংৰাজী। কেনেকৈ বুজ। মই তেওঁক কিবা অলপ লেখি দিবলৈ ধৰিলো। পোনতে নেলেখে। মোক লেখিবলৈ ক'লে। তেওঁৰ এখন বৰ ধুনীয়া অটোগ্ৰাফ আছিল। ডাঙৰ। বহু কথা টুকি ৰাখিছে। সিহঁতৰ ভাষাত। কাগজবোৰ বৰ সুন্দৰ—পিছল একেবাৰে। মই মোৰ বহীখন

খুলি মালব্যজীৰ কথাখিনিকে লেখি মোৰ নাম-ধাম লেখি দিলো। এইবাৰ সিও লেখিলে। বগা-জগা মানুহ। একেবাৰে লাল। তেওঁ যে ভালদৰে ইংৰাজী নাজানে জনা নাছিলো। পিছত বুজিলো তেওঁৰ ইংৰাজীতো কোনো গ্ৰামাৰ-ডিক্সনেৰি নাই। আখৰকেইটা দেখিছ। আখৰকেইটা দেখিয়েই মানুহজন কিমান ডাঙৰ ধৰিব পাৰি নহয়নে? চাৰে ছয়-সাত ফুটমান ওখ। এওঁলোকৰ কপি-বুক বা আছে নে নাই। দেখিছনে তেওঁৰ আখৰৰ পাক।" এইবুলি কীৰ্ত্তিয়ে প্ৰাণখুলি হাঁহিবলৈ ধৰিলে।

"বুজিছ, সি মোক ঘুটমুটীয়া দেখি ভাবিছিল মোক সহজে 'কাবু' কৰিব পাৰিব। এৰা-এৰি হোৱাৰ সময়ত হেণ্ডচেক কৰাৰ ছলেৰে খুব জোৰে হেঁচা মাৰি দিলে। ময়ো শিকলি ছিঙা, লুইতৰ পাৰৰ ডেকা। দিলোঁ এটা পেচেৰে টিপা মাৰি। তেওঁ হাঁহি হাঁহি কিবা ক'লে। চুৱাঁজ চুৱাঁজকৈ চিঞৰি চিঞৰি চাইকেল চলাই ঢাকা এৰিলে। মই একো বুজিব নোৱাৰিলোঁ। সিনো কি ক'লে তাকে ভাবি ভাবিয়েই হোষ্টেললৈ উভতিছোঁ। পিছত কথাটো বুজিলোঁ—তেওঁ মোক ভাৰতীয় ভাষাত 'চাব্বাছ' ক'লে। হাঁহি হাঁহিয়েই হোষ্টেল সোমালোঁহি।

"তই আৰু এটা প্ৰশ্ন সুধিছ। জটিল প্ৰশ্ন। সঠিক উত্তৰ দিব নোৱাৰিম। চাইকেলেৰে ভাৰত ভ্ৰমণ কৰা ময়েই প্ৰথম অসমীয়া বুলি মই দাবী কৰিব নিবিচাৰো। মই তাহানি '৩৫ চনতে ভ্ৰমণ কৰিলোঁ। মই এই দুখন (ডায়েৰী আৰু অটোগ্ৰাফ) বহী ভালদৰে নৰখা হ'লে মই দেখোন ঘৰৰ মানুহকে সেই কথা পতিয়ন নিয়াব নোৱাৰিলোঁহেঁতেন। মই লগতে বাতৰি কাকতৰ টুকুৰাবোৰো জুকিয়াই ৰাখিছোঁ। তেও এটা প্ৰমাণ আছে। যদি কোনোৱে মোৰ আগতে ভ্ৰমণ কৰি এনে একো প্ৰমাণ নাৰাখিলে তেন্তে? দেশভক্ত ফুকন আৰু সাহিত্যিক নগেন্দ্ৰনাৰায়ণ চৌধুৰীয়ে অৱশ্যে সেইদৰে লেখিছে। মই সেই গৌৰৱ ল'ব নিবিচাৰো। মোৰ পিছত কমলনাৰায়ণ চৌধুৰী আৰু সুৰেশ দাসেও ভ্ৰমণ কৰাৰ কথা মই জানো। সেই বাতৰিও মই যুগুতাই ৰাখিছোঁ। চা এইয়া।"

বাতৰিটি পঢ়ি চালোঁ। গুৱাহাটীৰ পৰা খলিলৰ ৰহমানে পৰিবেশন কৰিছে।

মই বিদায় ল'বলৈ বিচাৰিলোঁ। সি তাৰ পৰিবাৰ ননী বৰুৱা, কন্যা জয়ন্তী আৰু সৰু ল'ৰা কৰিদক মাতি আনিলে। মাজু ল'ৰা কামদ তেতিয়া ফাৰ্মাচীত। বৰ ল'ৰা কামাখ্যা দিল্লীত। কামাখ্যাও ডাক্তৰ। নিউৰলজীৰ ডি,এম. ডিগ্ৰী লৈ এতিয়া দিল্লীতে G.B. Pant. Hospital ত কাম কৰি আছে। কামাখ্যা এজন লেখকো। আলোচনী আৰু বাতৰি কাকতত ইতিমধ্যে বহুতো

গল্প-প্ৰবন্ধ লেখিছে। তেওঁ লেখা 'বিচিত্ৰ মূৰ্তি' পুথি ছপা হৈ ওলাইছে। পঢ়ুৱৈ সমাজৰ আদৰো পাইছে। কামাখ্যা বিবাহিত। পত্নীৰ নাম সবিতা বৰুৱা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক ড° নৰহৰি দাসৰ ছোৱালী। শিক্ষিতা—এম.এ পাছ।

মই সকলোকে প্ৰণাম জনাই বিদায় ললোঁ। পদূলি এৰি আলিত উঠিছোঁ। বাৰাণ্ডাৰ পৰাই জয়ন্তীয়ে চিঞৰিলে, "খুড়া, আকৌ আহিবদেই।"

ময়ো "নিশ্চয় আহিম" বুলি কথা দি ঘৰমুৱা হ'লোঁ।

# মছেন চাংমা

॥.....মোৰ মাইকীয়ে কি নাচিব, বুঢ়ী হৈছে। দুটা আপাচানা আছে। গাভৰু আপিয়ে নাচিলেহে হাউচ লাগিব। চাব ভাল হ'ব......॥

মছেন চাংমা। ঘাই ঘৰ গোৱালপাৰাত। এতিয়া ১৫।১৬ বছৰ কাল পানীখাইটীত বসতি কৰি আছেহি। পানীখাইটীত তাৰ বায়েকৰ ঘৰ। সেই সূত্ৰেই ইয়ালৈ আহি ইয়াত বসতি কৰিছেহি। বয়স ২৭।২৮ বছৰমান হ'ব। দেখাত ধুনীয়া। হাত-ভৰিবোৰ বৰ নিপোটল। কলাফুল আঠীয়া কলৰ গুৰিটোৰ দৰে। চকুকেইটা বৰ উজ্জ্বল। মুখত সদায় হাঁহি। নহঁহাকৈ সি কথা নকয়। পানীখাইটীৰ পৰা ভাৰ কঢ়িয়াই আনি গুৱাহাটীৰ বিভিন্ন ঠাইত সি কাঠ-কয়লা বিক্ৰী কৰে। এই আপাহতে মছেনৰে মোৰ চিনাকি। আমাৰ ঘৰতো সি কয়লা যোগায়। আজি বহু দিনৰ পৰা।

আহিলে মছেনে মোক লগ নধৰাকৈ নাযায়। বহু ধৰণৰ কথা পাতে। কথা-প্ৰসঙ্গতে এদিন সি সুধিলে ঃ

"তই বোলে মন্ত্ৰী?"

"কোনে ক'লে?"

"মই শুনিছো।"

"আছিলো—এতিয়া নহয়।"

"মই আৰু মন্ত্ৰীৰ ঘৰত কয়লা দিওঁ। কিন্তু মন্ত্ৰীবোৰে কথা নাপাতে। সেয়ে সুধিলো। পিছে মন্ত্ৰীৰ নো কি কাম?"

"দেশখন চলাব লাগে।"

"গাড়োৱান?" "গাড়ীৰ গাড়োৱানৰ দৰে। মন্ত্ৰীয়ে বহুত টকা পায় নেকি?"—এনেবোৰ প্ৰশ্ন মোক সোধে—বং-ৰহইচ কৰে। গীত শুনি সি

ভাল পায়। এদিন সুধিলে, "তইঁতৰ ৰেডিঅ' আছে নে নাই।"

মই ট্ৰেনজিষ্টাৰ এটা আনি দেখুৱালো। সি লিৰিকি-বিদাৰি চালে। ক'লে—আমাৰ গাৱঁত দোকানী বাবুৰ এটা আছে। গধূলি তাত বহি কেতিয়াবা কেতিয়াবা গীত শুনো। তোৰটোতকৈ বহু ডাঙৰ। লৈ ফুৰিব নোৱাৰি। তোৰটো পালে মই পাহাৰলৈ কাঠ অনাবলৈ যাওঁতে লৈ গ'লোহয়। তাত বহি বহি গীত শুনিলোহয়।

সি এমোকোৰা হাঁহিৰে জঁপিয়াই উঠিল।

"মোৰ মাইকীয়ে কি নাচিব। বুঢ়ী হৈছে। দুটা আপাচানা আছে গাভৰু আপিয়ে নাচিলেহে হাউচ লাগিব। চাব ভাল হব।" মছেনৰ শিল্পীমনৰ চিনাকিয়ে মোক আনন্দ দিয়ে।

আজি কেইদিনমানৰ পৰা মছেনৰ দেখাদেখি নাই। সি আহিব বুলি বাট চাওঁতে কয়লাও শেষ হ'ল। কালিৰ পৰা গেচো নাই। গেচৰ বজাৰ কিনোতাৰ নহয়—বেচোতাৰ। মন গ'লে দিয়ে। কিনোতাৰ কোনো হক নাই। অসুবিধাত ভুগিছো। আন ঠাইলৈকো পুৱাতেই বিচাৰি পঠাইছো। নাই মছেনৰতো দেখা-দেখি নায়েই—কোনো কয়লাভাৰীকেই দেখা নাযায়।

৮ নবেম্বৰ ১৯৮১ চন। পুৱা বিছনাতে আছো। জুইৰ কাৰণেই চাহৰ যোগাৰত লেহেম হৈছে। বাহিৰত "বাবু বাবু"কৈ চিঞৰা শুনিলো। ল'ৰাজনে আহি ক'লে—কয়লাৱালা আহিছে। শোৱা-পাটিৰে পৰাই গোটেইখিনি ৰাখিবলৈ হুকুম দিলো। ল'ৰাজনে আহি মোক মছেনে মাতিলে বুলি ক'লেহি। ওলাই গ'লো। সঁচাকৈয়ে মছেন আহিছে। তাক আজি বৰ ৰুক্ষ দেখিলো। কিয়? কি হৈছে—অসুখ হৈছেনেকি? ইমান দিন অহা নাই যে। আমাক মাৰিব খুজিছ?

"ইহ, আমাৰ কি হৈছে জান জানো। আজি ১৫।২০ দিনে গাঁৱত হাতী আহিছে। বোন্দাত দুজন মানুহ হাতীয়ে লঠিয়াই মাৰিলে। ৰাতি গাঁও পায়হি। ওৰে ৰাতি হাতী ৰখি বহি থাকো। টোপনি নাই। তাকে ক'বলৈ আহিলো। তোলৈ দুবস্তাহে আনিছো। আৰু কয়লা দিব নোৱাৰিম। কয়লা ওলোৱা ঠাইত হাতীয়ে গছকিছে। পাগলা মাখনা। লগত এজাক চাহান।"

"ফৰেষ্ট বিভাগে একো কৰা নাইনেকি?"

"কি কৰিব পলাই ফুৰিছে। কোন মৰিব যাব। এই দুবস্তা পুৰণি কয়লা তোৰ অসুবিধা হয় বুলি আনিছো। এতিয়াৰ পৰা শিলঙৰ কয়লা কিনি লবি। শিলপুখুৰীতে পাবি। আমাৰ ফালৰ কয়লা বন্ধ হৈ গৈছে। তাকে ক'বলৈ আহিলো।"

"সেই দুবস্তাও দি যা।"

"নিদিও দে। বুঢ়ীমাইক দিব লাগিব। তোৰতো খৰি লুৰিব পৰা ল'ৰা আছে। বুঢ়ীমাইৰ নাই। এজনী আপি চানা আছে। বৰ দিগদাৰ হৈছে কিজানি। বহুত দিনৰ পৰাই কয়লা দিওঁ। আজি বুঢ়ীমাইকো কৈ আহো।"

মহেন গ'লগৈ। তাৰ সততা আৰু সৰলতাত মোহিত হ'লো। ভিতৰলৈ আহি ফুকনলৈ (বীৰেন ফুকন) ফোন কৰি হাতীৰ উপদ্ৰৱৰ বিষয়ে ক'লো। ফুকনে বিভাগৰ পৰা কোনো তৎপৰতা লোৱা নাই বুলি আক্ষেপ কৰিলে। মই বিভাগৰ নিষ্ক্ৰিয়তাত আচৰিত হ'লো।

৯ নবেম্বৰ ১৯৮১ চন। গধূলি প্ৰকাশন পৰিষদৰ বঁটা-বিতৰণী সভালৈ গ'লো। সাহিত্যিক মহিম বৰাক বঁটা প্ৰদান কৰিব। মুখ্য সচিব ৰমেশ চন্দ্ৰই সভাপতিত্ব কৰিব। ফুকনকো মাতিছে। যুগল দা আৰু মই ফুকনৰ গাড়ীৰেই সভালৈ গ'লো। নিৰ্দ্ধাৰিত সময়ৰ আগে আগে সভাঘৰ পালোগৈ। সভাঘৰ নিমন্ত্ৰিত লোকেৰে ভৰি পৰিছে। উদ্বোধক অতুল হাজৰিকা, নিৰ্দিষ্ট বক্তা বিজয় ভাগৱতীও আহি বহি আছে। মুখ্য সচিব আহি পোৱা নাই। ২০ মিনিট সময় উকলি গ'ল। উদ্যোক্তাসকলৰ উচপিচনি অনুভৱ কৰিলো। শেষত প্ৰকাশন পৰিষদৰ সচিব চন্দ্ৰপ্ৰসাদ শইকীয়াই সভাত সভাপতিত্ব কৰিবলৈ মোক আহ্বান কৰি প্ৰস্তাৱ আগবঢ়ালে। ৰীতি মতে সমৰ্থনো হ'ল। সভাপতি হ'লো। সভাৰ কাম আৰম্ভ হ'ল। প্ৰায় এঘণ্টামানৰ পিছত মুখ্য সচিব আহি ওলালহি। সকলো কামৰ সামৰণি পৰিল। মুখ্য সচিবকো দুআষাৰ ক'বলৈ অনুৰোধ জনালো। সভাপতিৰ ভাষণ দিবলৈ থিয় হৈ প্ৰকাশন পৰিষদে ছপোৱা 'হস্তিবিদ্যাৰ্ণৱ'খনৰ কথা মনত পৰিল। লগে লগে মহেনৰ কৰুণ ছবিটো মোৰ আগত ভাঁহি উঠিল। তাকে আলম লৈ গুৱাহাটী পৌৰ নিগমৰ এলেকাৰ মাজতে বনৰীয়া হাতীয়ে গছকি মানুহ মৰাতো চৰকাৰ নিষ্ক্ৰিয় হৈ থকাৰ কথাও ক'লো। সভা জল-যোগেৰে শেষ হ'ল।

১২ নবেম্বৰ '৮১ চন। দুপৰীয়া ১২-৩০ মান বজাত মদ নিবাৰণী পৰিষদৰ কাৰ্যালয়ত বহি আছো। লগত ফুকন আৰু মাণিক দাস। ফুকনৰ ঘৰৰ পৰা ফোন আহিল। দ্বীপেন ফুকনে কৰিছে। হাতী মাৰা আৰু হাতী ধৰাৰ কাৰণে ডি. এফ. অ' ফুকনৰ ঘৰ পাইছেহি। ফুকনে ফোনতে কথা হ'ল। ফুকনে হাতী ওলোৱা ঠাইলৈ যাবলৈ ডি. এফ. অ'ই লগ ধৰিছে বুলি ক'লে। আমি আটায়ে উঠিলো। ফুকনে বাটত ক'লে, "আপোনাৰ হস্তিবিদ্যাৰ্ণৱ আৰু হাতীৰ উপদ্ৰৱৰ কালিৰ ভাষণে নিশ্চয় কাম দিছে।" মই ঘৰত নামি ফুকনহঁতক বিদায় দিলো।

১৪ নবেম্বৰ '৮১। আবেলি তিনিমান বাজিছে। ফুকন আৰু মাণিক দাস ওলালহি। বোন্দালৈ যাব। ৰাতি হাতী চিকাৰ কৰিব। লগ ধৰিলে।

মই নগ'লো। মাখিকে মাৰিব নাজানো—মিছাতে হাতী মাৰিবলৈ গৈ হাঁহিয়াতৰ পাত্ৰ হওঁ কিয়? ফুকনক শুভেচ্ছা জনালো। ফুকনে ক'লে, "দ্বীপেনে মাৰিব, বুঢ়া হৈছো। সি স্কুটাৰ লৈ গৈছেই।" দ্বীপেন ফুকনৰ সক ল'ৰা।

তেওঁলোক হাতী চিকাৰলৈ বুলি গ'লগৈ। ললিত ড্ৰাইভাৰে গাড়ী এৰি দিলে। বোন্দা অভিমুখে হাতী চিকাৰী ফুকন তীৰবেগে গ'লগৈ।

১৫ নবেম্বৰ '৮১। পুৱা ৬ বাজিছে। মাণিক দাসে ফোন কৰিছে। যোৱা কালি গধূলিতে দ্বীপেনে গাঁৱৰ মাজতে হাতীটো গুলীয়াই মাৰিলে। মহেনলৈ মনত পৰিল। সিহঁতে আৰু ৰাতি টোপনি যক্ষিব নালাগে। ডেকা চিকাৰী ফুকনলৈ তেতিয়াই অভিনন্দন জনালো।

১৭ নবেম্বৰ '৮১। ফুকনে লগ ধৰিলে মৰা হাতী চাবলৈ। সম্মতি জনালো। তিনিমান বজাত ফুকন আৰু মাণিক দাসেৰে বোন্দালৈ গ'লো। মৰা হাতীটো চাবলৈ। মৰা হাতীটো হেনো লাখ টকা। দূৰৰ পৰা ভীমকায় হাতীটো পৰি থকা দেখিলো। এজাক শগুণে বেৰি আছে। বৰ ভোজ খাতিছে। বতাহত ভেকেচা-ভেকেচ গোন্ধ পালো। হাতীটো গোন্ধাইছে। শগুণ খেদি খেদি ফুকন আগুৱাই গ'ল। মোৰ আৰু আগুৱাবলৈ সত নগ'ল। দূৰৰ পৰাই চিঞৰিলো। "ভৰিৰ তলুৱাকেইখন চাবচোন ফুকন।" সকলো চাই ফুকন উভতিল। "নিমখ বৰ কম দিছে। গলিবলৈ বহু সময় লাগিব। ভৰিৰ তলুৱাকেইখন কিয় চাব দিছিল? এখনৰ তলুৱা পোৱা যেন দেখিলো।" মই মহেনৰ কথা ক'লো। কয়লাৰ জুইত ভৰি দিয়াৰ কথা। তাত গাৰো ফান্দিক পালো। খাটিয়া মাউতক পালো। গাঁৱৰ ল'ৰা-ছোৱালীবোৰ আমাৰ গাড়ীৰ ওচৰলৈ আহি ভিৰ কৰি আগুৰি ধৰিলেহি।

"হাতীৰ ভয় গ'লনে" সুধিলো।

"সিহঁতে মাখনাটো মাৰিলে নহয়।" বুলি যেন স্বস্তিৰ নিশ্বাস পেলালে। মহেনৰ ঘৰ পানীখাইটীত। তাক লগ নাপালো।

ডিচেম্বৰৰ ২ তাৰিখ '৮১। পুৱা মহেন আহি ওলালহি। তাক হাতীটো মৰাৰ কথা ক'লো। সি আনন্দৰ হাঁহি মাৰিলে। মখনাটো মৰাৰ পিছত হাতীৰ বাহান পলাইছিল। এতিয়া আকৌ পালেৰে আহিছে। পাহাৰলৈ যাবলৈ ভয় লাগে। বনৰীয়া হাতী। কেতিয়া কি কৰে? এইবোৰ ধৰিব নিদিয়ে কিয়?

"কিয় দুটা হাতী ধৰিছে নহয়।"

"দুটা হাতী ধৰিলে কি হ'ব? বহুত আছে। আমাৰ ধান শেষ কৰিব। গাঁওখন শেষ হ'ব। এইবাৰ হেনো হাতী ধৰিব হাক দিছে চৰকাৰে হয়নে?"

"অ' হাতী কমি যোৱাৰ কাৰণে হাতী ধৰা বন্ধ কৰিছে।" "কথা—চকু

নাই। তোৰ ঘৰত যিমান এন্দুৰ-পিপৰাও নাই পাহাৰৰ কাষতে সিমান হাতী আছে। হাতী ক'ত কৰিছে। বচোন তইঁতৰ চহৰৰ মাজলৈ আহে নে নাহে চাই থাক।"

"চাৰি বস্তা কয়লা দিলে। নিজেই ক'লে ভাল হোৱা নাই। নৰম হৈছে। ভালকৈ জুই দিব পৰা নাই। জাক পাতি নগ'লে এজন দুজন যাবলৈ ভয়। সেয়ে এই বেপাৰ এৰিম বুলি ভাবিছো।"

"আমাৰ কি হ'ব?"

"তইঁতৰনো কি হ'ব? আমাৰ হে দুখ হ'ব। কয়লা বেচি নিমখ-তেলৰ খৰচ উলিয়াইছিলো। সেইবোৰ এতিয়া বন্ধ হ'ব। যাওঁদে। যদি ভাল দিন আহে আকৌ কয়লা আনি দিম। নহ'লে— নাহো।" এইবুলি মছেন গ'লগৈ।

তেতিয়াৰ পৰা মছেনক আৰু দেখা নাই। সি নিমখ-তেলৰ খৰচ কিদৰে উলিয়াইছে জানিবলৈ বৰ ইচ্ছা হয়।

নতুন মন্ত্রীসভা হৈছে। মার্চত অধিৱেশন বহিব। এইবোৰ মানুহৰ কি আছিল আৰু হিছাপ-নিকাচ কৰিবলৈ আমি কোনোবা আছো জানো? মছেনে আশা কৰা মতে—আকৌ ভাল দিন আহিবনে?

# অন্নপ্রভা নবৌ

॥ অন্নপ্রভা বৰুৱা আমাৰ গোষ্ঠীৰ নবৌ। পোনতে পলাতক—পিছত ছচিয়েলিষ্ট গোষ্ঠীৰ কথা কৈছোঁ। নবৌৰ প্রতি আমাৰ বিশেষণ সুকীয়া। যেনে—উপেক্ষিতা নবৌ, উর্মিলা নবৌ, নিপীড়িতা নবৌ, নির্যাতিতা নবৌ ॥

আদর্শ মহিলা আৰু আদর্শ মাতৃ অন্নপ্রভা বৰুৱা। নামৰ আগত বিশেষণ দুটা মই দিয়া নহয়। আনে দিয়া। মহিলা সমাজে দিয়া। গুৰু—যোগনীয়া মহিলা সমিতিয়ে। ১৯৭৫ চন, ২২ ফেব্রুৱাৰী। স্ত্রী-জাগৰণৰ সভা বহিছিল। সভাত অভিনন্দন জ্ঞাপন কৰা হৈছিল বিপ্লৱী বীৰ শঙ্কৰ বৰুৱাৰ পৰিবাৰ অন্নপ্রভা বৰুৱালৈ। পত্রৰ পাঠ হুবহু তুলি দিলো :

"হে মহিয়সী,

"পলাতক বিপ্লৱী বীৰ স্বৰ্গীয় শঙ্কৰ বৰুৱাৰ স্বাধীনতা আন্দোলনৰ কালছোৱাত, পুলিচৰ অশেষ নির্যাতন যন্ত্রণা সহ্য কৰি, সতী জয়মতীৰ দৰে কঠোৰ ত্যাগৰ জীৱন যাপন কৰিও কণ কণ মইনা-মইনীহঁতক মানুহ কৰি তুলি দৈ দেশপ্রেমিক স্বামীৰ প্রকৃত অনুগামিনী হ'ব পাৰিছিল।" "যদিও

স্বাধীনতাৰ পিছত তেনেকুৱা বহুতো নেতাই পদ-মৰ্যাদা লাভ কৰিলে, কিন্তু আপোনাৰ প্ৰকৃত স্বামীয়ে তেনে পদ-মৰ্যাদাৰ জীৱন বাছি নললে স্বৰ্গীয় আদৰ্শক উপলব্ধি কৰাৰ পথত হাঁহিমুখে তেখেতে বাট বুলি গৈছিল।"

"সেয়ে আমি আপোনাৰ বাই-ভনীসৱে আপোনাক এগৰাকী আদৰ্শ মহিলা আৰু আদৰ্শ মাতৃ হিছাপে আজি আমাৰ স্ত্ৰী-জাগৰণ সমিতিৰ তৰফৰ পৰা আপোনাক অভিনন্দন জ্ঞাপন কৰিছোঁ।"

অভিনন্দনৰ স্বাক্ষৰকাৰিণীসকল আছিল—লক্ষেশ্বৰী দত্ত (সভানেত্ৰী), গোলাপী দত্ত (উপ-সভানেত্ৰী), ভানু বৰা (সম্পাদিকা), এলিজা বেগম (সহ-সম্পাদিকা)। স্বাক্ষৰ কৰিছিল গুৰুযোগনীয়া আঞ্চলিক মহিলা সমিতিৰ হৈ। অভিনন্দনৰ পাঠ চমু। কিন্তু মধুৰ আৰু তথ্য-গধুৰ। কলিজাৰ মহীৰে লেখা।

সঁচা কথা। কণ কণ মইনা-মইনীহঁতক মানুহ কৰাত এই গৰাকী মাতৃয়ে কম দৃঢ়তা দেখুওৱা নাই। জন্ম-দানৰ ক্ষেত্ৰতে নহয়, শিক্ষাদান আৰু কৰ্মদানৰ ক্ষেত্ৰতো তেৱেঁই আগ ভাগ লৈছিল।

সিদিনা তেওঁৰ তৃতীয় সন্তান অকয়ো (ভাৰত বৰুৱা) সেই কথাকেই কৈছিল, "শিশুকালত দেউতাক নেদেখিলোৱেই, ডাঙৰ হওঁতেও দেউতাক কমেই লগ পাইছিলোঁ। ঘৰতনো কেইদিন থাকিছিল! মায়ে আমাৰ ঘৰৰ সকলো দায়িত্ব ল'বলগীয়াত পৰিছিল।"

এই গৰাকী অন্নপ্ৰভা বৰুৱা আমাৰ গোষ্ঠীৰ নবৌ। পোনতে পলাতক—পিছত ছ'চিয়েলিষ্ট গোষ্ঠীৰ কথা কৈছোঁ। নবৌৰ প্ৰতি আমাৰ বিশেষণ সুকীয়া। যেনে—উপেক্ষিতা নবৌ, উৰ্মিলা নবৌ, নিপীড়িতা নবৌ, নিৰ্যাতিতা নবৌ।

সিদিনাৰ কথা। ১৯৭৯ চন। বোম্বাইলৈ গৈছিলোঁ। মন্ত্ৰীৰূপে। লগত আছিল চৰকাৰী বিষয়া ভূপেন্দ্ৰনাথ বৰুৱা, দেবপ্ৰসাদ নাথ আৰু মোৰ ব্যক্তিগত সচিব ৰামচৰণ তালুকদাৰ। লোকনায়ক জয়প্ৰকাশ নাৰায়ণক লগ পোৱাৰ সৌভাগ্য ঘটিছিল। বোম্বাইৰ আকাশলঙ্ঘা অট্টালিকা 'এক্সপ্ৰেছ টাৱাৰ'ৰ ওপৰ মহলাত। ৩০ এপ্ৰিল, সোমবাৰে আবেলি পাঁচ বজাত।

জয়প্ৰকাশ নাৰায়ণে মোৰ মূৰত হাত থৈ অতি ক্ষীণ মাতেৰে বৰুৱা পৰিয়ালৰ বুজ লৈছিল। থোৰতে পুত্ৰ-কন্যাৰ পৰিচয় দিছিলোঁ। পাঠত কিন্তু অলপ বহলাই লেখিছো।

প্ৰথম সন্তান—(বুলা) নিৰুপমা নেওগ, গোলাঘাট কমাৰ্চ কলেজৰ অধ্যক্ষ পুনাৰাম নেওগৰ পৰিবাৰ।

দ্বিতীয় সন্তান—(ভাইটি) কেশব চন্দ্ৰ বৰুৱা, বি.এছ.চি (কৃষি)। কৃষি

বিভাগতে কাম কৰে। বিবাহিত। পৰিবাৰ সূৰ্যপ্ৰভা বৰুৱা। গুৱাহাটী মেডিকেল কলেজৰ কৰ্মচাৰী। নাৰ্চ প্ৰশিক্ষণৰ প্ৰশিক্ষিকা।

তৃতীয় সন্তান—(অক) ভাৰত বৰুৱা। বি.এছ.চি। গোলাঘাট দেৱৰাজ কলেজৰ বিজ্ঞান শাখাৰ ডেমনষ্ট্ৰেটৰ। বিবাহিত। পৰিবাৰৰ নাম তুলতুল বৰুৱা। ঘাই ঘৰৰ ধৰণী ধৰি আছে।

চতুৰ্থ সন্তান—(জিতু) জিতেন বৰুৱা। গ্ৰেজুৱেট। বেঙ্কত কাম কৰে। অলপতে বিয়া হৈছে। পৰিবাৰৰ নাম নিৰলা বৰুৱা।

পঞ্চম সন্তান—(লাখো) অজিত বৰুৱা। এম.বি.বি.এছ ডাক্তৰ। চৰকাৰী কাম কৰে। বিয়াৰ বয়স পাইছে। বিয়া কৰোৱা নাই।

লোকনায়কে স্থিৰ হৈ শুনি গৈছিল। শেষত এটি ক্ষীণ হাঁহি মাৰিছিল। নিস্তেজ চকুযুৰিত ক্ষণিকৰ কাৰণে বিজুলীৰ চিকিমিকি দেখিছিলো। আমি আচৰিত হৈছিলোঁ লোকনায়কৰ স্মৃতিশক্তি দেখি। লগতে শঙ্কৰ বৰুৱাৰ প্ৰতি লোকনায়কৰ কি শ্ৰদ্ধা আৰু স্নেহ সেই ক্ষণতেই তাৰ উমান পাইছিলোঁ।

আজি বৰুৱা পৰিয়ালৰ চিনাকি দিবলৈ সোৱাদ লগা। এই সকলোৰে গুৰিতে আছিল নবৌ অন্নপ্ৰভা। কটনা কাটি, এসাজ লঘোনে থাকি সন্তানৰ শিক্ষাৰ সমল যোগাইছিল।

এটি মধুৰ আখ্যান শুনিছিলোঁ। নবৌৰ মুখতে। উল্লেখ নকৰি নোৱাৰিলোঁ।

অকই (ভাৰত) উচ্চ মাধ্যমিক পৰীক্ষা পাছ কৰিলে, ১৯৬২ চনত। বৰুৱা পৰিয়ালৰ তেতিয়া পানীত হাঁহ নচৰা অৱস্থা। আৰ্জনৰ পথ বন্ধ। খৰচৰ লৰ উৰ্দ্ধ গতিত। দিন যায় ৰাতি নুপুৱায়। ভাৰতৰ ইচ্ছা বি.এছ.চি পঢ়িবলৈ। নবৌয়ে কথাটো বৰুৱাক জনালে। বৰুৱাই থোৰতে ক'লে, "সি নোৱাৰিব। কাম এটাকে যোগাৰ কৰি দিম।" নবৌ সিমানতে ক্ষান্ত নহ'ল। ভাবিলে পঢ়ক—কামো বিচাৰক। ভাৰতক কলেজত নাম লগাই দিলে। চাওঁতে চাওঁতে তিনি বছৰ পাৰ হ'ল। বৰুৱাই কিন্তু ভাৰতৰ কামৰ কাৰণে একো নকৰিলে। হয়তো কথাটো সমূলি পাহৰিয়েই গ'ল। সময়ত পৰীক্ষা হ'ল, ফলাফলো ওলাল। তাৰতেও পাছ কৰিলে। শুভাকাঙ্ক্ষী বন্ধু-বান্ধৱীসকল বৰুৱাৰ ঘৰ ওলালহি। শুভ সংবাদৰ সোৱাদ ল'বলৈ। বৰুৱা ঘৰত নাই। কেনিবা ওলাই গৈছে। সমাগতসকলৰ কাৰণে যথাবিহিত আপ্যায়নৰ আয়োজন হ'ল। এনেতে বৰুৱা ওলালহি। পৰিবেশ দেখি আচৰিত হ'ল। সুধিলে, "কি হ'ল ?"

এজনে উত্তৰ দিলে, "আপোনাৰ আজি আনন্দৰ দিন। মাত এষাৰ দি আমিও আনন্দ উপভোগ কৰিবলৈ আহিছোঁ।"

"কিহৰ আনন্দ ?"

"কিয় ? অক বোপাই বি.এছ.চি পাচ কৰিলে যে ? বৰুৱা ভেবা

লাগিল। হয়তো তাহানি অকক পঢ়িব নালাগে বুলি কোৱা কথাষাৰ মনত পৰিল। একো নামাতি ভিতৰ সোমাল। পোনেই শোৱনি-কোঠা সোমালগৈ। বিছনাত পৰি উচুপিবলৈ ধৰিলে।

বন্ধুকেইজনে বৈ বৈ বৰুৱাক আৰু নাপালে। নবৌকে মাত লগাই ঘৰাঘৰি গ'ল।

ভিতৰত সকলো আচৰিত হ'ল। হুৱাদুৱা লাগি পৰিল। কি হ'ল? কিয় এনেদৰে কান্দিছে? বৰুৱাতো সহজে চকুপানী টোকা লোক নহয়!

নবৌ ওচৰ চাপিল। কন্দাৰ কাৰণ সুধিলে। "অকই বি.এছ.চি পাছ কৰিলে। কিমান আনন্দৰ কথা। কিন্তু তাক পঢ়ুৱাওঁতে তুমি যে অকলে কিমান কষ্ট, কিমান জীয়াতু ভুগিলা! সেই কথা ভাবি মই মোৰ চকুলো সামৰিব পৰা নাই। বাপেকী হৈ পঢ়াৰ কথা ভুকে নাপালোঁ। ল'ৰা কলেজত পঢ়ুওৱাৰ জ্বালা-যন্ত্ৰণা তুমি অকলেই বহন কৰিলা" বুলি বৰুৱা আৰু ক'ব নোৱাৰিলে। হুৱাওবাৰে কান্দিবলৈ ধৰিলে। আনন্দৰ অশ্ৰু আৰু অনুতাপ অনুভূতিৰ চকুলো এক হৈ পৰিল।

এয়েই আছিল শঙ্কৰ বৰুৱা। এয়েই আছিল আমাৰ নিপীড়িতা নবৌ অন্নপ্ৰভা।

এই মোহ লগা দম্পতি হালেৰে চিনাকি হৈছিলোঁ তাহানি বিয়াল্লিছ চনত। ভাৰত-ত্যাগ আন্দোলনৰ সময়ত। বৰুৱাৰ সৈতে আমি বহু দিন, বহু নিশা কটাইছো। অজ্ঞাতবাসত। প্ৰায় তিনিবছৰ কাল। একেলগে—সকলো সুখ-দুখৰ ভাগী হৈ।

এই অজ্ঞাতবাসৰ সময়ত এটি স্মৰণীয় দিনৰ কথা আজিও মনত পৰে। বৰুৱাৰ কলিকতা যাত্ৰা। চাৰিগাঁৱৰ গুপ্ত গুহাৰ পৰা সেই মহানগৰীৰ জনঅৰণ্যলৈ। সেই হৰলুকিৰ কথা। কি যে শিহৰণ, কি যে মাদকতা! পষেকজোৰ প্ৰস্তুতি আৰু তাৰ সফল সমাপ্তি। কতজনৰ অৰিহণা। ঠায়ে ঠায়ে কোঠ পতা। চাৰিগাঁও—যোৰহাট—নগাওঁ— গুৱাহাটী—কলিকতা। চকীৰখীয়া এই অনামী লোকসকলৰ কথাও মনত পৰে। চাৰিগাঁৱত দেৱানন্দ ভৰালী, সুধালক্ষ দত্ত; যোৰহাটত উপেন ৰাজখোৱা; নগাঁৱত পদ্মাৱতী দেৱী (স্বৰ্গীয় প্ৰতাপ শৰ্মাদেৱৰ পৰিবাৰ); গুৱাহাটীত ত্যাগবীৰ হেম বৰুৱা, গিৰীণ চৌধুৰী; উত্তৰ গুৱাহাটীত চম্পা বৌ, অজিতদা, মহিম বৰুৱা, লুইতৰ বুকুত কোটোৰা, কুমুদ আদি। কলিকতাত লক্ষ্মীপ্ৰসাদ গোস্বামী, জ্যোতিপ্ৰসাদ আগৰৱালা, সুবোধ হাজৰিকা, চৈতন্য হাজৰিকা। নিশা, মাজনিশা, পুৱতি নিশা বিভিন্ন ঠাইত বিভিন্ন কৰ্ম আঁচনি লৈ সতৰ্কতাৰে সক্ষম হৈ থকা। সকলো নাটকীয়। আশা-নিৰাশাৰ দোমোজা। তথাপি অপেক্ষা কৰিছে। নিৰ্বিবাদে

নিসংকোচে। ফাঁচী, কাৰাবাসৰ ভয় নেওচি, নিজ কৰ্তব্য পালনৰ কাৰণে ক্ষণ গণি থকা।

আনহাতে গোৰা পল্টন আৰু পুলিচ বাহিনী। বৰুৱাক জীৱন্ত বা মৃত অৱস্থাত ধৰিবলৈ ৰাজ্যজুৰি জাল পতা। ইংৰাজৰ সাম্ৰাজ্য ৰক্ষাৰ কাৰণে।

যাত্ৰা আৰম্ভ হ'ল—সাফল্যৰে সমাপ্তিও ঘটিল।

সেই নিশা এগৰাকী সন্তান-সম্ভৱা মাতৃয়ে শিতানত শলিতা জ্বলাই ওৰে নিশা স্তুতি-গীত গাই কটোৱাৰ কথাও মনত পৰে।

ধল-ফাঁট দিয়াৰ আগতে সশস্ত্ৰ পুলিচ বাহিনীয়ে এই গৰাকী মহিলাৰ শোৱনি-কোঠাত সোমাই পলাতক বিচৰাৰ কথাও মনত ভুমুকি মাৰে। পুলিচ [illegible]য়াই গৰজি উঠিছিল, "কিহৰ পূজা? কিহৰ কাকূতি? ভগৱানে চোৰতস্কৰৰ পূজা নলয়। কওক, বৰুৱা ক'ত লুকাই আছে?"

শত গঞ্জনা নীৰৱে সহ্য কৰি মৰি মৰি জীয়াই থকা এই গৰাকী মহিয়সী মহিলাই আছিল আমাৰ নিৰ্যাতিতা নবৌ অন্নপ্ৰভা বৰুৱা।

কলিকতা মহানগৰী। টালিগঞ্জ তাৰেই এটি চুবুৰি। গল্ফ ক্লাব ৰ'ড, ২১ (বি) নম্বৰত যাদব চলিহাদেৱৰ বাসস্থান। এই ভৱনতেই সেই ঐতিহাসিক মিলন ঘটিছিল। শঙ্কৰ বৰুৱা আৰু জয়প্ৰকাশ নাৰায়ণৰ। গুপুত মেল বহিছিল। বিপ্লৱৰ নতুন কাৰ্যসূচীৰ গভীৰ আলোচনা হৈছিল। অভূতপূৰ্ব সমাবেশ। জয়প্ৰকাশ নাৰায়ণ, অচ্যুত পট্টবৰ্দ্ধন, অৰুণা আছফ আলী। সকলোটি ঘোষিত পলাতক। আনফালে অসমৰ ঘোষিত পলাতক ইংৰাজৰ আতঙ্ক শঙ্কৰ বৰুৱা, ডেকা বিপ্লৱী পলাতক লক্ষ্মীপ্ৰসাদ গোস্বামী, জ্যোতিপ্ৰসাদ আগৰৱালা, সুবোধ হাজৰিকা আৰু এই কাহিনীকাৰ।

ধীৰ-স্থিৰভাৱে জয়প্ৰকাশ নাৰায়ণে গৰিলা বাহিনীৰ আঁচনিৰ কথা ক'লে। শঙ্কৰ বৰুৱাই ইতিমধ্যে গঢ়ি উঠা মৃত্যু-বাহিনীৰ কথা উলিয়ালে। আউল নলগাকৈ কৈ গ'ল। সংগঠনৰ কথা—অনুশীলনৰ কথা—কৰ্ম দক্ষতাৰ কথা। চুবুৰিয়ে চুবুৰিয়ে এই সংগঠন গঠন হৈছিল। শ শ ডেকা-গাভৰু মৰণ-পণ কৰি ওলাই আহিছিল। স্বাধীনতাৰ কাৰণে। ইংৰাজৰ দুৰ্দ্ধৰ্ষ সেনা-বাহিনীৰ হাতৰ পৰা আত্ম-সন্মান ৰক্ষা কৰিবলৈ গাভৰুসকলে ধনু-কাঁড় আৰু চোকা চুৰিকা লৈ সদায় সক্ষম হৈ থকাৰ কথা। ঘণ্টা জুৰি আলোচনা হৈছিল। সকলোৰে তন্ময় হৈ শুনিছিল।

তাতেই এজনে কৈছিল, "বৰুৱাজী। আপুনি এই সাজ সলনি কৰিব লাগে। নহ'লে বিপদ ঘটিব পাৰে।"

"এই খদ্দৰৰ সাজ? কেনেকৈ হ'ব? মই গান্ধীজীৰ সৈনিক। ই গান্ধীজীৰ সৈনিকৰ সাজ। এই সাজ এৰি গান্ধীজীৰ সৈনিক হ'ম কেনেকৈ?"

উত্তৰ শুনি সকলো থৰ হ'ল। জয়প্ৰকাশ নাৰায়ণ অভিভূত হৈ পৰিল। বৰুৱাৰ হাত দুখন সাবটি ধৰি ক'লে, "আপ শ্যেৰ হায়।" বৰুৱা বনৰজা।

বৰুৱাৰ প্ৰতি শ্ৰদ্ধাৰে আগ বঢ়োৱা এখন উল্লেখযোগ্য অভিনন্দনতো দেখিলো সেই একে কথা। বৰুৱা 'বনৰজা'। ১৯৫৯ চনৰ ১৫ আগষ্ট। স্বাধীনতা দিৱস। যোৰহাট কংগ্ৰেছ কমিটিৰ ৰাজহুৱা সভাত অভিনন্দন যাচিছিল শঙ্কৰ বৰুৱালৈ। অভিনন্দনত স্বাক্ষৰ কৰিছিল সমূহ ৰাইজৰ হৈ যোগেন শইকীয়াই। যোৰহাট মহকুমা কংগ্ৰেছ কমিটিৰ তেতিয়া তেওঁ সভাপতি। অভিনন্দনৰ পাঠ আংশিক তুলি দিলো :

"দেশ নেতা—শঙ্কৰ বৰুৱালৈ।

যোৰহাট মহকুমাবাসী সমূহ ৰাইজৰ সাদৰ অভিনন্দন :

অসহযোগ আন্দোলনৰ অবিসম্বাদী নেতা, স্বাধীনতা সংগ্ৰামৰ যি ৰণকৌশল দেখুৱাই আপুনি ডেকা-গাভৰু দলক ৰণোন্মত্ত কৰি তুলিব পাৰিছিল, সি এক অদ্ভুত কাহিনী। আপোনাক যেদি পুলিচ ভাগিছিল, সহকৰ্মীসকলে তৰধ মানিছিল। গাঁৱে-ভূঞে চৰাই-চিৰিকটিয়েও আপোনাক চিনি পোৱা হ'ল। আপোনাৰ উপস্থিতিয়েই ৰাইজৰ প্ৰেৰণা হৈ উঠিছিল।"

বিয়াল্লিছৰ আন্দোলনত আপুনি ফঁাচীৰ জৰিডাল ডিঙিত লৈ অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে শত্ৰু পক্ষৰ আতংক সৃষ্টি কৰি বনৰজা ফুৰাৰ দৰে ফুৰিছিল। আপোনাৰ দৃষ্টান্তই হাজাৰ হাজাৰ ডেকা-গাভৰুক ৰণহুলীত জীৱন আহুতি দিবলৈ প্ৰবল উদ্দীপনা দিছিল।

আপুনি আনুষ্ঠানিকভাৱে আজি আমাৰ মাজত নাই যদিও আপোনাক এই স্বাধীনতা দিৱস পালনৰ সময়ত দেশবাসীয়ে স্মৰণ কৰি সশ্ৰদ্ধ অভিনন্দন জনাইছে—"

অভিনন্দনৰ শেষৰ কলিটো বিশেষ মন কৰিবলগীয়া। "আপুনি আনুষ্ঠানিকভাৱে আজি আমাৰ মাজত নাই যদিও.....।" সঁচা কথা। শঙ্কৰ বৰুৱাই তেতিয়া কংগ্ৰেছ ত্যাগ কৰিছে। তেওঁ সমাজবাদী দলৰ নেতা। ১৯৫৭ চনৰ সাধাৰণ নিৰ্বাচনত লোক-সভাৰ প্ৰাৰ্থী স্বৰূপে কংগ্ৰেছ প্ৰাৰ্থীৰ হাতত পৰাজিত হৈছে। মাথোঁ দুবছৰ আগৰ কথা। তথাপি কংগ্ৰেছৰ তৰফৰ পৰা তেওঁক অভিনন্দন জনোৱা হৈছিল। এনে উদাহৰণ বিৰল। ই প্ৰচলিত নিয়মৰ ব্যতিক্ৰম। সঁচা কথা। শঙ্কৰ বৰুৱাৰ জীৱনেই এটি ব্যতিক্ৰম।

এইজনা শঙ্কৰ বৰুৱাৰে পতিব্ৰতা পৰিবাৰ আমাৰ অন্নপ্ৰভা নবৌ। বিদেশী বস্ত্ৰ বৰ্জন আন্দোলনত আৰু আইন অমান্য—আন্দোলনত দুবাৰকৈ বৰুৱাই কাৰাবৰণ কৰাৰ কথা কুমাৰী কালতে তেওঁ শুনিছিল মাকৰ মুখত। ১৯২২ আৰু ১৯৩২ চনত। প্ৰথমবাৰ তিনি মাহৰ কাৰণে, দ্বিতীয়বাৰ সাত

মাহৰ কাৰণে।

বিয়াৰ পিছত ব্যক্তিগত সত্যাগ্ৰহত অংশ গ্ৰহণ কৰি চাৰি মাহ ২৮ দিন কাৰাবাস কৰাৰ কথা পত্নী স্বৰূপে তেওঁ নিজেই দেখিছে। এই বিৰহ অনুভৱো কৰিছে। তথাপি মনত শান্তি আছিল। অন্ততঃ জেলত আছে। ঠিকনা জানে। কিন্তু বিয়াল্লিছৰ বিপ্লৱত? বৰুৱাই বিপ্লৱৰ নতুন পথ বাছি ল'লে। মনৰ মানুহজন ক'ৰবাত হেৰাই যোৱা যেন হ'ল। থাকিও নথকা জানিও নজনা হ'ল। এদিন নহয় দুদিন নহয় প্ৰায় তিনি বছৰৰো অধিক কাল। দিন হিচাপে প্ৰায় ১০৯৫ দিন। অকলে অনিশ্চয়তাৰ এন্ধাৰত কাল কটাবলগীয়াত পৰিল। পোনতে দুটি সন্তানক সাবটি। পিছত আৰু এটি নবাগত কেঁচুৱাৰে সৈতে। নবৌয়ে এবাৰ কৈছিল, "দিনবোৰ তেওঁৰ কিবা দীঘলীয়া হ'ল। নিশাৰ যেন অন্ত নাই। পুৱাব নোখোজে।"

তথাপি অপেক্ষা কৰিছে। আশা পুহিছে। দেশ স্বাধীন হ'ব। স্বামী ৰণ জিকি উভতি আহিব। ঘৰে-ঘৰে আনন্দৰ উজান উঠিব। কিন্তু যদি অন্যথা হয়? শত্ৰুয়ে যদি সেও নামানে? এনেবোৰ চিন্তাত দেই পুৰি কাল কটোৱা এই নিৰ্যাতিতা নবৌৰ কথা ভাবি আমি অবাক হওঁ। দুৰণিৰ পৰাই শ্ৰদ্ধাৰে মূৰ দোঁৱাও।

১৯৪৬ চনত এই গৰাকী নবৌৰে সৈতে প্ৰথম মুখামুখি হওঁ। গোলাঘাটলৈ গৈছিলো। সুবোধ হাজৰিকাৰ লগত। বৰুৱা তেতিয়া গোলাঘাট কংগ্ৰেছ কমিটিৰ সভাপতি হৈছে। বৰুৱাক লগ পাব লাগে। অসমত কংগ্ৰেছ ছচিয়েলিষ্ট দল গঠনৰ বিষয়ে আলোচনা কৰিবলৈ। অজ্ঞাতবাসৰ সময়ত কলিকতাতে এই কথা আমি অনুভৱ কৰিছিলো। আমি বোলোতে লক্ষ্মীপ্ৰসাদ গোস্বামী, সুবোধ হাজৰিকা আৰু মই। শঙ্কৰ বৰুৱা তেতিয়া আমাৰ সজ্ঞাতি। একেলগে অজ্ঞাতবাস খাটিছো। জয়প্ৰকাশ নাৰায়ণ, অচ্যুত পট্টবৰ্দ্ধন, অৰুণা আছফ আলী আদিৰ সান্নিধ্যলৈ আহিছো। এওঁলোক স্বীকৃত সমাজবাদী। আমি জলৰো নহয় থলৰো নহয়। ৰাজনীতিত নতুনকৈ নামিছোঁ। আমাৰ ভিতৰত বৰুৱাই অভিজ্ঞ। বহু দিন কংগ্ৰেছৰ সেৱা কৰিছে। তেতিয়া কংগ্ৰেছৰ এম.এল.এ। বিপ্লৱত আগ ভাগ লোৱাত তেওঁৰ ভাবমূৰ্তিও বহু গুণে বাঢ়িছে। অকল অসমতে নহয়—বাহিৰতো। তেওঁৰ পিছত বছা বছা কৰ্মীও আছে। তেওঁক কথাটো সুধিলো। তেওঁ ক'লে, "কলিকতাত বহি অসমৰ মাটি চহাব নোৱাৰি। বাইজৰ মাজলৈ গৈ মতামত লোৱাৰ দৰকাৰ হ'ব।" সেই অৱস্থাতে ১৯৪৫ চনৰ ডিচেম্বৰ মাহত বৰুৱা ধৰা পৰিল। ২৮ দিন কাৰাবাস খাটি তেওঁ মুক্তি পালে।

বৰুৱাক লগ ধৰিলোগৈ। নতুন অভিজ্ঞতা লৈ কাৰাবাসৰ পৰা ওলাইছে।

বৰুৱাৰ মন মৰা। নিজৰ বা পৰিয়ালৰ কথা ভাবি নহয়। দেশৰ কথা ভাবি। তেওঁ ক'লে, "গান্ধীজী আৰু জৱাহৰলাল নেহৰুৰ মাজত মতানৈক্যই দেখা দিছে। স্বাধীনতা লাভ হ'ব সঁচা। কিন্তু গান্ধীজীয়ে বিচৰা মতে এখন স্বাধীন ভাৰত হ'ব নে নহয় সন্দেহ। তদুপৰি সাম্প্ৰদায়িক মনোভাব বাঢ়িছে। সংঘৰ্ষও হৈছে। ভাৰত দুখণ্ডিত হোৱাৰেই সম্ভাৱনা। সকলো অথলে যোৱাৰ দৰে হ'ল। গান্ধীজীয়ে নতুন কথা উলিয়াইছে। কংগ্ৰেছ অনুষ্ঠান ভাঙি দি লোক-সেৱা সংঘ স্থাপনৰ কথা তুলিছে। কিন্তু কংগ্ৰেছৰ নেতৃবৃন্দই ক'ত শুনিব ? তেওঁলোক শাসনৰ ক্ষমতা ল'বলৈ বলিয়া হৈছে।"

আমি সেই সুযোগতে সুধিলো, "আপুনিও সেই পথকে ল'বনেকি ?" তেওঁ গৰজি উঠিল, "নলওঁ, কেতিয়াও নলওঁ। যদি কংগ্ৰেছখন ভাঙি লোক-সেৱা সংঘ গঠন হয় তেন্তে মই তাতেই থাকিম। গঠনমূলক কামত লাগিম। নহ'লে জয়প্ৰকাশৰ পথ লম। সমাজবাদী দল গঠনত ভালকৈয়ে লাগিম। পিছে এই দল কংগ্ৰেছৰ মাজত থাকিলে দলেও ক্ষমতাকে বিচাৰিব। কংগ্ৰেছৰ পৰা ওলাই আহি নতুন কাৰ্যসূচী লৈ ৰাইজৰ ওচৰ চাপিব লাগিব। গান্ধীজীৰ আদৰ্শৰে এটি সমাজবাদী দল গঠনৰ প্ৰয়োজন আছে।"

বৰুৱাৰ কথাত আমি দুগুণে উৎসাহিত হ'লো। সেইকেইদিন সদায় নবৌক লগ পাইছিলো। নবৌৰ ওচৰ চাপি ক্ষত-বিক্ষত হোৱা মনটোৰ কথা জানিবলৈ যত্ন কৰিছিলো। কিন্তু নবৌয়ে ধৰা দিও ধৰা নিদিয়ে। সকলো দুখ, সকলো যন্ত্ৰণা নিজৰ বুকুতে জাহ নিয়াবলৈ বিচাৰে। এইগৰাকী তপস্বিনী নবৌৰ মৌন তপস্যা দেখি আমি আচৰিত হওঁ। নিমাতী নবৌৰ মনৰ কথা উলিয়াবলৈ অশেষ চেষ্টা কৰি নিজেই ভাগৰি পৰো।

কংগ্ৰেছে গান্ধীজীৰ পৰামৰ্শ নামানিলে। শাসনৰ গাদীত বহিল। দেশো দুখণ্ডিত হ'ল। গান্ধীজী অকলশৰীয়া হৈ পৰিল। শঙ্কৰ বৰুৱাই কংগ্ৰেছ-ছচিয়েলিষ্ট দল গঠনত আগ ভাগ ল'লে। সমাজবাদৰ ঢৌ অসমত বাৰুকৈয়ে লাগিল। মূৰত বগা টুপী গুচি দেশ জুৰি ৰঙা টুপীৰ বহুণ চৰিল। শঙ্কৰ বৰুৱাৰ মূৰতো সদায় জিলিকি থকা বগা টুপী গুচি ৰঙা টুপী উঠিল। ১৯৪৮ চনত শঙ্কৰ বৰুৱাৰ কথা ফলিয়ালে। দল কংগ্ৰেছৰ পৰা ওলাই আহি কংগ্ৰেছ-ছচিয়েলিষ্ট দল গুচি ছচিয়েলিষ্ট বা সমাজবাদী দলত পৰিণত হ'ল।

আমাৰ কৰ্মব্যস্ততা বাঢ়িল। আহ-যাহ ঘন হ'ল। দ্ৰুত গতিত সংগঠনৰ কাম আৰম্ভ হ'ল। সকলো ক্ষেত্ৰতে শঙ্কৰ বৰুৱাই আগ ভাগ ল'লে। দলৰ কামতে বৰুৱাই নিজক উছৰ্গা কৰিলে। ইংৰাজ শাসকৰ মনত ত্ৰাসৰ সৃষ্টি কৰা বৰুৱাই স্বাধীন ভাৰতৰ শাসকগোষ্ঠী কংগ্ৰেছৰ মনতো এইবাৰ ত্ৰাসৰ

সৃষ্টি কৰিলে। সেই সময়ৰ অসমৰ এজন কংগ্ৰেছৰ সভাপতিয়ে কেন্দ্ৰলৈ লেখিলে, "Socialist activities increased rapidly under Sankar Chandra Barua and this greatly influenced the local congressites."

(From Congress Papers
File No. p 4 of 1946)

সেই সময়ৰ কথা। বহুবাৰ গোলাঘাটলৈ গৈছো। ছেগ বুজি নবৌক লগ ধৰো, বৰুৱাৰ অজ্ঞাতবাসৰ কালছোৱাত তেওঁৰ মনৰ কথা বুজিবলৈ। নবৌয়ে মোখনি মাৰিয়েই সামৰে। "নহয় তেখেতক সুধিব, তেখেতক কৈছো।" কেতিয়াবা আকৌ "ৰ'ব, ছাগলীজনীৰ এৰালডাল লৰুৱাই দি আহো।" কেতিয়াবা কয়, "নাই এতিয়া ক'ত সময় হ'ব। ল'ৰা-ছোৱালীকেইটা পঢ়াশালিৰ পৰা আহি পাবৰ হ'ল। সিহঁতৰ কাৰণে কিবা অলপ যুগুতাব লাগিব।" এনেদৰে পুলুকা মাৰে। কৈয়ো নোকোৱাকৈ থাকে। আধা লেখা টোকাবোৰ আধা লেখাকৈয়ে আমি উভতিব লাগে।

১৯৫২ চন। ভাৰতৰ প্ৰথম সাধাৰণ নিৰ্বাচন। আমাৰ দল শাসন অধিকাৰ কৰিবলৈ বুলি নিৰ্বাচনত নামিল। সকলো সমষ্টিতে প্ৰাৰ্থী থিয় কৰোৱা হ'ল। বগা টুপী ৰঙা টুপীৰ ৰণ। তয়াময়া। কিন্তু দলৰ অভাৱনীয় পৰাজয় ঘটিল। শঙ্কৰ বৰুৱাও পৰাজিত হ'ল। দলৰ কঁকাল ভাঙিল। ১৯৫৭ চনতো সেই একে কথাই হ'ল। দলৰ বল নাবাঢ়ি টুটিল। খেদি খেদি দলত সোমোৱাসকলে মুখ ঘূৰালে। ১৯৬২ চনত বিধান-সভাৰ দলৰ অস্তিত্ব প্ৰায় নিঃশেষ হ'ল। লগে লগে দলৰ সংগঠন বালিৰ ঘৰৰ দৰে ভাঙি পৰিল। দলৰ মাজত ভাঙোন ধৰিলে। সেই দুৰ্যোগৰ মাজতে ১৯৬৬ চনৰ নৱেম্বৰ মাহত আকস্মিকভাৱে বৰুৱাই দেহা এৰিলে। আমি এজন দৰদী সহকৰ্মী আৰু মহান নেতা হেৰুৱালো। আমাৰ দলৰ পৰিসৰ সৰু হ'ল। বানপানী শুকাই ঠায়ে ঠায়ে ডোবা-পুখুৰী হোৱাৰ দৰে আমাৰ দলৰ স্থিতিও ঠায়ে ঠায়ে ডোবা-পুখুৰীৰ দৰে হ'ল। বোৱতী সুঁতি মৰা সুঁতি হ'ল। আহ-যাহ কমিল। গোলাঘাট দূৰ হ'ল। মনেদি উৰিলেও ধনেদি ঢুকি নোপোৱাত পৰিল। নবৌ অন্নপ্ৰভাৰ সৈতে সহজে দেখা-দেখি নোহোৱা হ'ল।

তথাপি গোলাঘাটলৈ গৈছো। সিদিনা ১৯৭২ চনৰ ছেপ্টেম্বৰ মাহৰ এঘাৰ তাৰিখ। ডিমাপুৰত বাহৰ পাতি আছিলো। 'ভাইটি' কথাছবিৰ চিত্ৰ-গ্ৰহণৰ কাৰণে। যোৰহাটলৈ যোৱাৰ কাম ওলাল। উভতি আহোতে গোলাঘাটত সোমাই নবৌক লগ পালো। নবৌ নামলৈ যাব ওলাইছে। আদমহীয়া নাম।

ক্ষন্তেক কথা হৈয়ে উভতিলো। লগত বন্ধু আৰু সহকৰ্মী কমলনাৰায়ণ চৌধুৰীও আছিল। কমলে ক'লে, "ছিঃ আগতে জনা হ'লে কেমেৰামেনক লৈ আহিলোহেঁতেন। ছবি তুলি ৰাখিব লাগিছিল। ভৱিষ্যতলৈ মূল্যবান দলিল হ'লহেঁতেন।"

তেনে কথাবোৰ যদি কেতিয়াবা বাস্তৱ হ'লহেঁতেন! দিনবোৰ বাগৰি যায়। বছৰ পাৰ হয়। অন্নপ্ৰভা নবৌৰ মনৰ কথা লেখাৰ ভাবনাও লাহে লাহে ক্ষীণ হৈ আহে।

১৯৭৮ চন। অসমত জনতা চৰকাৰ প্ৰতিষ্ঠিত হ'ল। ময়ো মন্ত্ৰী হ'লো। শিক্ষা আৰু সাংস্কৃতিক দপ্তৰৰ ভাৰ পালো। আমাৰ মন্ত্ৰী-সভাৰ আয়ুস চুটি। মাত্ৰ সোতৰ মাহ। এই কালছোৱাৰ ভিতৰতে তিনিবাৰ গোলাঘাটলৈ গৈছিলো। চৰকাৰী কামত। ছেগ বুজি নবৌৰ ওচৰ ওলাওঁগৈ। আকৌ নবৌৰ কাহিনী লেখাৰ আশাই ভুমুকি মাৰে। কথাটো উলিয়াওঁ। কিন্তু তাতো বিঘিনি ঘটে। জনতা চৰকাৰৰ মন্ত্ৰী। জনতাই আগুৰি ধৰে। নবৌৰ ঘৰত বহিবলৈ ঠাইৰ অকুলন হয়। নিজেই বিদায় ল'বলগীয়াত পৰো।

নবৌয়ে হাঁহি মাৰি কয়, "আগতে মোৰ সময় নাছিল—এতিয়া আপোনাৰ সময় নোহোৱা হ'ল। সময় লৈ আহিব। বহু কথা ক'বলৈ আছে। এনেকৈ খৰখেদা কৰি আহিলে কি কথা হ'ম?"

উভতি মন্ত্ৰীৰ বোজা কঢ়িয়াও। সোণৰ চেঁকুৰা এৰি কাঁচৰ জিলিকনিত ভোল যাওঁ।

ইয়াৰ পিছত বহুতো উত্থান-পতন। মন্ত্ৰিত্ব গ'ল। বিধান-সভা নিলম্বিত হ'ল। ভগা-পতাৰ বুৰঞ্জী আৰম্ভ হ'ল। ৰাজ্যজুৰি আন্দোলন হ'ল। বিদেশী বহিষ্কাৰৰ কথা লৈ। নবৌক লগ পোৱাৰ আশা এৰিবলগীয়া হ'ল। কাহিনী লেখাৰ ৰাহি নাহে। সেয়ে বাধ্য হৈ নিষ্ক্ৰিয় হ'লো। আশা আধৰুৱা হৈ ৰ'ল।

তেইশ অক্টোবৰ। ১৯৮২ চন।

ক্ৰিং ক্ৰিং ক্ৰিংকৈ ফোন বাজিছে।

ভাত-ঘুমটিৰ পৰা সাৰ পালো। ৰাতিৰ ফোন। সাধাৰণতে অশুভ বাৰ্তা-বাহক। ভয়ে ভয়ে ফোনটো তুলি ল'লো।

এক্সচেঞ্জৰ পৰা শুধিছে। ইংৰাজীতে। "26101?"

"হয় কৈছো।"

"গোলাঘাটেৰে কথা পাতক।"

"কোনে কৈছে?" সিফালৰ পৰা এজনে সুধিলে। মহিলাৰ মাত।

মই মোৰ নামটো ক'লো।

"আজি ৰাতি ৯-৩০ বজাত ড° কুমুদাভিৰাম দাস ঢুকাল।" লগে লগে উচুপনি।

"আপুনি কোনে কৈছে?"

"মই তেখেতৰ ভাগিনীয়েকে কৈছো।" সিমানেই। আৰু ক'ব নোৱাৰিলে। কেৱল উচুপনি শুনিলো। ফোনটো থৈ দিলো। ঘড়ীটোৰ ফালে চালো। এক বাজিবলৈ সাত মিনিট আছে।

ড° কুমুদাভিৰাম দাস। শিক্ষাবিদ। বাৰানসী বিশ্ববিদ্যালয়ৰ উদ্ভিদ বিজ্ঞানৰ অধ্যাপক। অলপতে অৱসৰ লৈ ঘাই ঘৰ গোলাঘাটত আছিলহি। ড° দাস মোৰ ছোৱালীৰ শহুৰেক। মোৰ বিয়ৈ।

গোটেই ঘৰবাহেই সাৰ পালে। ইটো-সিটো আলোচনা হ'ল। নতুন সমস্যাৰ উদ্ভৱ হ'ল। সামাজিক দায়িত্বৰ কথা উঠিল। দেশ-দস্তুৰৰ কথা আহিল। ঘৰৰ এজন অন্ততঃ গোলাঘাটলৈ যাব লাগে। শেষত সকামৰ সময়তে যোৱাৰ কথা ঠিক হ'ল। কিন্তু যায় কোন? মোকেই ঠেলে। মোকেই হেঁচুকে। ল'ৰা-ছোৱালী সকলোৱে।

ভ্ৰমণত অৰুচি হৈছে। আজি একেলগে বহুদিন ঘৰতে বহি বহি শিপা গজা গছৰ দৰে হৈছো। কাকো উদ্দেশ্য নকৰি নিজে নিজেই মন্তব্য কৰিলো, "আন এজন যোৱাটোৱেই ভাল হ'বনেকি?" এইবাৰ পৰিবাৰৰ ওকালতি। ক'লে, "আপুনি যোৱা উচিত। এনে বিপদ-আপদত দেখা নিদিলে কিহৰ মিতিৰ? লোকে কি বুলিব?" তদুপৰি তেওঁ নবৌৰ কথা উলিয়ালে। অন্নপ্ৰভা নবৌৰ। "তেখেতক লগ ধৰাৰ কথা পাণ্ডি আছিল দেখোন। তেখেতকো লগ পাব পাৰিব। ওলাওক, দুয়ো যাওঁ।" আইৰো বাৰ্তা গঙ্গাৰো যাত্ৰা। কথাষাৰৰ মাধুৰ্য বুজি পালো। মনটো ঘূৰি গোলাঘাটমুৱা হ'ল।

এক ছেপ্টেম্বৰ, বুধবাৰ। দিনৰ ১১ বজাত ৰাওনা হ'লো। মটৰেৰে। লগত পৰিবাৰ উষা, বাবা হাজৰিকা আৰু ড্ৰাইভাৰ আলী। প্ৰায় ছয় বজাৰ লগে লগেই গোলাঘাট পালোগৈ। পোনতে মৃতকৰ ঘৰলৈকে গ'লো। শোক-সন্তপ্ত পৰিয়ালবৰ্গক লগ পালো। নিশা আঠমান বজাত উভতিলো। ককাইদেউৰ (ডাঃ চন্দ্ৰধৰ চৌধুৰী) ঘৰত বাহৰ পাতি জিৰণি ল'লোহি।

পিছদিনা দুই ছেপ্টেম্বৰ, বৃহস্পতিবাৰ।

পুৱা গা-পা ধুই উঠিছো। ককাইদেৱে সুধিলে, "শঙ্কৰ বৰুৱাৰ ঘৰলৈ যাবিনেকি? যাব যদি কালু আছে। বিস্নাখন লৈ যা।"

গোলাঘাটলৈ আহিলে পোনতে সদায় শঙ্কৰ বৰুৱাৰ ঘৰলৈ যাওঁ। সেই কথা ককাইদেৱে জানে। বৰুৱা নাই। তথাপি বৰুৱাৰ ঘৰখন আমাৰ বৰ আপোন ঘৰ। কিবা নিজৰ নিজৰ লাগে। দিনবোৰ সলনি হৈছে। মানুহবোৰো

সলনি হৈছে। তথাপি আমাৰ এই অভ্যাসৰ সলনি হোৱা নাই।

পদূলিত বৈ থকা কালুৰ বিক্সাত উঠিলোহি। বিক্সা আগুৱাই চলালে। সুধিলো, "শঙ্কৰ বৰুৱাৰ ঘৰ চিনি পোৱানে?"

"চাৰা দুনীয়াই চিনি পায়। মই ইয়াতে বুঢ়া হ'লো নিচিনিমনে? বৰ ভাল মানুহ আছিল। দুখীয়াক বৰ মৰম কৰিছিল। ইংৰাজে তাহানি সকলোকে জেল দিলে— বৰুৱাক ধৰিবকে নোৱাৰিলে।"

শঙ্কৰ বৰুৱাৰ ঘৰ পালোহি। বিক্সা আহি পদূলি-মুখত ৰ'লহি। বহুখিনি সলনি দেখিলো। সন্দেহ হ'ল, "হয়তো!" কালুক ঘূৰি সুধিলো।

কালুই হাঁহিলে। "আগৰ ভগা মোকাম নাই দেউতা। ল'ৰাকেইটা মানুহ হৈছে। ভগৱানৰ দোৱা পাইছে।"

গেট খুলি সোমাই গ'লো। অলপতে আহিছিলো। ১৯৭৮ আৰু ১৯৭৯ চনত। তেতিয়া বহুতৰে পৰিবেষ্টিত হৈ আহিছিলো। মন্ত্ৰীৰূপে। এইবাৰ অকলে আহিছো। সকলো মোৰ চকুত অকলে ধৰা পৰিছে। তাহানি বহুবাৰ এই ঘৰলৈ আহিছো। আগতে বেৰা নোহোৱা ঘৰটো দেখিছিলো খেৰৰ চালিৰে। উকথা পঁজাটি। মনৰ পৰ্দাত ক্ষন্তেকলৈ সেইটো ভাহি উঠিল। মুহূৰ্ততে যেন সেই পুৰণি ঘৰটো সলনি হৈ নতুন পৰিবেশৰে আজিৰ ঘৰটি উপস্থাপন (Super impose) হ'ল। কাষৰ জুপুৰি ঘৰবোৰ গুচি পাতবাহৰ আৰু ইটো-সিটো ফুলৰ জোপাৰে জাতিষ্কাৰ হোৱাও দেখিলো। ঘৰত সোমাই গ'লো। বহা কোঠাটো সু-সজ্জিত। মনটো কিবা ভাল লাগি গ'ল।

"নবৌ" বুলি মতাৰ লগে লগেই এগৰাকী বোৱাৰী ওলাই আহিল। তুলতুল বৰুৱা। অকৰ (ভাৰত) পৰিবাৰ। বহিবলৈ ক'লে। চুইছটো টিপি বিজুলী-বিচনীখন চলাই দি ভিতৰ সোমাল।

নবৌ আহিল। আমাৰ গোষ্ঠীৰ নবৌ। মৰমৰ, চেনেহৰ, শ্ৰদ্ধাৰ নবৌ। মুখৰ হাঁহিটো একেই আছে। গালে-কপালে বয়সৰ চাপ পৰিছে। ৰেখাবোৰ স্পষ্ট হৈ ওলাইছে। সময় বাগৰি যোৱাৰ নিদৰ্শন। পাকৈত ৰূপ-সজ্জাকৰৰ নিখুঁত ৰূপ-সজ্জা। কথাছবি পৰিচালকৰ সূক্ষ্ম নিৰ্দেশনা যেন।

"কেতিয়া আহিল? ঘৰত সকলোৰে ভালনে?"

"কালি গধূলি পালোহি। ঘৰত ভালেই।"

ভিতৰলৈ মুখ কৰি অলপ চিঞৰিয়েই ক'লে, "গুৱাহাটীৰ খুড়াৰ আহিছে। অলপ চাহ-পানী বহা।"

এইমাত্ৰ চাহ খাই আহিছিলো। নবৌৰ মৰমৰ নেওচা দিবলৈ টান পালো। সেয়ে মনে মনে থাকিলো।

মই ক'লো, "এইবাৰ নবৌ বহুত সময় হাতত লৈ আহিছো। তাহানি

আধা এবা কাহিনী শুনাব উদ্দেশ্যে।"

"এবা, ক'ত বা এবিছিলো। কি ক'লো কি ক'বলৈ থাকিল—মোৰ একো মনত নাই।"

"মই আঁত উলিয়াই দিম নহয়।"

"হ'ব বাৰু।" নবৌয়ে কথা দিলে।

এনেতে তুলতুলে চাহ-জলপান আনিলে। নবৌয়ে ভিতৰ সোমাই বঁটাটো আনিলে। সিদিনা বেছি আগ বাঢ়িবৰ নহ'ল। ইচ্ছা কৰিয়েই আগ নাবাঢ়িলো। নবৌক সেই পুৰণি কথাবোৰ পাগুলি প্ৰস্তুত হ'বলৈ এদিনৰ সময় দিলো। এনেয়ে ইটো-সিটো কথা উলিয়াই নবৌৰ মনটো সতেজ কৰি ল'লো।

পিছদিনা এই একে সময়তে আহিম বুলি কৈ নবৌৰ পৰা বিদায় ল'লো।

ৰাজখোৱাৰ ঘৰলৈ গ'লো। জগত ৰাজখোৱা। চাহ-বাগিচাৰ মেনেজাৰী কৰিছিল। এতিয়া অৱসৰ লৈছে। মোৰ আত্মীয়। তেওঁৰ পৰিবাৰ ৰমা ৰাজখোৱা। মোৰ জে শাহু। পৰিবাৰে তাতেই বাহৰ পাতিছে।

মোক পদূলিত দেখিয়েই ৰাজখোৱা আগুৱাই আহিল। ক'লে, "আমি আপোনাক বিচাৰি গৈছিলো। আপুনি শঙ্কৰ বৰুৱাৰ ঘৰ পালেগৈ। ইমান পৰ তাতেই আছিলনে? শঙ্কৰ বৰুৱাক আমি সৰুৰে পৰা পাইছো। ৰব একাচেকা মানুহ আছিলদেই। কংগ্ৰেছৰ লাই খুঁটা আছিল। He was a terror to the British Government."

ক্ষন্তেক কথা হৈ উভতিলো। মৃতকৰ ঘৰ ওলালোহি। বহুতো লোক বহি আছে। পুৰুষ-মহিলা একেলগে। মোৰ পৰিবাৰো আছে। মোক দেখি তেওঁ সুধিলে, "নবৌক পালেনে?"

"পালো।"

"কোন নবৌৰ কথা কৈছে?" এগৰাকী মহিলাই প্ৰশ্ন কৰিলে।

"শঙ্কৰ বৰুৱাৰ ঘৈণীয়েক।" পৰিবাৰেই উত্তৰ দিলে।

"অ' অন্ন বাইদেউ! কম নিকাৰ ভুঞ্জিছেনে? পুলিচে কম অতপালিখন কৰিলে? বৰুৱাক লৈ কত সাধু, কত উপকথা ওলাইছিল। দুখতেই দিনবোৰ গ'ল। এতিয়া কিন্তু ল'ৰাকেইজনে ঘৰখন ধৰিছে।"

মহিলাগৰাকীৰে চিনাকি হ'লো। তেৱেঁই সিদিনা ৰাতি ফোন কৰিছিল। নীলিমা বৰুৱা। দগুধৰ বৰুৱা ছোৱালী হাইস্কুলৰ শিক্ষয়িত্ৰী। লেখিকা। ইতিমধ্যে তেওঁৰ লেখা কাকতে-পত্ৰে ছপা হৈ ওলাইছে।

এনেতে হুৰমুৰকৈ এজন সোমালহি। ঘূৰি চাই দেখো মাখন দুৱৰা। অভিনেতা-লেখক। বহুতৰে পৰিচিত। তাহানি ডেকাকালত জ্যোতিপ্ৰসাদৰ

'কাবেঙৰ লিগিৰী' নাটকত শেৱালিৰ ভাও লৈ সুখ্যাতি লাভ কৰিছিল। আজিও তাকে লৈ গৌৰৱ কৰে। তেতিয়াৰ সুদৰ্শন ডেকা। এতিয়া কিন্তু বয়সৰ চাপ ভালকৈয়ে পৰিছে। মোতকৈ বয়সত ডাঙৰ।

আহিয়েই গৰজি উঠিল, "হেৰা, তুমি বোলে কালিতে পালাহি? এতিয়ালৈকে দেখাদেখি নাই। তুমি গৈ শঙ্কৰ বৰুৱাৰ ঘৰ পালাগৈ। হেৰা, বৰুৱাৰ এখন জীৱনী লিখাহে। বৰ উপাদেয় হ'ব। ইংৰাজক কম লটিঘটিখন কৰিলেনে? হেৰা লেখাহে তেওঁৰ জীৱনী এখন, লেখা। তেওঁৰ মানবীয় দিশটো অপূৰ্ব। বহু কথা পাবা। ময়ো তোমাক সহায় কৰি দিম। বহু কথা আছে।"

"আপুনি নিলিখে কিয়? আপুনিওতো লিখে?"

"বহু কথা বহু ধৰণে লিখো বুলি ভাবো। কিন্তু ভবাতে থাকে। মই বৰ এলেহুৱাহে। আজিৰ কামটো কালিলৈ ঠেলাটোৱেই মোৰ অভ্যাস।"

দুৱৰা ৰসিক। ভাল কথক। অনৰ্গল কৈ যাব পাৰে। মাজে মাজে ৰসিকতাও কৰে। তেওঁৰ সন্মুখত আমি আটায়ে শ্ৰোতা হৈ বহু সময় বহিলো। দিনৰ এক বাজি গ'ল। সকলো উঠিল।

ময়ো বাহিৰলৈ উভতিলো।

খাই-বৈ পাটিত পৰিছো। ঘনে ঘনে বৰুৱা দম্পতিৰ কথা মনলৈ আহিছে। এই হ'ল মোহলগা দম্পতি। ব্যক্তিগতভাৱে বৰুৱাৰ কথা সকলোৱে মনত ৰাখিছে। কালু মিঞা—বিস্নাবালা, জগত ৰাজখোৱা—বাগিচাৰ মেনেজাৰ, নীলিমা বৰুৱা—শিক্ষয়িত্ৰী-লেখিকা, মাধৱ দুৱৰা—শিল্পী-অভিনেতা-লেখক আৰু এজন বৌদ্ধিক নাগৰিক। এইসকল বিভিন্ন শ্ৰেণীৰ প্ৰতীক। সকলোৱেই শঙ্কৰ বৰুৱাৰ কথা সোঁৱৰে—সকলোৱেই নবৌৰ মৌন ত্যাগৰ কথা সোঁৱৰে। শ্ৰদ্ধাৰে। কিন্তু সমূহীয়াভাৱে আমি যেন কিবা ব্যৰ্থ হৈছো।

পুৰা কথা-প্ৰসঙ্গতে নবৌক ঘৰখন চলোৱাৰ কথা সুধিছিলো। বৰুৱাৰ মৃত্যুৰ পিছত ঘৰুৱা লেঠাবোৰ কেনেকৈ সামৰিলে। নবৌৱে হাঁহি মাৰি কৈছিল, "মোক পেঞ্চন দিছে। মাহে এশ টকাকৈ। মই জেল খটা নাছিলো। ছয়মাহ জেল খটা লোককহে চৰকাৰে মুক্তি-যুঁজাৰুৰ পেঞ্চন দিয়ে—মোক কিন্তু জেল নখটাতো দিলে।" নবৌৱে যেন নাপাবলগীয়া অনুগ্ৰহখিনি পাইছে—এই মনোভাব। কতজন মন্ত্ৰীৰ—কতজন বিষয়াৰ পৰিয়ালে এনে ক্ষেত্ৰত হাজাৰ টকালৈকে পেঞ্চন পোৱাৰ নজীৰ আছে। পাবলগীয়াই নোপোৱা, নাপাবলগীয়াই পোৱাৰ উদাহৰণ বহুতো দিব পাৰি। নবৌৰ সেই হাঁহিটিয়ে মোক গৰ্ভলৈকে শেলে বিন্ধাদি বিন্ধিলে। আমিওতো শাসনত বহিছিলো। সময়তে সেই ভুল বিচাৰ কৰিব নোৱাৰিলো কিয়? ধিক্কাৰ লাগিল। নবৌ এই ক্ষেত্ৰতো

উপেক্ষিতা হৈয়ে থাকিল। উপেক্ষিতা নবৌ যুগে যুগে, ক্ষণে ক্ষণে উপেক্ষিতা হৈয়ে ৰ'ল।

গুৱাহাটীলৈ উভতিয়েই ফোন যোগে কথাটো কাকতীক জনালো। সতীশ কাকতী। পেঞ্চন বিতৰণৰ অন্যতম বিলনীয়া। তেওঁ টপবাই ক'লে, "ইস্, বৰ বেয়া হৈছে। অন্ততঃ ৫০০ টকা পাব লাগে। অহা ছয় অক্টোবৰত সভা বহিব। মই কথাটো তুলিম।"

ছয় অক্টোবৰত সভা বহিল নে নাই, কি সিদ্ধান্ত হ'ল, এতিয়াও একো ভু পোৱা নাই। সেইদৰেই সিদ্ধান্ত হ'ব বুলি আশা পালি থকাৰ বাহিৰে আমাৰ আৰু উপায় কি?

তিনি ছেপ্টেম্বৰ। শুকুৰবাৰ। পুৱা আঠ বাজি যোৱাৰ লগে লগেই নবৌৰ ওচৰ পালোহি। সচৰাচৰ অহাৰ দৰেই হাতত তামোলৰ বঁটাটো লৈ ওলাই আহিল। হাঁহি মাৰি ক'লে, "আজি তাগিদাত আহিছে নিশ্চয়?" নবৌক এনে হাঁহিমুখৰ দেখিয়েই সময় নষ্ট নকৰি সুধিলো, "আপোনাৰ বিয়াৰ চন-তাৰিখ মনত আছেনে?"

"কিয় নাথাকিব। সকলোৰে সেই দিনটোৰ কথা মনত থাকে। মানুহৰ জীৱনত তিনিটা ডাঙৰ ঘটনা—জন্ম, বিবাহ আৰু মৃত্যু। বিয়া মানুহে নিজে পাতে। সেয়ে মনত থাকে। আন দুটা ঈশ্বৰৰ দান। এই দুটাৰ দিন-বাৰ নিজে নাজানে। প্ৰথমটোৰ কথা আনৰ মুখত শুনি জানে। পিছৰটোতো জানিবৰ উপায়েই নাই।"

"তেন্তে কওকচোন?"

এইবুলি মই টোকা-বহীটো উলিয়াই কলমটো খুলি ল'লো। নবৌ হিকাৰ খাই উঠিল।

"আও, কাগজ-কলম লৈ বহিল দেখোন। জবানবন্দী ল'বনেকি?"

"এৰা। আপোনাৰ জীৱন আনতকৈ ব্যতিক্ৰম। সেয়ে আপুৰুগীয়া। লিপিবদ্ধ কৰিব লাগে। কওকচোন।"

"১৯৩৬, ২১ আঘোণ।"

"আপোনাৰ পিতৃ-ভিঠা?"

"দগাঁৱত। আমাৰ সোণেশ্বৰ বৰাহঁতৰ গাঁৱত। পিতাৰ নাম আছিল ভুবনেশ্বৰ দত্ত। মাৰ নাম হৰিপ্ৰিয়া। ১৯৪০ চনত সত্যাগ্ৰহ কৰি মাই চাৰি মাহ জেল খাইছিল—আমাৰ বাজেন বৰুৱাৰ পৰিবাৰ স্বৰ্ণ বাইদেউৰ লগতে। দুয়োৰে বৰ মিল আছিল।"

"বাৰু বিয়াৰ আগতে আপোনালোকৰ কথা-বতৰা হৈছিলনে?"

"কাৰ কথা বা সুধিছে?"

"ককাৰ লগত?"

"সেই সময়ত এনেবোৰ কথা নাছিল। তথাপি তেখেতৰ কথা মই ইজন সিজনৰ পৰা শুনিছিলো। মিটিঙত বক্তৃতা দিয়াও শুনিছিলো। লগ হৈ কথা পতা হ'লে নাছিলো।"

"বিয়াৰ পিছত লগ পাই কেনে লাগিল?"

"বিয়াৰ তিনি দিনৰ দিনা খোৱা-খুবুনীৰ পূজা হয়। তাৰ পিছত দৰা-কইনাৰ দেখা দেখি? তেখেতৰ প্ৰথম কথাষাৰ কি আছিল জানে?"

"কি?"

"—তুমি এসপ্তাহৰ ভিতৰতে এলাহবাদলৈ যাব লাগিব। তাৰ প্ৰয়াগ মহিলা বিদ্যাপীঠত তোমাৰ কাৰণে ঠাই ৰাখিছো। তাত গৈ প্ৰশিক্ষণ ল'ব লাগে।"

"—ইমান লৰা-লৰিকৈ ওলোৱাতো সম্ভৱ নহ'ব। তদুপৰি আঠ-মঙ্গলাৰ দিনা মায়ে আমাৰ দুয়োৰে কাৰণে বৰ আশা পালি থাকিব।"—

"তেখেত মান্তি হ'ল জানো?"

"হ'ল। ক'লে, হ'ব বাক। আঠ-মঙ্গলাৰ পিছদিনাই যাত্ৰা কৰিম। তাৰ পৰাই ফৰকাটিঙত গাড়ী ধৰিম।"

"দুয়ো যোৰ পাতি যোৱা দৃশ্য চাবলৈ গাঁৱৰ মানুহ ভৰিছিল নহয়?"

"এ ভাল কথা কৈছে। আঠ-মঙ্গলাৰ দিনা পুৱাই যাবলৈ ওলালো। ঘৰৰ পৰাও মানুহ আহিছিল। তেওঁলোকৰ লগতে মোক পঠাই দি তেখেত ক'ৰবালৈ যাবলৈ ওলাল। কোনোবা কৰ্মীৰ অসুখ। খবৰ-বাতৰি লৈ তেখেত আমাৰ ঘৰ ওলাবগৈ। সেই মতেই আমি এফালে; তেখেত এফালে গ'ল। কিন্তু বন্ধা-বঢ়া কৰি ন-জোঁৱাইৰ কাৰণে সকলো বৈ থাকিবলগীয়া হ'ল। বেলি ভাটি দিয়াতহে পালেগৈ।"

"আপোনাৰ মাকে একো নক'লেনে?"

"নক'লে। কিন্তু দুই-এগৰাকী খুড়ী-পেহীয়ে ক'লে, "এ, এইজন নামতে অকল নহয়—জাতে-পাতে শঙ্কৰ। এতিয়া আমাৰ আজলী ছোৱালীজনীৰ বা কি গতি কৰে।"

"এই কথা ফলিয়ালেনে?"

"ফলিয়ালে বুলি সুধিছেহে—বাককৈয়ে ফলিয়ালে। পিছদিনা ফৰকাটিঙত গাড়ীত উঠিলো। দুয়ো এলাহবাদ পালোগৈ। তাত গৈ প্ৰয়াগ মহিলা বিদ্যাপীঠত ভৰ্ত্তি হ'লোগৈ।"

"তাত কিমান দিন আছিল?"

"এবছৰ!"

"কেনে লাগিল?"

"বৰ ভাল লাগিল। বহু কথা শিকিলো। বহুতো নেদেখা বস্তু দেখিলো। একো নহ'লেও মনটো অলপ সলনি হ'লনেকি! তেতিয়াহে জানিলো আমাৰ দেশখন কিমান ডাঙৰ! পৃথিবীখন কিমান বহল! মনটোও অলপ বহল হ'লনেকি! আগতে দেখা দিয়া সৰু সৰু কথাবোৰ চকুত নপৰা হ'ল। পিছে এইবোৰ জীয়াই ৰাখিবলৈ অনুশীলন লাগে। পৰিবেশ ভাল লাগে। নিজেই বুজি পাইছো—সেই ভাববোৰ লাহে লাহে বহল হ'ব চাবি ঠেক হৈহে আছিল। আকৌ আগৰ ঠাইতে ৰ'লোহিনেকি!"

নবৌৰ এই আত্ম-বিশ্লেষণৰ কথা শুনি বৰ ভাল লাগিল। নবৌ অভিজ্ঞতাই গৰকা মহিলা। নিজক জুখি চাব জানে।

মাজু বোৱাৰী তুলতুল আইদেৱে চাহ-জলপান আনিলে।

"চাহখিনি খাই লওক" বুলি নবৌ ভিতৰ সোমাল। ময়ো শক্তি সঞ্চয় কৰি ল'লো। মনতে এযুগ আলচি থকা সেই কথাবোৰ সুধিবলৈ।

নবৌ আহি বহিল।

সুধিলো, "এতিয়া তেন্তে আমি বিয়াল্লিছৰ কথালৈ আহো।

কওকচোন, বৰুৱা ঘৰ এৰি বণলৈ যোৱা দিনটোৰ কথা মনত আছেনে?"

"আছে—সকলো আছে।" নবৌৰ মুখখন হঠাৎ সলনি হ'ল। হাঁহিৰ ৰেঙণি মাৰ গ'ল। মুখখনে কিবা ৰূপ সলালে। কঠোৰ হৈ পৰিল। শেঁতা পৰা চকুযুৰি আকৌ ভমককৈ জ্বলি উঠাৰ দৰে দেখিলো। নবৌ যেন সঁচাকৈয়ে আকৌ বিয়াল্লিছলৈকে উভতি আহিল। গহীনাই ক'লে, "দিনত নহয়—নিশা। মাজ নিশা ওলাই গৈছিল। সাধাৰণতে তেখেত ৰাতি ন-দহ বজাৰ ভিতৰত ঘৰ সোমায়। সিদিনা কিন্তু গধূলিতে আহি সোমাল। সোনকালে খাই-বৈ পাটিত পৰিল। আখলৰ কাম শেষ কৰি ময়ো বিছনাত পৰিলোহি। লাসকাল টোপনি আহিল। হঠাৎ কিবা এটা শব্দ শুনি সাৰ পালো। দেখিলো, হাৰিকেনটো জ্বলাই তেখেতে নিজৰ সৰু বাকচটো খুলিছে। উঠি বহিলো। দেখো তেখেতে বাকচৰপৰা দুখনমান কাপোৰ বাছি লৈ খদ্দৰৰ দীঘলীয়া মোনাটোত সুমুৱাইছে। সুধিলো, 'ক'ৰবালৈ যাবনেকি?"

"ও এতিয়াই ঘৰ এৰি যাম। কংগ্ৰেছৰ লোকক জধে-মধে ধৰি ফাটেকত সুমুৱাইছে। মই ধৰা নিদিওঁ। এইবাৰ শেষলৈকে যুঁজিম।" এইবুলি আকৌ কিবা বিচৰাত লাগিল। কি বিচাৰিছে বুলি সুধিলো।

"মোৰ এৰী-চাদৰখন ক'ত?"

চাদৰখন জপাত আছিল। উলিয়াই দিলো। আঁঠুৱাখন দাঙি বুলু আৰু ভাইটিক কন্তেকলৈ চাই ল'লে। ঘূৰি মোৰ ফালে চাই ক'লে, "মই ওচৰতে

থাকিম।” সিমানেই। হৃৰমূৰকৈ এন্ধাৰৰ মাজতে ওলাই গ'ল।

“তেতিয়া বাৰু কিমান ৰাতি হৈছিল? কেইটা বাজিছিল?”

“ঘৰত ঘড়ী নাছিল। সেয়ে সঠিক সময়টো ধৰিব নোৱাৰিলো। অনুমান দুটামান বাজিছিল।”

“ওলাই যোৱাৰ বহু সময়লৈকে মই একো ভাবিব পৰা নাছিলো। আগতেও এনেদৰে যায় ফৰকাটিঙত গাড়ী ধৰিবলৈ। পিছতহে মোৰ হুচ আহিল। মোৰ মূৰটো আচন্দ্ৰাই কৰিবলৈ ধৰিলে। মোৰ গা তেতিয়া এনেয়ে বেয়া। গাত লেঠা। তিনি মাহে গা ধোৱা নাই। ক'লৈ গ'ল? কিয় গ'ল? বহুদিনলৈকে গ'লনেকি? এৰী-চাদৰখননো বাৰু কিয় নিলে? এতিয়াতো জাৰ পৰা নাই। মোৰ মূৰে কাম নকৰা হ'ল। বিছনাতে ঢলি পৰিলো।

“মটৰ গাড়ী অহাৰ উমান পালো। বৰুৱাক নিবলৈ কাৰোবাৰ গাড়ী আহিলনেকি? আগতে এনেকৈ কেতিয়াবা আহে। বেৰৰ জলঙাইদি জুমি চালো। দেখিলো পুলিচ। এসোপা পুলিচ আহিছে। ঘৰটো চাৰিওফালে আগুৰি ধৰা গম পালো। ৰাতি পুৱাবৰ সময় হৈছে। এজনে মাতিলে, ‘বৰুৱা ডাঙৰীয়া। উঠকচোন।’ পোনতে উত্তৰ নিদিলো। ‘বৰুৱা, বৰুৱা’ বুলি দুৱাৰত টুকুৰিয়াবলৈ ধৰিলে।

“কোন” বুলি মাত দিলো।

“আমি চৰকাৰী মানুহ। পুলিচ। বৰুৱাক মাতি দিয়ক।”

দুৱাৰ মেলি ওলাই আহিলো। ক'লো, “বৰুৱা ঘৰত নাই।”

“ক'লৈ গ'ল?”

“একো কৈ যোৱা নাই।”

“কেতিয়া গ'ল?”

এইবাৰ মিছা মাতিবলগীয়া হ'ল। লাহেকৈ ক'লো, “আজি তিনিদিন হ'ল।”

“এজনে গৰজি উঠিল—–মিছা কথা। আজি গধূলি মই বৰুৱাক লগ পাইছো। আপুনি মিছা কথা কৈছে। আমি ঘৰ সোমাই চাব লাগিব। কোনোবা তিৰোতা মানুহ শুই আছে যদি উঠাই দিয়ক।”

“কোনো নাই। মোৰ চাৰি বছৰীয়া ছোৱালীজনী আৰু দুবছৰীয়া ল'ৰাটো শুই আছে।”

“তেওঁলোক থাকক।” এইবুলি দুজনমান সোমাই গ'ল। সকু ঘৰ। সোনকালেই চোৱা হ'ল। বাৰীৰ কলগছৰ মাজে মাজেও বিচাৰিলে। চৌহদত থকা জুপুৰিকেইটাতো বিচাৰিলে। খল-ফাট দিলে। লাহে লাহে পোহৰ হ'ল। পুলিচৰ গাড়ী উভতি গ'ল।

"দুই-এজন ওচৰ-চুবুৰিয়াই ভুমুকি মাৰি চালেহি। ভাবিলে, বৰুৱাক পুলিচে ধৰি নিলে।"

সিদিনা সিমানতে সামৰি মই বাহৰলৈ উভতিলো।

চাৰি ছেপ্টেম্বৰ। শনিবাৰ।

পুৱা সময়মতে নবৌৰ ওচৰ পালোহি। নবৌ সাজু হৈয়ে আছিল। যোৱাৰ লগে লগেই সুধিলে, "এজলাচ বহিবৰ সময় হ'লনেকি?"

"হ'ল। আজি জেৰা বেছি হ'ব। বাৰু, বৰুৱাৰ অজ্ঞাতবাসৰ কালছোৱাৰ কথা মনত আছেনে?"

"মনত নাথাকিবনে? মোৰ সেইছোৱা দুঃস্বপ্নৰ সময়। কেতিয়াবা অস্থিৰ হৈ পৰিছিলো। ভাবিছিলো—বলিয়া হৈ যামনেকি? কিন্তু ভগৱানে তৰিলে।" বুলি হাতযোৰ কৰি ভগৱানক সুঁৱৰিলে।

"পুলিচে বৰ আমনি কৰিছিল নহয়নে?"

"আমনি নহয়—অত্যাচাৰ। অসভ্যালি। কিছুমান ঘটনাৰ কথা সুঁৱৰিলে এতিয়াও শিয়ঁৰি উঠো। '৪৩ চন, ২৯ মাৰ্চ। সেইদিনা মোৰ গা সৰিল। অকৰ জন্ম হ'ল। এনেয়ে দিন নাযায়—তাতে আকৌ কেঁচুৱাৰ আমনি। প্ৰথম দুদিন তেওঁ ভালেৰেই গ'ল। পুলিচ অহা নাছিল। "কিন্তু তৃতীয় দিনা" বুলি বাইদেৱে দাঁত-মুখ কৰচি উঠিল। সেই পিশাচবোৰ আহিল। ৰাতি—মাজ ৰাতি। ইফালে প্ৰসূতিৰ জ্বালা, আনফালে এই পিশাচবোৰ। কেঁচুৱাৰ কান্দোন শুনি সিহঁতৰ কি অসভ্যালি। কি অকথ্য মন্তব্য! ইতৰ লোকৰ ইতৰ কথা। ৰাতি তেতিয়া আছেই। দুৱাৰত ভৰিৰে গুৰিয়াইছে। সৰু ভনীজনী লগত আছিল। ভয়ে ভয়ে দুৱাৰ খুলি দিলে। দাৰোগা আৰু দুজন পুলিচ সোমাই আহিল। ভনীজনীয়ে চিঞৰি দিলে—কেঁচুৱাই চঁক খালে। কান্দি কান্দি থৰ লাগিল। ভগৱানক সুঁৱৰিলো। কি নিলাজ—কি অসভ্য। দাৰোগাজনে মোৰ আঁঠুৱা দাঙি চালে। ক'লে, "বৰুৱাই হেনো মায়া জানে? কেঁচুৱা ৰূপ ধৰি....।" নবৌয়ে আৰু ক'ব নোৱাৰিলে। মাত হেৰাই গ'ল। চকু-মুখ ৰঙা হৈ পৰিল। ময়ো হাতৰ কলমটো ক'ব নোৱৰাকৈয়ে সামৰি থ'লো।"

কেইমুহূৰ্তমান সময় কোঠালিটো নিস্তব্ধ হৈ পৰিল। নবৌৱে আকৌ আঁত ধৰিলে, "মোৰ খঙে মূৰৰ চুলি পালেগৈ। কিবাকিবি বকিলো, অলপ বেয়াকৈয়ে ক'লোনেকি? তেওঁলোকে কি ক'লে জানে?"

মোৰ উত্তৰলৈ অপেক্ষা নকৰি নবৌৱে নিজৰ প্ৰশ্নৰ নিজেই উত্তৰ দিলে, "আমি গম পাইছো নহয়—বৰুৱা এনেদৰে প্ৰসূতিসকলৰ বিছনাতে লুকাই থাকে। এইবুলি পিশাচবোৰ আঁতৰিল। মোৰ মন আৰু দৃঢ় হ'ল।

সকলো অত্যাচাৰ, সকলো লাঞ্ছনা-গঞ্জনা মূৰ পাতি ল'বলৈ ভগৱানে মোক নতুন সাহস দিলে।"

মোৰ মনটো সেমেকি গ'ল। প্ৰশ্ন কৰিবলৈ আঁত বিচাৰি নোপোৱা হ'লো। তথাপি সুধিলো, "কিমান দিন এনেদৰে পুলিচ আহিছিল?"

"দিন নহয়— বছৰ। প্ৰায় একেলগে তিনিবছৰ ধৰি।"

"সদায় আহিছিলনে?"

"পোনতে পাতল আছিল। সৰুপথাৰত ৰেলগাড়ী পৰাৰ পিছৰ পৰা বেছি হ'ল। প্ৰায় দৈনিক বুলিব পাৰি। সৰুপথাৰৰ গাড়ী পৰা দিনটো মনত আছিল—এতিয়া পাহৰিলো।"

"মোৰ মনত আছে নবৌ। '৪২ চনৰ দহ অক্টোবৰ তাৰিখে।"

"এৰা, অলপ জাৰ পৰিছিল। পূজাৰ সময় আছিল। ভাইটিয়ে পূজাৰ পেঁপা বিচাৰি আমনি কৰাৰ কথা মনত পৰে। এই গাড়ী পৰাৰ পিছত অসহ্য আক্ৰমণ। কেতিয়াবা দুবাৰ। দিনতো— ৰাতিও।"

নবৌক উত্তেজিত হোৱা দেখিলো। কথাবোৰ নিশ্চয় ভালকৈ মনত পৰিছে। সেয়ে পলম নকৰি সুধিলো, "সম্পত্তি বাজেয়াপ্ত কৰিছিল নহয়? কি কি নিলে?"

"কি কি এৰি থৈ গ'ল সুধিলে উত্তৰ দিবলৈ সহজ হ'ব? সকলো নিছে। ঘৰত কিতোনো আছিল? যিখিনি আছিল সকলো লৈ গ'ল। এদিন কেইখনো ট্ৰাক গাড়ী আহিল। লগে লগে পুলিচ, দাৰোগা, হাকিম, পিয়াদা এসোপা আহিল। এজনে আমাক কিবা এখন পঢ়ি শুনালে। একো নুবুজিলো। মনো দিয়া নাছিলো। তাৰ পিছত মানুহবোৰ ঘৰ সোমাল। খাট-পালেং, তুলি, লেপ, চকি, মেজ, বাচন-বৰ্তন, ভাতৰ চৰু সকলো গাড়ীত তুলিলে— আনকি বাহিৰ ফুৰিবলৈ যোৱা ঘটিটোও। গাইকেইজনী দামুৰিৰে সৈতে বান্ধি নিলে।"

"কেৱল বুলু, ভাইটি আৰু মোক এৰি থৈ গ'ল। মানুহে মানুহৰ ওপৰত কি অত্যাচাৰ কৰিব পাৰে, কি নিৰ্দয় হ'ব পাৰে তেতিয়া বুজিলো। তথাপি ধৈৰ্য ধৰিলো। তেখেতক ল'ৰা-ছোৱালীকেইটা গটাই দিব পৰা হ'লে মই পুলিচৰ আগতে নাখাই নাখাই মৰিলোহয়। মায়াত বন্দী হ'লো। ল'ৰা-ছোৱালীকেইটাৰ মুখ চাই।"

মাজু বোৱাৰী তুলতুলে চাহ-জলপান আনি আগত থলে। নবৌ উঠিল। চাহখিনি খাবলৈ কৈ ভিতৰ সোমাল।

কন্তেক বিৰতিৰ পিছত আকৌ যেন আঁৰ-কাপোৰ উঠিল। নবৌ প্ৰৱেশ কৰি নিজ আসনত বহিল। হাঁহি হাঁহি ক'লে, "হাকিম লায়কৰ নহয়।

আচামীৰ জবানবন্দী শুনি মূহ-কঁহ যায়। হাতৰ কলম সুলকি পৰে।”

নবৌৰ ৰসিকতাত নিজেও আনন্দ পালো।

“আপোনাৰ ঘৰ চলোৱাত বৰ অসুবিধা হ’ল! তাৰ পিছত আপুনি কি কৰিলে?”

“সিদিনা আৰু একো কৰিবৰ নহ’ল। ভোলা বৰুৱাৰ ঘৰৰ পৰা খোৱাৰ যোগান দিলে। গধূলি বিষ্ণু কাকতি আহিল। তেওঁ ৰন্ধা-বঢ়াৰ কাৰণে এটি সৰু ডেক্সি আৰু দুখন কাঁচৰ থাল দি গ’ল। ল’ৰা-ছোৱালীকেইটাৰ কথাত বৰ বিপাণ্ডত পৰিছিলো। মাটিতে খেৰ পাৰি বিছনা কৰি লৈছিলো। সিহঁত খেৰত নোশোৱে। জিদ ধৰে। কথাটো দৌলেশ্বৰ বোপাই (দৌলেশ্বৰ দত্ত) কেনেবাকৈ গম পালেনেকি? পিছদিনা এখন তুলি, দুটা গাৰু আৰু বিছনা-চাদৰ এখন দি গ’ল। সেইবোৰকে লৈ আকৌ সংসাৰ পাতিলো।”

“আৰু কাৰোবাৰ পৰা কিবা সহায় পাইছিলনে?”

“পাইছিলো। বহুতে সহায় কৰিছিল। পিছে তেওঁলোকবো বিপদ হয় নহয়। কোনোবা অহা দেখিলে পুলিচে তেওঁলোকৰ পিছ লয়। সেয়ে ময়ে বহুতক আহিবলৈ মানা কৰিছিলো। কিন্তু কেইজনমানে নুশুনে। ছেগ বুজি আহি সহায় কৰি আছিল।”

“তেওঁলোকৰ নাম মনত আছেনে?”

“নমৰালৈকে মনত থাকিব। কওঁ বুলিলে বহুতৰে কথা ক’ব লাগিব। দুজনমানৰ নামহে কওঁ। আমাৰ চহৰৰে দৌলেশ্বৰ দত্ত, ভোলা বৰুৱাৰ পৰিয়াল, খুমটাইৰ বিদ্যা গোহাঁই, গেলাবিলৰ চেনীচন মিৰি, ভদ্ৰ ফুকনৰ পৰিয়াল আৰু কেইজনমান।”

“ভদ্ৰ ফুকন তেতিয়া জেলত নাছিল জানো?”

“আছিল। তেওঁৰ ভায়েক সুৰেণ ফুকনো পলাই ফুৰিছিল। তথাপি তেওঁলোকৰ ঘৰৰপৰা মাজে-সময়ে চাউল-পাত দি সহায় কৰিছিল। চেনীচন মিৰিয়ে মাজে-মাজে বস্তা ভৰাই মাহৰ দালি, চাউল, কচু আনি দিয়ে।”

নবৌ অলপ থমকি ৰ’ল। কিবা কথা মনত পৰা যেন উমান পালো। নবৌয়ে হাঁহি মাৰি ক’লে, “ইংৰাজৰ চোৰাংচোৱাবোৰ বৰ মূৰ্খ আছিল নহয়নে?”

“কি মূৰ্খামি দেখিলে?”

“একোজন আহি ওলাব। ক’ব, ‘বাইদেউ। মই এইমাত্ৰ বৰুৱাৰ ওচৰৰ পৰা আহিছো। ৰাতিয়েই যামগৈ। কিবা চিঠি-পত্ৰ দিবনেকি? দিয়ে যদি দিয়ক। নাম-ঠিকনা লেখি দিলেই মই দিমগৈ।’

“কেতিয়াবা মনে মনে থাকো। কেতিয়াবা খং কৰি খেদি দিওঁ।”

“এদিন আকৌ এজন ওলালহি। আহিয়েই বকিবলৈ ধৰিলে। ‘বাইদেউ—

কি কৰিব? যাৰ যি লিখন সেয়ে হ'ব। পিছে আমাৰ কৰ্তব্য কেৰাও কৰিব লাগিব নহয়। মুখৰ ছাই গুছাব লাগিব।' মোক মনে মনে থকা দেখি তেওঁ নিজেই কৈ গ'ল। 'বুজিছে বাইদেউ'। কালে মাতি নিলে। নহ'লেনো আমি ইমানবোৰ নিজৰ মানুহ থাকোতে তেখেতেনো মাজুলীলৈ কিয় যাব লাগে? ইমান দিনে পুলিচেৰে ভেটা-ভেটি হোৱা কথা নুশুনিলো। সিদিনানো তেনেদৰে মুখামুখি হ'ব লাগেনে? বোধকৰো থতমত হৈ গ'ল। সেয়ে লুইতত জাঁপ দিলে। বৰ মানুহজন গ'লদেই!"

"আপুনি তেতিয়াও স্থিৰেৰে থাকিলনে?"

"মানুহজন দেখিয়েই মোৰ অবিশ্বাস হৈছিল। তেনে ঘটনা ঘটিলে মাজুলীৰ সমগ্ৰ লোকেই আহি ওলালহিহয়। তেতিয়াহ'লে যোৱা ৰাতিও পুলিচ আহি মোক আমনি কৰিলেহিহয় কিয়? সেয়ে একো নামাতি মনে মনে থাকিলো। তেৰোঁ পাছ নেৰে। সেয়ে মই উঠিলো। ক'লো, তুমি এই চালবেৰকে কি কোৱা কৈ থাকা। মই পোহৰ থাকোতেই চাউলকেইটা সিজাওঁ। অলপ মাছো পাইছো—সেইখিনি বেয়া হৈ যাব। মানুহজনে অলপ সময় বহি থাকি, 'যাওঁদেই বাইদেউ' বুলি মাত লগাই গুচি গ'ল। এইবোৰ মানুহৰ মুখ চাব নাপায়। কিন্তু এনেবোৰ মানুহৰ লগতেই মোৰ সেই কালত সদায় দেখাদেখি হৈছিল।"

"এবাৰ বোলে আপুনি পুলিচকে পুৰিবলৈ খেদি গৈছিল?"

"পুলিচক নহয়—ঘৰটোকে?"

মই আচৰিত হৈ সুধিলো, "নিজৰ ঘৰটোকে?"

"হয়। আমাৰ আগৰ ঘৰটোতো আপুনি দেখিছিলেই। এইয়া এতিয়াহে পকা ভেটি হৈছে। তেখেতেতো কেঁচা ভেটিতে দেহা এৰিলে। তেতিয়াৰ সেই চাল-বেৰ নোহোৱা ঘৰটো আছিল। কাষৰ জুপুৰি ঘৰটোত থাকো। চালিখনতে ৰন্ধা-বঢ়া কৰোঁ। বৰষুণ দিলে দুই ঘৰৰ মাজেৰে পানী পৰে। থকা জুপুৰিটোত হৰ-হৰকৈ পানী সোমায়। সেয়ে তাৰ পৰা ৰক্ষা হওক বুলি দৌলেশ্বৰ বোপাই এখন নাওৰা লগাই দিয়াইছিল। তেতিয়া মোৰ বাৰী ঘৰ এৰাবাৰী। দিনে-ৰাতিয়ে পুলিচে লুটুৰি থাকে। এদিন দুজন পুলিচ আহি নাওৰাখন দেখি ক'লে, 'এই নাওৰাখন খুলি নিয়াৰ হুকুম হৈছে। কালিলৈ আহি লৈ যাব লাগিব।' কথাটো শুনি মোৰ বৰ খং উঠিল। বেজাৰো লাগিল। মনতে পাতি আছিলো— এইখন নিব আহিলে গোটেই ঘৰটোকে জলাই দিম। মুকলিত বাঁহৰ তলতে থাকিম।"

"পিছে সিহঁত আকৌ আহিল জানো?"

"আহিল। সেই দুজন পুলিচেই আহিল। নাওৰা খুলিবলৈ সাজু হ'ল।

মশ্নো 'বহু বাপেৰে, সোপাকে খলাই দিম।' বুলি জুই লৈ খেদি গ'লো। দুয়ো পলাই পত্ৰং দিলে। পিছে সিমানতে শেষ নহ'ল। আবেলি এজাক পুলিচ আহিল। এজন দাৰোগাও। মই শাক-পাচলি কুটি আছিলো। সিহঁত অলপ আঁতৰতে থিয় হৈ ৰ'ল। বোধকৰো বঠিখন দেখি। দাৰোগাজনে হাতত এটি সৰু বন্দুক লৈ আগবাঢ়ি আহি সুধিলে, 'আপুনি পুলিচক জুই লগাই পুৰিব খুজিছিল?' মই টপৰাই উত্তৰ দিলো, 'মিছা কথা। মই সৌ নাওৰা এখনহে লগাইছিলো। পানীৰ পৰা ৰক্ষা পৰিবলৈ। সেই দুজন পুলিচে নাওৰাখন খুলি নিবলৈ আহিছিল। সেয়ে মই ঘৰটোকে পুৰি পেলাব খুজিছিলো।" দাৰোগাজন থমকি ৰ'ল। পিছুৱাই গৈ পুলিচকেইজনক টানকৈ কোৱা শুনিলো, 'তোমালোকক নাওৰা খুলিবলৈ কোনে হুকুম দিছিল? আগলৈ হুকুম নোহোৱাকৈ আহিলে শাস্তি পাবা।' সকলোবোৰ আঁতৰিল। সিদিনাৰ পৰা এনেদৰে বস্তু সৰকাবলৈ অহাৰ কথা তল পৰিল।

সিদিনা সিমানতে সামৰি বাহৰমুৱা হ'লো।

পাঁচ ছেপ্টেম্বৰ—দেওবাৰ।

সময়মতে নবৌহঁতৰ পদূলি পালোহি। আজি নতুন কথা দেখিলো। নবৌ দুৱাৰ-মুখত বৈ আছে। মোক দেখিয়েই ক'লে, "কালি গধূলি আমাৰ ন-বোৱাৰী আহি পালে। আজি আকৌ জিতুৰ লগত ঢেকীয়ালৈ যাবলৈ ওলাইছে। আহক ন-ছোৱালীৰে চিনাকি কৰি দিও।" এইবুলি জিতু আৰু নিৰলাক মাতি আনিলে। চিনাকি কৰি দিলে। জিতুক আগতে পাইছো। ন-বোৱাৰী নিৰলাৰে চিনাকি হ'লো। তেওঁলোকে খৰধৰ কৰি বাছ ধৰিবলৈ গ'ল। আমিও আমাৰ কামৰ কাৰণে সাজু হ'লো।

পোনতে ময়ে ক'লো, "জিতুক সিদিনা হাফ-পেণ্ট পিন্ধি ফুৰা দেখিছিলো। এতিয়া বিয়া কৰালে। জিতু আৰু লাখো। সিদিনাৰ ল'ৰা। এতিয়া এজনে বেংক চলাইছে—ইজনে ডাক্তৰী কৰিছে। সিহঁতৰ জন্মৰ চন তাৰিখ মনত আছেনে?"

"আছে। তাৰ প্ৰমাণো আছে।" এইবুলি অকক মাতিলে। সোঁৱৰণিৰ টোপোলাটো আনিবলৈ ক'লে। অকই টোপোলাটো আনি দিলে। নবৌৱে এখন এখনকৈ সোঁৱৰণি উলিয়াই মোৰ হাতত দিলে। এইবাৰ এখন সোঁৱৰণি লৈ ৰবকৈ হাঁহিবলৈ ধৰিলে। মই হাঁহাৰ কাৰণ বুজিব নোৱাৰি নবৌৰ মুখলৈ চাই ৰ'লো।

"এইয়া তেখেতৰ কীৰ্তি। কেনে ধৰণৰ লোক আছিল এইখনেই চানেকি।" এইবুলি সোঁৱৰণিখন মোৰ ফালে আগুৱাই দিলে। মই চকু ফুৰালো। এখন সুন্দৰ ৰং-চঙীয়া সোঁৱৰণি। কন্যা সন্তানৰ। জন্ম ১৪ আগষ্ট, ১৯৪৭ চন।

"বৰ ভাল দিনত জন্ম লৈছে। দেশ স্বাধীন হোৱাৰ আগদিনা। উৎসৱৰ উকফাৰ দিনা। জন্মিয়েই স্বাধীন হ'ল।"

"ঠিক কৈছে। দেশ স্বাধীন হোৱাৰ আগদিনা। বিভিন্ন ঠাইত স্বাধীনতাৰ উৎসৱ পাতিছে। তেখেতৰ গাত তত নাই। ঘৰত নাই। পিছদিনা উৎসৱ ভাঙি ৰাতি ঘৰ সোমাইছেহি। আহিহে সন্তান জন্মৰ কথা শুনিলে। দুদিন ঘৰতে আছিল। ঘৰত বোলোতে গোলাঘাটত। কেঁচুৱাৰ মুখ চাবলৈ সময় নাই। বিভিন্ন ঠাইত সম্বৰ্দ্ধনা-সভা পাতিছে। পুৱাই ওলাই গৈ ৰাতি ঘৰ সোমায়। দিনৰ সাজতো নাখায়েই, ৰাতিৰ সাজো ক'ৰবাত খাই আহে। হয়তো আমনি কৰা হ'ব বুলি নোখোৱা-নোবোৱাকৈয়ে শুই থাকে। পঞ্চম দিনা ক'ৰবাৰ দূৰলৈ যাবলৈ ওলাল। মবঙ্গীৰ ফালেনেকি! ঠিক মনত নাই। আমি কেঁচুৱাৰ গণনাৰ কথা তুলিলো। তেখেতে সেইদিনা এখন নৈবেদ্য আগ বঢ়াবলৈ দিলে। ক'লে, 'তাত এজন ভাল অধ্যাপক আছে। ভাল গণনা কৰে। তেওঁৰ হতুৱাই সোঁৱৰণি এখন কৰাই আনিম।' সেইমতে গ'লগৈ। প্ৰায় এসপ্তাহমানৰ পিছত ঘৰ ওলালহি।"

"সোঁৱৰণি কৰালেনে?"

"কৰালে। শুনকচোন। আহি গৰ্বত ওফন্দি ফুৰিছে। যেন 'শ্যামন্ত মণি'হে উদ্ধাৰ কৰি আনিলে। সেই ভাব। সেই চলন-ফুৰণ। মুখত ৰণজয়ৰ হাঁহি লৈ সোঁৱৰণিখন মোৰ হাতত দিলেহি। দেখি ৰং লাগিল। ধুনীয়াকৈ ৰাশিচক্ৰ আঁকি কৰি দিছে। পঢ়ি চালো। ...শুভ কন্যা জাত। গুপ্তনাম জীৱেশ্বৰী। মই মূৰে-কপালে হাত দিলো। আমাৰ এই নৱজাতক কন্যা নহয়—পুত্ৰ সন্তানহে। শেনটোৰ দৰে অহা মানুহজন ফেঁচাটোৰ দৰে হৈ পৰিল।" মই হাঁহি সামৰিব নোৱাৰিলো। নবৌয়েও হাঁহিলে। ক'লে, "দেখিছে, কি মানুহেৰে সংসাৰ কৰিছিলো!"

"আপোনাৰ খং উঠা নাছিলনে? এপালি জাৱণি নিদিলেনে?"

"নাই নোৱাৰিলো। কোনোদিনাই নোৱাৰিলো। বাহিৰত সকলোৱে দেশ-কৰ্মী বোলে, বিপ্লৱী বোলে। ইংৰাজেও হেনো ভয় কৰিছিল। কিন্তু ঘৰ সোমালেই মাটিৰ মানুহ এজন হৈ পৰে। মোৰ পুতৌ হয়। সৰু ল'ৰা যেন লাগে। মৰম কৰিবৰ মন যায়। ডেকা হ'লেও কিবা 'চেমনীয়া', 'চেমনীয়া' লাগে। বুঢ়া হ'লেও কিবা 'কেঁচুৱা','কেঁচুৱা' লাগে। একো ওজৰ-আপত্তি নাছিল। হাঁহেৰেও চলে মাহেৰেও চলে। আঞ্জাত নিমখ নহ'লেও নকয়। তেনেই ল'ৰাটোৰ দৰেই আছিল। সেয়ে ল'ৰাৰ দৰেই মই মৰম কৰিছিলো।"

বহুপৰ নবৌৰ মুখলৈ চাই ৰ'লো। অভাৱনীয় মাতৃ-মূৰ্তি এটিৰ দৰ্শন হ'ল। নবৌ মাতৃ, পুত্ৰ কন্যা স্বামী সকলোৱে। গুৰুযোগনীৰ মহিলাসকলৰ

সেই বিশেষণটিৰ কথা মনলৈ আহে। আদর্শ ম্নত্ত্ৱ যেন জ্যামিতি পাঠৰ এঃ প্রঃ বিঃ।

অকই (ভাৰত বকৰা) চাহ জলপান আনিলে। নবৌ ভিতৰ সোমাল। চাহ খাই অকৰে কথা হ'লো। দেশ-বিদেশৰ কথা। গোলাঘাট চহৰৰ কথা। ইটি-সিটো বহুতো। তুলতুলে আহি কাঁহী-বাতি সামৰিলে। মই তুলতুলক সুধিলো, "হেৰা শাহুক কেনে পাইছা?"

তেওঁ এনে প্রশ্নৰ কাৰণে নিশ্চয় প্রস্তুত নাছিল। তথাপি উত্তৰ দিলে, "মাক এৰি আহি আকৌ মাকে পাইছো।" বুলি ভিতৰ সোমাল।

নবৌ আকৌ আহি বহিল। এইবাৰ ময়ে সূত্র ধৰিলো, "নবৌ, এই সেইদিন বহুতৰে মুখত আপোনাৰ প্রশংসা শুনিলো।"

"কিহৰ প্রশংসা?"

"আপুনি ল'ৰা-ছোৱালীকেইটাক মানুহ কৰিলে। ঘৰখন তৰিলে।"

"সিহঁতনো কি বৰ মানুহ হ'ল। এইখিনি শিক্ষা সকলোকে লাগে। নহ'লে চলিব কেনেকৈ?"

"নহয় আপুনি বহুত কৰিলে—ভাবি আমিও আচৰিত হওঁ।"

"মোৰ এটি মূল্যবান সম্পত্তি আছিল। তাকে ভাঙি-ছিঙি এইখিনি কৰিলো। আৰু কৰিব নোৱাৰিলো।"

"কি সম্পত্তি আছিল?"

"খং। মোৰ ৰুদ্র মূর্তিৰ খংটো।"

মই একো বুজিব নোৱাৰি নবৌৰ মুখলৈ চাই ৰ'লো। নবৌৱে কৈ গ'ল, "তেতিয়া অভাৱ—ভাবিব নোৱৰা অভাৱ। এসাজ খালে সিসাজ খাবলৈ নোজোৰে। সিহঁতৰ শিশু মন। ভাল খাবলৈ, ভাল পিন্ধিবলৈ বিচাৰে। শাকে-পছলাৰে বাঢ়ো। ভাত বাঢ়ি দি খং উঠা দেখুৱাওঁ। সিহঁতে একো আপত্তি নকৰি তাকেই খায়। টালি-টাপলি মাৰি কাপোৰ জুকিয়াই দি খঙৰ ভাও ধৰো। সিহঁতে একো নামাতি তাকে পিন্ধিয়েই স্কুললৈ যায়। গধূলিতে ঘৰ সোমাই ফলি-পুথি লয় মোৰ ক'ৰবাত খং উঠে বুলি।" কথাখিনি কৈ নবৌৱে এটি হুমুনিয়াহ পেলাই ক'লে, "ৰাতি সিহঁত লাল কাল টোপনিত পৰে। সিহঁতৰ দুর্ভগীয়া মুখকেইখন চাই মই চকুপানী টোকো।"

কোঠালিটো গৰম হৈ পৰিল। ইফালে মোৰ সময় কম হৈ আহিছে। এক বাজিবৰ হ'ল। আতালি ভোজন খাব লাগে। মই নবৌক কৃতজ্ঞতা জনাই পুথি-পাঁজি সামৰিলো। কালিলৈ পুৱাই গুৱাহাটীলৈ উভতিম। বিদায় ল'ব বিচাৰিলো। ক'লো, "নবৌ, বহুত আমনি কৰিলো। মোক বহুখিনি মৰম দেখুৱালে। এতিয়া বিদায় লওঁ।" এইবুলি মই উঠিলো। অক লগতে

আছিল। বিদায়ৰ কথা শুনি তুলতুলো ওলাই আহিল। ভাইটি সূৰ্য আৰু লাখো গুৱাহাটীত। জিতু-নিৰলা ঢেকীয়ালৰ পথত। মই লাহেকৈ বাৰাণ্ডালৈ ওলালো। নবৌহঁতো পিছে পিছে আহিল। অকই বিক্সা এখন আনো বুলি বেগাই ওলাই গ'ল। মই চোতালত ভৰি দি নবৌৰ ফালে চাই ক'লো, "বৰ ভাল লাগিল। চিৰদিন মানুহৰ সমানে নাযায়। ঈশ্বৰে এতিয়া আপোনাক কৃপাৰ চকুৰে চাইছে।"

নবৌৱে ওপৰতে ধৰিলে, "নহয়। কিছুমানে কপালত দুখ লৈয়ে আহে। ময়ে তাৰ প্ৰমাণ। মোক সকলো দিয়ো ঈশ্বৰে একো নিদিলে। তেখেতেই ঈশ্বৰৰ প্ৰিয় আছিল। সেয়ে তেখেতক আগতেই লৈ গ'ল। কিন্তু মোক ওৰে জীৱনৰ কাৰণে একুৰা জীয়া জুই দিলে।"

মই আচৰিত হৈ সুধিলো, "কি জীয়া জুই?"

নবৌৱে ডিঙিটো ঘূৰাই আঙুলিয়াই দেখুৱালে। বাৰাণ্ডাৰ এমূৰত এজনী ছোৱালী বহি আছিল। মুখখন মৰম লগা। আমাৰ ফালে চাই তায়ো হাঁহিবলৈ বিচাৰিছে। "সেইজনী মোৰ পেটমচা ছোৱালী। ভনু (লখিমী)। তাই আঁকৰী, বিকলাঙ্গী, পঙ্গু।" নবৌৰ দুচকুৰে দুটোপাল চকুলো বৈ অহা দেখিলো। আচলৰ আগটো লৈ চকু দুটা মচিবলৈ বিচাৰিছে। জপনাৰ মুখত অকই বিক্সা আনি সাজু কৰিলেহি। বিক্সাৰ বেল বাজিছে। মোৰ যাত্ৰাৰ জাননী।

এবাৰ ইফালে এবাৰ সিফালে চাইছো। অকই আহিবলৈ ইংগিত দিছে। নবৌৰ মুখৰ ফালে চালো। ধাৰাসাৰে চকুলো বৈছে। মোৰ মাত হেৰাই গ'ল। একো নমতাকৈয়ে লৰালৰিকৈ বিক্সাত উঠিলোগৈ।

বিক্সা এৰি দিলে। নবৌহঁতক আৰু নেদেখা হ'লো।

কিন্তু নবৌৰ সেই চকুলোভৰা মুখখনে ওৰে বাটে মোক আমনি কৰি আছিল।

# মতলিব আলী

১৯৬৭ চন। মার্চ মাহৰ ১৮ তাৰিখ। শ্বিলঙলৈ যাবলৈ ওলাইছো। বিশ মার্চৰপৰা নতুন বিধান সভা বহিব। বিধায়ক নির্বাচিত হৈছো কমলপুৰ সমষ্টিৰপৰা। প্রজা ছচিয়েলিষ্ট দলৰ প্রাথীৰূপে।

পুৱাই যাব খুজিছিলো। কিন্তু পৰিবাৰে নিদিয়ে। নতুন ঠাইলৈ নতুন কামৰ কাৰণে যাম। দিন-বাৰ-সময় চাই যাত্রা কৰিব লাগে।

যাত্রাৰ কাল অনুসৰি ১১-৪৫ মিনিটত যাত্রা আৰম্ভ কৰিলো। অর্থাৎ শোৱা-কোঠাৰ পৰা বহা কোঠালৈ। এতিয়া আৰু ভিতৰলৈ যোৱা নিষেধ। যাত্রাৰ ক্ষণ আৰু ব্যৱস্থা লাইলা বাইদেৱে (লাইলা আহম্মদ, বর্তমান পাণবজাৰ ছোৱালী হাইস্কুলৰ প্রধান শিক্ষয়িত্রী) চাই-চিতি দিছে। পৰিবাৰৰ সহকর্মী। তদুপৰি যাত্রাৰ কালত ঘৰৰ ভাত এমুঠি খাই যাব লাগে। এইবোৰ পৰিবাৰৰ ব্যৱস্থা, পৰিবাৰৰ অনুৰোধ। এই অনুৰোধ আমাৰ চাম মানুহৰ কাৰণে আদেশ সদৃশ। আমাৰ কাৰণে এওঁলোকে কম নিকাৰ ভুঞ্জিব লগা নহয়। তদুপৰি অভাৱ আছেই। তাৰ উপৰিও জেল-জৰিমনা। এই অভাৱ আৰু অত্যাচাৰ এওঁলোকে নীৰৱে সহ্য কৰি যাব লগাত পৰে। এওঁলোকে দোষ নকৰাকৈয়ে দণ্ড পায়। আমাৰ দোষত বা গুণত। সেয়ে ঘৰত এওঁলোকৰ প্রভাৱ একছত্রী। পুতৌ কৰিয়েই এওঁলোকৰ আদেশ আমাৰ চাম লোকে সততে পালন কৰি যায়। এইবাৰ যেনিবা ভেকুলীৰ পিঠিত নোম গজিছে। বিধায়ক নির্বাচিত হৈছো। পৰিবাৰৰ সন্দেহ, কিজানি মাজ ভাগতে বিধান সভা ভঙ্গ কৰি দিয়ে। এই ভাবো বৰ অমূলক নহয়। এবাৰ সাপে খালে লেজুলৈকে ভয়। আমাক আগতে এবাৰ খাইছে। সেয়ে ভয় বা সন্দেহ কৰাৰ থল আছে। পিছত দুবাৰো খাইছে ১৯৬৫-৬৬ চনত। আৰু ১৯৭৫ চনত। প্রথমবাৰ পৌৰ সভাত, দ্বিতীয়বাৰ পৌৰ নিগমত। পৌৰ-সভাৰ চেয়াৰমেন হৈছিলো। চৰকাৰে পৌৰসভা বাতিল কৰিলে। চেয়াৰমেন ভগা গ'লো। আঠ বছৰলৈকে নির্বাচনো নেপাতিলে। পৌৰ সভা গুচি পৌৰ নিগম হ'ল। ১৯৭৫ চনত মেয়ৰ হ'লো। আঠ মাহ পাৰ হওঁ নৌ-হওঁতেই চৰকাৰে পৌৰ নিগম বাতিল কৰিলে। ময়ো পদচ্যুত হ'লো। এইবাৰ সেয়ে সাৱধান হৈছো। পৰিবাৰৰ কথা মতেই কৰি গৈছো। সপ্তাহ আগতে সত্য নাৰায়ণৰ পূজা এভাগিও পাতিছিল। তাতো আঁঠু লৈছিলো। সঁচাকৈয়ে এইবাৰ ৰক্ষা পৰিলো। পূর্ণ কাল পালো। পিছত কিন্তু মই হেটট্রিক কৰিলো। ১৯৭৯ চনত চেয়াৰমেন

ভঙা গ'লো, মেয়ৰ ভঙা গ'লো, শেষত মন্ত্ৰী হৈ মন্ত্ৰীও ভঙা গ'লো। দুৰ্ভাগ্যৰূপেই সৌভাগ্য আহিল। মই ৰেকৰ্ড প্ৰতিষ্ঠা কৰিলো। উত্থানৰ নহয়—পতনৰ এনে ভাগ্য অসমৰ আন ৰাজনীতিজ্ঞৰ ভাগ্যত ঘটা মোৰ চকুত নপৰে। এই ক্ষেত্ৰত মই নিশ্চয় প্ৰথম অসমীয়া।

গাড়ী আহিবৰ সময় হৈছে। এক বাজিবৰ হ'ল। মনটো উচপিচাই আছে। ঘনে পতি বাহিৰলৈ চাইছো। এদল মানুহ অহা দেখিলো। এদল বোলোতে দহ-বাৰজন। সকলোৰে প্ৰায় একে সাজ। লুঙি, পাঞ্জাবী বা কামিজ। সমুখত সুচেন ভূঞাৰ ঘৰ। উকিল। ভাবিলো তেওঁৰ মোকৰ্দ্দেল। আগতেও কেতিয়াবা এনেদৰে অহা দেখিছো। কিন্তু আজি অন্যৰূপ দেখিলো। মোক বাৰাণ্ডাত দেখি মোৰ ফালে চাই হাঁহিছে। দূৰৈৰ পৰাই। তৃপ্তিৰ হাঁহি। সন্তুষ্টিৰ হাঁহি। মানুহখিনিলৈ চাই ৰ'লো। কেঁকুৰিটো ঘূৰি মোৰ ঘৰৰ সন্মুখত ৰ'লহি। আটায়ে 'আদাব' জনালে। সুধিলো, "কৰ পৰা আহিছে? কাক বিচাৰিছে?"

এজনে উত্তৰ দিলে, "আপোনাৰ ওচৰলৈকে আহিছো মালিক। আমি ইছালামপুৰৰ মানুহ।"

"ইছলামপুৰ?" নাই, ঠাইখিনি মনত পেলাব নোৱাৰিলো। "আহক" বুলি মাতি আনি সমুখৰ সৰু কোঠালিটোতে বহিবলৈ দিলো। ঠাইৰ নাটনি। মানুহ বেছি। ঠেকাঠেকিকৈ কেইজনমান বহিল। কেইজনমান থিয় হৈয়ে থাকিল। ময়ো থিয় হৈয়ে সুধিলো, "কিয় আহিল কওক। মই শ্বিলঙলৈ যাবলৈ ওলাইছো। কি কথা আছে সোনকালে কওক।"

"ছাৰ। আমি আপোনাৰ ওচৰত ক্ষমা বিচাৰি আহিছো। আমাক ক্ষমা কৰিব লাগে।"

"কিয়? আপোনালোকে কি দায় লগালে। ক্ষমা কৰিব লাগে যে?"

"আমি ছাৰ আপোনাক ভোট দিয়া নাছিলো। ভোট দিয়াৰ ইচ্ছা আছিল। কিন্তু ভয়তে নোৱাৰিলো, মালিক।"

"কিয়? কি ভয় হ'ল?"

"ভোটৰ দুদিনমান আগৰ কথা। দুজন মানুহ গ'ল। আমাৰ চুবুৰিলৈ। ওচৰৰ গাঁৱৰে মানুহ। কাছাৰীত কিবা কামো কৰেনেকি? তেওঁলোকে ক'লে, 'ছচিয়েলিষ্টক ভোট দিলে ৰাজদ্ৰোহ হ'ব। ফাটেক খাটিব লাগিব।"

"এনেদৰে কৈছিলনে?"

"কৈছিল ছাৰ।"

"কোনে কৈছিল?"

দুজনৰ নাম ক'লে। মই বৰ আচৰিত হ'লো। এজনে পুৰাই মোক

দেখা কৰিও গৈছে। ভোটৰ দুদিনমান আগতে আমাক (মোক আৰু হেম বৰুৱাক) ভোট দিবলৈ হেনো কৈও ফুৰিছিল। মই তেওঁৰ নাম কৈ সুধিলো,

"এৰোঁ তেনেদৰে কৈছিলনে?"

"সেইবোৰ কথাত নধৰিব। চেষ্টা নিদিব। জাতে মাৰিলেও ভাতে মাৰিব নাপায়।"

ইমান পৰে সকলো কথাৰ উত্তৰ এজনেই দি গৈছিল। সঁজাতী দলৰ দলপতিৰ দৰে।

মই তেওঁৰ নামটো সুধিলো।

"মোৰ নাম মতলিব আলী। মৰিয়া মানুহ, ছাৰ। আমি আটায়ে ইছলামপুৰৰ নিবাসী।"

চৰকাৰী গাড়ী মকবল কৰিছো। এটকা দিলে ঘৰৰ পৰাই তুলি নিয়ে। ডেৰ-বজাৰ লগে লগে গাড়ী আহি পদূলি-মুখত ৰ'লহি। নিজৰ বস্তুখিনি লৰালৰিকৈ তোলাই দিয়ালো। নিজেও পৰিয়ালৰপৰা বিদায় লৈ গাড়ীত উঠিলো। মানুহবোৰে গাড়ীৰ চাৰিওফালে বেটি ধৰিলেহি।

মতলিবে ক'লে, "আমাৰ বহু কথা আছিল মালিক। এতিয়া আৰু সময় নহ'ব। খোদাই ভালেৰে নিয়ক। সভা কেতিয়া ভাঙিব?"

"বিহুৰ আগে আগে। তেতিয়া ঘৰতে থাকিম।"

"তেতিয়া আমি আকৌ আহিম।"

"আপোনালোক আহিব নালাগে। ময়ে যাম।" সকলোৰে মুখত হাঁহি বিৰিঙি উঠিল। মতলিবে ব্যগ্ৰ হৈ সুধিলে, "যাবনে? সঁচাই যাবনে মালিক?"

"যাম। নিজে গৈ আপোনালোকৰ চুবুৰি চাই আহিম।"

"বাৰু বিহুৰ আগতে আহি দিন-বাৰ ঠিক কৰি যাম।"

গাড়ী এৰি দিলে।

পলকতে পল্টন বজাৰৰ মটৰ ষ্টেচনত গাড়ী ৰ'লহি। অৱনী বৰুৱা পৰিবহন বিভাগৰ কৰ্মচাৰী। মোৰ বন্ধু। তেওঁ টিকট আদি যুগুতাই দিলে। লগত আৰু দুজন বিধায়ক উঠিল। ওৰাঙৰ সুৰেন বৰুৱা আৰু কলাইগাঁৱৰ দণ্ডিৰাম দত্ত। দত্ত আগৰ চিনাকি। বৰুৱাৰে নতুন চিনাকি হ'লো। গাড়ী শ্বিলং অভিমুখে এৰি দিলে। নতুন পৰিবেশৰ মাজেৰে নতুন ঠাইলৈ ৰাওনা হ'লো।

গধূলিৰ লগে লগে শ্বিলং পালোগৈ। গাড়ী বিধায়কসকলৰ বাসভৱনৰ পদূলিত ৰ'লহি। লোকে লোকাৰণ্য হৈ আছে। গাড়ীৰ পৰা নমাৰ লগে লগেই নাম ভুবনেশ্বৰ আহি মোৰ কোঠালিটো চাই থৈছে। বৰ্মনৰ কাষতে মোৰো কোঠালি। আমাৰ পি. এছ. পি. দলৰ চাৰিজন, আজাদ আলী

আৰু ডাঃ সুৰেন্দ্ৰ নাথ দাস। তেওঁলোকৰ বাহৰ পাইনউদ হোটেলত। আজাদ আৰু ডাক্তৰ দাসো তাতেই আছিল। চাৰিওজন গৈ মোৰ কোঠাত সোমালগৈ।

বৰ্মনে ক'লে, "বিৰোধী পক্ষৰপৰা অধ্যক্ষ পদৰ কাৰণে বহুতে আপোনাৰ নাম উত্থাপন কৰিছে। কিছুমানে কেপ্টেইন চাংমাৰ কথাও কৈছে। অন্নদাকান্ত গোস্বামীৰো নাম ওলাইছে। কালি আপুনি নহাৰ কাৰণে একো ঠিক নহ'ল। আজি এতিয়া সকলো বহাৰ কথা। যাওঁ বলক।"

মন নগ'ল। ক'লো, "আপুনিয়েই আমাৰ হৈ যাওক। সকলোৱে বিচাৰিলে মোৰ আপত্তি নাই বুলি ক'ব।" নিশ্চিত পৰাজয়ৰ কথা জানিও মই নীতিৰ কাৰণেই মোৰ সম্মতি জনালো। বৰ্মন সভালৈ গ'ল। আজাদ, দাস আৰু মই কথা হ'লো। ৰাতি নমান বজাত বৰ্মনে আহি ক'লে, "আপোনাৰ নাম প্ৰস্তাৱ কৰিবলৈ বহুতে ঠিক কৰিছে।" সিদিনা সিমানতে সামৰিলো। আজাদ আৰু দাস গ'লগৈ। আমি খাই-বৈ জিৰণি ল'লো।

পিছদিনা পুৱাৰ পৰা বিভিন্ন ঠাইৰ পৰা অহা বিধায়কসকলৰে চিনাকি হ'লো। দুপৰীয়া খাই-বৈ বিছনাত দীঘল দিছো। দুজনমানে শ্বিলঙত দুপৰীয়া শুলে তেজ বেয়া হয় বুলি সতৰ্ক কৰি দিলে। মই ক'লো, "তেজ থাকিলেহে বেয়া হ'ব। যদি তেজেই নাথাকে বেয়া হ'ব কৰ পৰা?" নিৰ্বাচনৰ ভাগৰ পলোৱা নাই। চাইকেল আৰু খোজ কাঢ়িয়েই সমষ্টিত ভোট বিচাৰি ঘূৰিছিলো। জয়ী হৈ বিভিন্ন ঠাইলৈ সম্বৰ্দ্ধনা লবলৈ যাব লগাত পৰিছিলো। সেয়ে বহিলেই টোপনি ধৰে। ভালকৈ টোপনি গ'লো।

সিদিনা আবেলি তিনি বজালৈকে অধ্যক্ষ পদৰ বাবে মনোনয়ন দিয়াৰ সময়। মোৰ চহী পুৱাৰ ভাগতে বৰ্মনে লৈ গৈছে। দুই বজালৈকে কংগ্ৰেছ পক্ষৰ প্ৰাৰ্থী বাছনি হৈ উঠা নাই। সেয়ে সভা বহিছে। যিসকলক যাচে তেওঁলোকে ল'বলৈ নিবিচাৰে, যিসকলে হ'ব খোজে তেওঁলোকক বাছিব নিবিচাৰে। মূৰকত হৰেশ্বৰ গোস্বামীৰ নাম উঠিল। সময়মতে মনোনয়ন দাখিল হ'ল। বৰ্মনৰ দেখাদেখি নাই—পুৱা দহমান বজাতে খাই-বৈ ওলাই গৈছে। কংগ্ৰেছৰ সভাৰ বেহ-ৰূপ নিৰীক্ষণ কৰিবলৈ। আজাদ আৰু দাস মোৰ কোঠাতে বহিছেহি। ফুৰাৰ উদ্দেশ্য। উধাতু খাই বৰ্মন আহিল। ক'লে, "বৰ ভাল কথা হ'ল। হৰেশ্বৰ গোস্বামীৰ লগত প্ৰতিদ্বন্দ্বিতা কৰাৰ কথা বাহিৰত ভাল প্ৰচাৰ হ'ব।"

সঁচা কথা। তাহানিলৈকে হৰেশ্বৰ আমাৰ পি. এছ. পি. দলৰ নেতা আছিল। এতিয়া কংগ্ৰেছলৈ গৈছে। যুক্তি—কংগ্ৰেছে সমাজবাদী সমাজ গঢ়াৰ আঁচনি লৈছে। আমাৰ দলৰ এই কথা লৈ খহনীয়া আৰম্ভ হৈছে। অশোক মেহতাৰ নেতৃত্বত বহুতো পি. এছ. পি. সভ্যই কংগ্ৰেছত যোগদান কৰিছে।

অসমতো এই কথাত হৰেশ্বৰে আগ ভাগ লৈছে। আমাৰ মত সুকীয়া। কংগ্ৰেছে সমাজবাদ প্ৰতিষ্ঠা কৰিব নোৱাৰে। সেইখন পুঁজিপতিৰ কঠিয়াতলী।

আমাৰ দলৰ বৰঘৰ থৰক-বৰক। দিল্লীৰ পৰা হেম বৰুৱাই কিষ্ণ গোস্বামীলৈ চিঠিত লেখিছে, "যিসকল নভবালে আহিছিল, সেইসকল নভবাকৈ গ'লগৈ। আমাৰ দল সৰু হ'লেও আদৰ্শত বিশ্বাস থকা লোকৰ দল হ'ল। হতাশ নহৈ আমাৰ ভাল দৰে লাগিবৰহে সময় হ'ল।"

সেয়া ১৯৬৪-৬৫ চনৰ কথা। মই তেতিয়া গুৱাহাটী পৌৰ সভাৰ চেয়াৰমেন। বাছিয়াৰ ফুটবলৰ দল গুৱাহাটীত খেল প্ৰদৰ্শন কৰিবলৈ আহিছে। ফকৰুদ্দিন আলী আহমদ অসম ফুটবল সন্থাৰ সভাপতি। তেওঁ তেতিয়া কেন্দ্ৰীয় মন্ত্ৰীও। তেওঁ আমাক তেওঁৰ বাহৰলৈ মাতি পঠিয়ালে। মোক আৰু ভাইচ চেয়াৰমেন সৰোজ সেনক। ৰাছিয়াৰ দলটিক নাগৰিক সম্বৰ্দ্ধনা দিব লাগে বুলি অনুৰোধ জনালে। মান্তি হ'লো। সেই সুযোগতে হৰেশ্বৰে মোক কংগ্ৰেছত যোগ দিবলৈ খাটনি ধৰিলে। কিন্তু মই আপত্তি কৰিলো। তদুপৰি অহঙ্কাৰেও মোক বহুখিনি বাধা দিলে। কিয়নো অসমত ছচিয়েলিষ্ট দল গঠন কৰাত প্ৰথমৰ পৰাই মই মাটি ভাঙিছিলো। এই দল ত্যাগ কৰা মোৰ পক্ষে সম্ভৱ নহয়। হৰেশ্বৰক ক'লো, "Hareswar, vanity prevent me from joining congress."

পুৰা নেহৰু ষ্টেডিয়ামৰ প্ৰাঙ্গণত ৰাছিয়াৰ খেলুৱৈসকলক সম্বৰ্দ্ধনা জনোৱা হ'ল। অভিনন্দন-পত্ৰৰ উপৰিও প্ৰত্যেকজন খেলুৱৈক একোখন ফুলাম গামোচা আৰু একোটা ফুলাম জাপি উপহাৰ দিয়া হ'ল। দলক এখনি ডাঙৰ শৰাই দি আদৰণি জনোৱা হ'ল। আমাৰ অসমীয়া ভাষাত পঢ়া অভিনন্দন ডঃ কনকচন্দ্ৰ মহন্তই (কৃষি বিভাগৰ প্ৰাক্তন সঞ্চালক) ৰুছ ভাষাত লগে লগে অনুবাদ কৰি দিলে। তেওঁলোকৰ দলৰ দলপতিয়ে দিয়া অভিনন্দনৰ উত্তৰো মহন্তদেৱেই ভাঙনি কৰি গৈছিল।

আজি হৰেশ্বৰৰ লগত পোনপটিয়া প্ৰতিদ্বন্দ্বিতা কৰাৰ সুযোগ মিলিছে। জানো পৰাজয় সুনিশ্চিত। তথাপি মনত বল পালো। নীতিৰ যুদ্ধত যেন ময়েই জয়ী হ'লো।

পিছদিনা। ২০ মাৰ্চ, ১৯৬৭ চন। পুৱা দহ বজাত বিধান সভাৰ বৈঠক বহিল। আব্দুল মতলিব মজুমদাৰ ডাঙৰীয়াই অধ্যক্ষৰ আসন গ্ৰহণ কৰিছে। ৰাজ্যপালে সিদিনাৰ সভা চলাবলৈ তেওঁক অধ্যক্ষ মনোনীত কৰিছে। পোনতে বিধায়কসকলৰ শপত গ্ৰহণ হ'ল। তাৰ পিছত অধ্যক্ষৰ নিৰ্বাচন অনুষ্ঠিত হ'ল। মই পৰাজিত হ'লো। হৰেশ্বৰ গোস্বামী অধ্যক্ষ নিৰ্বাচিত হ'ল। বিভিন্নজনে অধ্যক্ষক ওলগনি জনালে। ময়ো জনালোঁ—স্বৰচিত নাটকৰ

এটি বচনৰ আবৃত্তিৰে.........

"জয়ত আনন্দ নাই
পৰাজয় গৌৰৱৰ কথা
তথাপিও এই ৰণ দেৱৰ বাঞ্ছিত।"

পিছদিনা বাতৰি কাকতত ওলাইছিল এইদৰে,

"Chaudhury was happy that his one time colleagues who impressed him with his great confidence in building healthy opposition in democracy was to-day decorating the chair of the house."

(Assam Tribune 21.3.67)

বিধান সভা আৰম্ভ হ'ল। বিধান সভাৰ সামৰণিও পৰিল। আমিও পৰ্বতৰ পৰা নতুন অভিজ্ঞতা লৈ ভৈয়ামলৈ নামিলো।

৯ এপ্ৰিল, ১৯৬৭ চন। দুপৰীয়া ঘৰতে বহি আছো। বাহিৰত কোনোবাই চিঞৰা শুনিলো।

"ছাৰ আছেনেকি ?"

"কোন ?"

"মই, ছাৰ! মতলিব মৰিয়া।"

ওলাই আহি দেখো, সেই মতলিব আলী আহিছে।

বহি কথা হ'লো। গাঁৱৰ কথা তাত থকা মানুহবোৰৰ কথা। তেওঁলোকৰ সুখ-দুখৰ কথা।

"ক'তা ? তোমালোকৰ ইছলামপুৰৰ নাম দেখোন ভোটাৰ তালিকাত নাপাওঁহে। মই ঠাইখিনি ধৰিব পৰা নাই। এবাৰ গৈছিলোনেকি ? মৰিয়া মানুহৰ চুবুৰি এটালৈ যোৱাৰ কথা মনত পৰে। ঠাইখনৰ নাম মালাৰা আছিলনেকি ?"

"ঠিক কৈছে মালিক। সেই চুবুৰিৰেই ইছলামপুৰ। চৰকাৰৰ লিষ্টত মালাৰা বুলিয়েই আছে। গাঁওখনৰ দুটা ভাগ। এভাগত হিন্দু ভাইসকল থাকে—ইফালে আমি আছো। আমি নিজে ইছলামপুৰ নাম দি লৈছো দিয়ক। নিজৰ ল'ৰা-ছোৱালীৰ নাম নিজেহে দিয়ে। নিজৰ জন্ম-ভিঠা। সেয়ে আমি নাম দি লৈছো—ইছলামপুৰ। বহুতো আকৌ মৰিয়াপট্টী বুলিও কয়।"

"এৰা 'মৰিয়াপট্টী' নামটো সুৱলা নহয়।"

"সেয়ে ছাৰ আমি ইছলামপুৰ নাম ৰাখিছো।"

"বাৰু তোমাক এটা কথা সোধো। বেয়া নোপোৱাটো।"

"কিয় বেয়া পাম, সোধক।"

"তুমি মতলিব মৰিয়া বুলি কিয় চিনাকি দিয়া?"

"ছাৰ, মৰিয়া বুলি বং পাওঁ। মৰিয়া জাতি বৰ খানদানী জাতি। বৰ বিলাসী, বৰ ভোগী জাতি, মালিক। আপুনিতো সকলো জানে। আপুনি জানো আগতে মাষ্টৰ নাছিল। বুৰঞ্জীত নিশ্চয় মৰিয়া জাতিৰ কথা পাইছে।"

মতলিবৰ মুখত বুৰঞ্জীৰ কথ শুনি মই থৰ হৈ ৰ'লো।

মই ক'লো, "মই অঙ্কৰ মাষ্টৰ আছিলো। বুৰঞ্জীৰ জ্ঞান কম। বাৰু তুমিয়েই কোৱাচোন তোমালোকৰ জাতিৰ বুৰঞ্জীৰ কথা।"

"ছাৰ তুৰবকৰ লগতে আমাৰ আজো ককাহঁতো অসমলৈ আহে। আমাৰ জাতি বণুৱা নহয়। কাৰিকৰ। মোগল সেনাৰ লগত চামে চামে সেনাপতি পালি-সেনাপতি থাকে। তৰোৱালৰ নালত, ব্যৱহাৰ কৰা বাচন-বৰ্তনত খানদানীৰ মাফ থাকে। সেইবোৰ ভাগে ভাগে গঢ়ি দিবলৈ আমাৰ ককাহঁতক লগত লৈ আহিছিল। আহোম সৈন্যই তুৰবকক খেদি পঠিয়ালে। সকলো ভাটিমুৱা হ'ল। অহোম সৈন্যই খেদি গ'ল। কিন্তু আমাৰ মৰিয়াৰ বাহৰত তুৰবক পলোৱাৰ গমকে নাপালে। আমাৰবোৰ মানুহ আহোম সৈন্যৰ হাতত বন্দী হ'ল। ধৰি আনি গড়গাঁৱৰ ওচৰত ৰাখিলে। ইমানবোৰ ৰাইজক বহুৱাই খুৱাবনে? হাতী ৰখিবলৈ দিলে। আমাৰ মানুহে হাতী দেখাই নাই—সেয়ে হাতী ভালদৰে প্ৰতিপালন কৰিব নোৱাৰিলে। হাতী মৰি শেষ হ'ল। পিছত সেই কাম এৰুৱাই খেতি কৰিবলৈ মাটি দিলে। আমাৰ জাত খেতি কৰা জাত নহয়। নশ মানুহে হেনো খেতি কৰি ছশ পুৰা ধান চপালে। আমালৈ স্বৰ্গদেউৰ পুতৌ হ'ল—এইবাৰ হেনো তেওঁৱেই সুধিলে, "তহঁতে কি কৰিব জান?" ককাহঁতে পিতলৰ কামত পটু বুলি ক'লে। তেতিয়াৰ পৰাই ছাৰ, আমাৰ এই ব্যৱসায়। আমি কাৰিকৰ, শিল্পী। হাতৰ কাম জনা মানুহ। গেবাৰি খাতিব নোৱাৰো।"

এইয়া ১৯৬৭ চনৰ কথা। সিদিনা ১৯৮১ চন। 'আহোমৰ দিন' নামৰ অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা বুৰঞ্জীখন হাতত পৰিল। হিতেশ্বৰ বৰবৰুৱাৰ লিখা। পাত মেলি 'মৰিয়া' শিতান এটি দেখিলো। পঢ়ি চালো। তাত লেখিছে, "পাছে সেই কৰতোৱা গঙ্গাতে তেজ-পূজ ধুই, তাত কতো দিন থাকি ১৪৫৪ শকত কনচেং বৰপাত্ৰ আমাৰ সীমা পাতি দৌল, আলি পুখুৰী কৰি চিন ৰাখিলে। আমাৰ ৰণ জিকি অনা বঙ্গালৰ সেনাখিনিক হাতী ঘাঁহি দিলে। সিহঁতে হাতীৰ নেগুৰৰ ফালে ঘাঁহ গুজি দিয়াত নেজানে বুলি খাতত খেতি কৰিবলৈ দিলে। তাতো নিলগৰ পৰা বোকা আনি কঠিয়াৰ গুৰিত দি খেতি কৰিলে। নশ মানুহে খেতি কৰি ছশ পুৰা ধান পালে। পাচে ৰজাই একো নাজানে বুলি "আদানি কৰি ধনী" কৰিলে আৰু মৰিয়া

বুলি ক'লে। পাছলৈ ইহঁতে নিজ ইচ্ছামতে পিতলৰ টৌ, লোটা, কলহ আদি সাজি নিজৰ জীৱিকা মোকলাবলৈ ধৰে। ইহঁতৰ বংশৰ মানুহে আজিলৈকে এই ব্যৱসায় কৰি খায়।"

বুৰঞ্জী পঢ়ি স্তম্ভিত হ'লো। মতলিবে তাহানিতে এই বুৰঞ্জীকে কৈছিল। মতলিবক এতিয়ালৈকে মৰম-চেনেহ কৰিছিলো। কিন্তু এতিয়াৰ পৰা মোৰ মতলিবলৈ শ্ৰদ্ধাও বাঢ়িল। মতলিবে আৰু কৈছিল, "মালিক, য'তেই ডা-ডাঙৰীয়াৰ টোল ত'তেই আমাকো পাব। আমি ডা-ডাঙৰীয়াসকলৰ ছাঁৰ দৰে আছিলো। এখন আঁচনি কৰিছো। আদেশ দিলে আনি দেখুৱাব খোজো।"

সঁচা কথা। মতলিবৰ এই উক্তিৰ সাক্ষী উজানবজাৰৰ বাজবাৰীৰ ওচৰতে থকা মৰিয়াপট্টী। দুমুনি চকী (দু-মোহিনী)ৰ কাষতে থকা এই মালাবা বা ইছলামপুৰ।

আঁচনিখন আনিবলৈ কৈ মতলিবক বিদায় দিলো।

বিহু পাৰ হ'ল। ইছলামপুৰীয়া বাইজক কথা দিয়া মতে এদিন সেইখিনি ওলালোগৈ। লগতে হুছেইন আলী খণ্ডকাৰ, আফজলকাই, মুলকচা আৰু বলো ডেকা। এৰা সেই গাঁওখনেই। আগতে দুবাৰো পাক মাৰি গৈছো। গাঁওখনৰ মাজেদি এটি আহল-বহল আলি। পূৱা-পশ্চিমাকৈ। দুফালে শাৰী শাৰী জুপুৰি। মাজে মাজে দুই-এটা টিনেৰে ঢকা। আলিটো বহল—এখন ডাঙৰ চোতালৰ দৰে। এমূৰত থিয় হ'লে উৰলি যোৱা উৰা জাহাজৰ আড্ডাৰ এৰা পৰা 'বানৱে' যেন লাগে। ইয়াতে ইছলামপুৰীয়া কাৰিকৰে পিতল খুন্দে। নিজৰ ঘৰত চোতাল নাই। আলিবাটেই চোতাল। পূবফালে বৰনদী। নামতহে বৰ। খৰালি খোজ কাঢ়ি পাৰ হ'ব পাৰি। বাৰিষা ফেনে-ফোটোকাৰে বাঢ়ি আহে। বৰনদীৰ সিপাৰে বিস্তৃত চৰ। মই বাইজক এই মাটি ভাঙি খেতি কৰিবলৈ ক'লো। বাইজে বিশেষ আগ্ৰহ নেদেখুৱালে।

গাঁৱৰ কাষতে এটি স্কুল ঘৰ। কাঠৰ খুঁটাৰ ওপৰত টিনৰ চালি দিয়া। পুৰণি। পুৰণি বুলিলে সঠিক কোৱা নহয়—আও পুৰণি। তাহানিতে ইছলামপুৰৰ বাইজে নিজৰ ধন ভাঙি বান্ধিছিল। এতিয়া পশ্চিমফাললৈ হালি গৈছে। 'লিনিং টাৱাৰ অব পিচা'লৈ মনত পৰিল। মই ক'লো, "ঘৰটো বাগৰি পৰিব পাৰে। ল'ৰা-ছোৱালীবোৰক বাহিৰতে বহুৱাই পঢ়োৱাৰ দিহা কৰিব লাগে। নহ'লে কেতিয়াবা অঘটন ঘটিব।"

এনেবোৰ ঠাইত এম. এল. এৰ বৰ আদৰ। সকলোৰে ঘৰত এবাৰ বহিব লাগে। চাহ জলপান খাব লাগে। আদৰ-অভ্যৰ্থনাত কেতিয়াবা মৰি যাওঁ মৰি যাওঁ লাগে। এই ক্ষেত্ৰত এম. এল. এক হা জোঁৱাইৰ লগত তুলনা কৰিব পাৰি। অলপৰহে পাৰ্থক্য। কইনা বিচৰাৰ সময়ত বৰৰ আৰু

ৰৰঘৰীয়াৰ বৰ আদৰ। কিন্তু বিয়াৰ পিছত দিন বাঢ়ি যায় মানে ৰৰঘৰীয়াৰ প্ৰতি আদৰতো নাথাকেই ৰবৰ প্ৰতিও আদৰ-সাদৰ সেমেকি আছে। কিন্তু ভোট বিচৰাৰ সময়ত প্ৰাৰ্থী বা প্ৰাৰ্থীৰ সমৰ্থকৰ আদৰ নাই। সেই ক্ষণ ভোটাৰৰ—ভোট বিচৰাৰ নহয়। পিছত কিন্তু জয়ী প্ৰাৰ্থীৰ প্ৰতি আদৰ ঊৰ্দ্ধগামী হয়। গলত মাল্যবৰ্ষণ—গামোচা প্ৰদান। আৰু কত কি? এনেবোৰ প্ৰথাৰ সোনকালে সামৰণি নপৰিলে দেশ আৰু দহৰ অমঙ্গল।

১৯৬৭ চন। মে' মাহৰ ২৫ তাৰিখ। মতলিব ওলালহি। আঁচনিখনো আনিছে। আঁচনিখন পঢ়ি চালো। গাঁৱৰ মেনাসকলৰে লগ হৈ সেই আঁচনি প্ৰস্তুত কৰিছে।

গাঁওখনৰ কৰ্মঠ মানুহৰ সংখ্যা অধিক। সেই অনুপাতে কেঁচামালৰ চাহিদা। কেঁচা মাল তাম আৰু দস্তা। পাবলৈ নাই। বজাৰত জুই-ছাই দাম। চৰকাৰৰ অনুমতি-পত্ৰ পালে কেঁচা মাল কম দামতে তুলিব পাৰে। তিনিমহীয়া কিস্তিত কেঁচা মাল দিয়াৰ ব্যৱস্থা লাগে। চৰকাৰৰ লগৰ কামখিনি মই কৰি দিব লাগে। নকল এটা মোৰ হাতত দিলে। আঁচনিখন মোৰ হাতত তুলি দি মতলিবে যেন সকাহ পালে। ক'লে, "মালিক, সিদিনা আপুনি আমাক মাটি ভাঙি খেতি কৰিবলৈ ক'লে। আমাৰ দ্বাৰা সেই কাম নহ'ব। আমি কাৰিকৰ। হাতৰ কাম কৰি খোৱা লোক। যাৰ যি কাম সেইটোহে কৰা দৰকাৰ। ভেকুলীয়েও পৈত্ৰিক বৃত্তি নেৰে। টোৰটোৰায়। আমি মানুহ হৈ এৰিমনে? স্বাধীন চৰকাৰ হৈছে। আপুনি আমাৰ মালিক। পিতলৰ ব্যৱস্থা কৰি দিয়ক, দেখিব আমাৰ গাঁৱৰ শ্ৰী দুমাহতে ঘূৰাই আনিম।"

"আজিকালি পিতলৰ বাচনত মানুহৰ চখ নাইহে। এইবোৰৰ চাহিদা কম।"

"চাহিদা বঢ়াব লাগিব। পিতলৰ শৰাই, পিতলৰ কলহ, পিতলৰ লোটা-ঘটি সকলো অসমীয়া পৰিয়ালত থকা উচিত। অলপতে ভাষা আন্দোলন হোৱা নাছিল জানো? অসমীয়া ভাষাৰ কাৰণে। ময়ো এদিন গুৱাহাটীৰ কাছাৰীৰ সন্মুখত প্ৰচেছন কৰি জেল খাইছিলো। এবেলাৰ কাৰণে। আমি এইবোৰ বস্তুৰ ব্যৱহাৰৰ কাৰণেও জোৰ প্ৰচাৰ চলাব লাগিব। আন্দোলন কৰিব লাগিব।"

"এইবোৰৰ দামো বাঢ়িল নহয়।"

"আপুনিও সেইদৰে কয়নে? আপোনাৰ ঘৰত আইনাৰ গিলাচ, চীনা মাটিৰ কাপ-প্লেট কিমান ভাঙে আপুনি হিছাপ ৰাখিছেনে? এবাৰ হিছাপ কৰি চালে দেখিব আপুনি বহুত ভৰিছে। বছৰে বছৰে ভৰিছে। পিতলৰ এটা বাচন কিনক—সি তিনি পুৰুষ যাব। আমাৰ গাঁও-ভূঁইতো এই বায়ু সোমাইছে। চীনা মাটি আৰু আইনাৰ বাচনৰ চখ উঠিছে।"

"তেনেহ'লে। তোমাৰ পিতলৰ বস্তু ক'ত চলাবা?"

"এইবোৰ থুনুকা বস্তু মালিক। খানদানী ঘৰত শোভা নাপায়। মালিক! গাঁও চিনিব ঘাটত, গাঁও চিনিব বাটত। এখন গাঁৱলৈ যাওক। গাঁওখন কেনে আপুনি ভিতৰলৈ নগৈ ঘাট আৰু বাট চায়ে বুজিব পাৰিব।"

"কেনেকৈ?"

"ঘাটলৈ শাৰী পাতি জীয়াৰী-বোৱাৰী পানী নিবলৈ আহে, চাওক কঁকালত কি কলহ জিলিকিছে। যদি পিতলৰ কলহ তাৰ শোভাই বেলেগ।বুজিব গাঁওখন খানদানী লোকৰ গাঁও। যদি কঁকালত মাটিৰ কলহ দেখে বুজিব সেইখন টোকোনা গাঁও"

মতলিবৰ কথা শুনি মোৰ হাঁহি উঠিল। মতলিবেও হাঁহিলে। ক'লে, "হয়—সেইদৰে বাট চায়ো গাঁও ধৰিব পাৰি। খানদানী গাঁৱৰ বাট চাফা। টোকোনা গাঁৱৰ আলিতে জাবৰ। আলিতে গোবৰ।"

মতলিবৰ কবিতাময় কথাবোৰ শুনি ভাল লাগে। মতলিবৰ দেখিছো নজৰ আছে। মতলিব বিলাসী। আচাৰ-ব্যৱহাৰ সকলোতে। মাৰ্জিত ভাষা কয়। সকলোৱে বিচৰাৰ দৰে ভাল খাব পিন্ধিব বিচাৰে। কিন্তু অভাৱ। ধনৰ বাৰুকৈয়ে অভাৱ। সমাজৰ পৰিৱৰ্তনৰ লগে লগে মৰিয়া জাতিটোৰ ওপৰত অৰ্থনৈতিক দুৰ্যোগ আহিছে। পিতলৰ বাচন-বৰ্তনৰ চাহিদা নোহোৱা নহয়। কিন্তু এই কুটীৰ শিল্পৰ মূৰত বাগী কুঠাৰ মাৰি চহৰে চহৰে পিতল উদ্যোগ গঢ়ি উঠিছে। সেই উদ্যোগৰ লগত প্ৰতিদ্বন্দ্বিতা কৰি মতলিবৰ আঁচনিয়ে পাৰ পাব ক'ত?

তথাপি মতলিবে খোকোজা নলগাকৈ কৈ যায়, "অসমীয়াৰ চিনাকি কিহত? পিন্ধনত বিহা-মেখেলা, ধুতি-পাঞ্জাবী, পাগুৰি, কেৰুমণি, দুগদুগি, ঘৰত কাঁহ-পিতলৰ বাচন।"

গহনাৰ কথা কওঁতেই মোৰ শিৱ সোণাৰিলৈ মনত পৰিল। শিৱৰাম দাস। গুৱাহাটীৰ। উজান বজাৰৰ ব্ৰাডষ্ট্ৰীটৰ বাসিন্দা। দুতলা ঘৰৰ তলৰ তলাত কাৰখানা—সোণাৰি শাল। দহ-বাৰজন কাৰিকৰে গহনা গাঁঠৰি গঢ়ায়। শিৱ সোণাৰিয়ে কোট-পেণ্ট পিন্ধি চাইকেলত উঠি চিঞৰে, "কিচিমা কিচিম সোণৰ গহনা।" চাইকেলৰ পিছত থকা সৰু বাকচত গহনাৰ নমুনা। ঘৰে ঘৰে প্ৰদৰ্শন কৰি গ্ৰাহক বঢ়ায়। সুনিপুণ সোণাৰি। সকলোৰে আদৰৰ, সকলোৰে মৰমৰ। সিদিনা কিন্তু কৰ্মচ্যুত হ'ল। 'গল্ড কণ্ট্ৰল একট্' বলবৎ হ'ল। খাটি সোণৰ গহনা গঢ়াত বাধা পৰিল। শিৱ সোণাৰিৰে বন্ধু হৈ পৰিছিলো। মোৰ নিৰ্বাচনত তেওঁ নিজৰববীয়াকৈ মোক সহায় কৰিছিল সপৰিয়ালে। শেষ জীৱনত আৰ্জনত বেয়াকৈ আঁচোৰ পৰিল। তেওঁৰ অভিজ্ঞতা বহুমুখী। একেধাৰে

অভিনেতা, পাঠক, সুনিপুণ সোণাৰি। খাটি সোণৰ গহনা কৰে। চাদুল্লা চাহাবৰ ঘৰত, ৰাজবাৰীৰ লৌহিত্য কুমাৰী আইদেউৰ ঘৰৰ বাৰাণ্ডাত বহি বিধে বিধে গহনা গঢ়াৰ কথা কৈ কৈ অন্ত নাপায়। ডাঙৰ কাৰবাৰ কৰিছিল। দহ-বাৰজন কাৰিকৰ ৰাখিছিল। আনকি এজন চাহাব কাৰিকৰো আহি থিতাপি লৈছিলহি। এই চাহাবৰ পৰাই হেনো তেওঁ সোণ-ৰূপৰ পানী ছটিয়াই গহনা গঢ়াৰ কথাও শিকিছিল। তেওঁক এবাৰ কৈছিলো, "কেৰট গল্ডৰ গহনা লৈ লওক। অন্ততঃ ব্যৱসায়তো চলি থাকিব।" তেওঁ ক'লে, "চৌধুৰী, সিংহই পেটৰ ভোকোতো মৰাশ নাখায়। অসমীয়া সোণাৰিয়েও ভেজাল সোণেৰে গহনা নগঢ়ায়। এই শিৱৰাম অসমীয়া সোণাৰি, মৰিম তথাপি ভেজাল সোণৰ কাম নকৰিম।"

শিৱ সোণাৰি আৰু মতলিব। দুয়োজন যেন চৰকাৰৰ অকৰ্মন্যতাৰ বলি। সেয়ে মতলিব আহিলেই মোৰ শিৱ সোণাৰিৰ কথাও মনত পৰে।

মতলিব গ'লগৈ। মতলিবৰ আঁচনি আৰু অনুৰোধৰ কথাই মোক চিন্তিত কৰি তোলে।

মতলিবে সঘনে মোক লগ ধৰে। মই সঘনে উদ্যোগ মন্ত্ৰীক লগ ধৰো। কথা সিমানেই। আমি ঘূৰো কিন্তু সৌভাগ্যৰ চৰ্কি নুঘূৰে, স্থিৰ। চৰকাৰৰ চকা যেন মেদিনীয়ে গ্ৰাস কৰিছে। যিমানেই ঘূৰাবলৈ যত্ন কৰা হয় সিমানেই চকা মাটিৰ তললৈ যায়। কুৰুক্ষেত্ৰ সমৰত ৰথচক্ৰ গ্ৰাস কৰা মহাবীৰ কৰ্ণৰ দৰে আমিও নিঃসহায়-নিৰুপায়। নুঘূৰে, চৰকাৰৰ চকা নুঘূৰে। ঘূৰাব নোৱাৰো দিন মাহ বছৰ জুৰি।

১৯৬৮ চন। মাৰ্চ মাহ। বাজেট অধিৱেশন বহিছে। আমি শ্বিলঙত। এইবাৰ মোৰ বাহৰ সলনি হৈছে। পাইনউদ হোটেলৰ কেবিনলৈ। ২৪ নম্বৰ কেবিন, তিনি কোঠালিৰ ঘৰ। প্ৰায় অকলেই থাকো।

সেই সময়ৰে কথা। এদিন বিধান সভাত বহি আছো। ভুবনেশ্বৰ বৰ্মনে আহি ক'লে, "চৌধুৰী, আপোনাক বিচাৰি এজন মানুহ মেইন হলত বখি আছে।"

ওলাই আহি দেখো মতলিব।

সুধিলো, "কেতিয়া আহিলা?"

"এই মাত্ৰ গাড়ীৰ পৰা নামিছো। গাড়ীৰ টিকট নাপাওঁ! বৰ ভিৰ। পুৱাৰে পৰা যুঁজি যুঁজি কোনোমতে আহি ওলাইছো।"

সভাৰ সামৰণিৰ সময় হৈছে। ভিতৰ সোমাই পুথি-পাঁজিখিনি সামৰি ওলাই আহিলো। মতলিবক লৈ লেকৰ পাৰে পাইনউদ হোটেললৈ বুলি খোজ ল'লো।

বাটতে মতলিবে সুধিলে, "আমাৰ আঁচনিখনৰ কথা সভাত তুলিছেনে?"

"হ'ব নহয়। তুমি কিয় চিন্তা কৰিছা" বুলি থোৰতে এই প্ৰসঙ্গৰ সামৰণি পেলালো।

ৰাতিটোৰ কাৰণে মতলিব মোৰ আলহী হ'ল। পিছদিনা তেওঁক বিধান সভা দেখুৱাবলৈ লৈ গ'লো। অধ্যক্ষৰ গেলেৰীত বহি মতলিবে বিধান সভা উপভোগ কৰিছে। কিন্তু মোৰ মাজতে চিন্তা হ'ল। চিন্তা নহয়, দুশ্চিন্তা। মতলিবে যদি তাৰপৰাই চিঞৰি তাৰ আঁচনিখন তোলাৰ কথা কয়? এই চিন্তাই মোক খুলি খাবলৈ ধৰিলে। তেওঁকতো মনে মনে থকাৰ কথা কোৱা নহ'ল।

সেইদিনা শিক্ষাৰ মঞ্জুৰীৰ ওপৰত কৰ্তন প্ৰস্তাৱ উঠিছে। ময়ো ভাগ লৈছো। দুপৰীয়াৰ ভোজনৰ বিৰতি পৰিল। ময়ো সকাহ পালো। মতলিবে তেনে ব্যৱহাৰ নকৰিলে। মতলিবক লৈ হোটেললৈ খোজ ল'লো। বাটতে মতলিবে ক'লে, "ছাৰ, আমাৰ স্কুলৰ কথা নক'লে দেখোন। বিশ হেজাৰমান টকা লাগে বুলি টানি ধৰিব লাগিছিল।"

মই একো উত্তৰ নিদি মনে মনে খোজ ল'লো। মতলিবে আকৌ ক'লে, "ছাৰ, সভাত দেখো বেছিভাগে ইংৰাজীতেই কয়। এওঁলোকে অসমীয়া নাজানেনেকি? আপোনালোক দুজনমানেহে দেখোন অসমীয়াত ক'লে। প্ৰথম ঘণ্টাটো কি হ'ল তৰ্কিবই নোৱাৰিলো। ইংৰাজীতে কিবা কথা কটা-কটি হৈছিল যেন নমুনা পালো।"

"এৰা, প্ৰথম ঘণ্টা প্ৰশ্নোত্তৰৰ সময়। বিভিন্নজনে প্ৰশ্ন কৰে। বিভাগীয় মন্ত্ৰীয়ে উত্তৰ দিয়ে।"

"আপুনিও সুধিব লাগিছিল—আমাৰ আঁচনিখন মানিব নে নেমানে।"

Rules of Procedure and conduct of business in Assam Legislative Assembly খন মোৰ বাওঁহাতৰ মুঠিতে আছিল। মতলিবৰ গাতে লগাকৈ ওচৰত থাকিও—কিমান দূৰ। মতলিবৰ প্ৰশ্নৰ উত্তৰ দিয়া নহ'ল। হোটেল পালোগৈ।

সিদিনা আবেলি মতলিবে উভতিব খুজিলে। মই জোৰ কৰিয়েই তেওঁক সিদিনা ৰাখিলো। ক'লো, "এতিয়া তুমি সভা চাবলৈ যাব নালাগে। চহৰখন ঘূৰি-পকি চোৱা।" মতলিবে বং পালে।

পিছদিনা পুৱা মতলিব উভতিব। ময়ো সম্মতি জনালো। সুধিলো "শ্বিলংখন কেনে দেখিলা? ইয়াত থাকি কেনে লাগিল? বিধান সভা চাই কেনে পালা?"

"বৰ ভাল নালাগিল মালিক। এনেদৰে সভা পাতি দেশৰ কি ভাল

কৰিব। আপোনালোকৰ থকা-খোৱাৰ হ'লে আৰাম দিয়ক। এই দুদিন বৰ আৰামেৰে কটালো। বেল বজালেই নৌকৰ লৰি আহে। লাগ বুলিলেই ভাত, লাগ বুলিলেই চাহ আহে। এই দুদিন থাকিয়েই মই গাঁৱৰ কথা পাহৰিছিলো—ঘৰৰ কথাও মনত নপৰা হৈছিল। দুদিনৰ আৰামতে চিৰদিনৰ দুখৰ বোজা লাঘব হৈ গ'ল যেন লাগিছিল। এতিয়া উভতিব ওলোৱাতহে ঘৰখনৰ কথা—গাঁওখনৰ কথা মনত পৰিছে। বাৰু ইয়াত থাকি আমাৰ গাঁৱৰ কথা আপোনালোকৰ মনত পৰেনে?"

বৰ চোকা প্ৰশ্ন। বুকুখনত শেলে বিন্ধাদি বিন্ধিলে। তথাপি মনে মনে থাকিলো। হাঁহি মাৰি মতলিবক বিদায় দিলো। মতলিব ঘৰমুৱা হ'ল। সভা মাজতে স্থগিত হ'ল। বিভিন্ন ঠাইত বানপানী হৈছে। পুথিমাৰীৰ মথাউৰি ভাঙিছে। কমলপুৰ প্লাবিত। বাইজৰ বিলাই-বিপত্তিৰ সীমা নোহোৱা হৈছে। ঘৰ-বাৰী উটুৱাই নিছে। বানপানীৰ সাহায্যৰ কামত লাগিছো। নিশা উভতি আহো। ঘৰত আহি ভু পাওঁ মতলিব দুদিন তিনিদিনৰ মূৰে মূৰে আহি আছে।

শীত অধিবেশন আৰম্ভ হৈছে। বিধান সভাৰ। প্ৰায় দৈনিক উদ্যোগ মন্ত্ৰীক লগ ধৰিছো। ইছলামপুৰৰ বাইজৰ কাৰণে তাম আৰু দস্তাৰ ব্যৱস্থা কৰিব লাগে। উদ্যোগ মন্ত্ৰী বিশ্বদেৱ শৰ্মা। ডেকা উৎসাহী মন্ত্ৰী। বাৰে পতি আমনি কৰি আছো। এইখিনি মানুহক জীৱিকাৰ পথ দিব লাগে। এদিন উদ্যোগ মন্ত্ৰীৰ ডাক আহিল। তেওঁৰ কোঠালিলৈ মাতিছে। ভাবিলো কাম হাচিল হ'ল। সময়মতে ওলালোগৈ। ক'লে, "মই আপোনাক A.S.I.D.C. (ক্ষুদ্ৰ উদ্যোগ উন্নয়ন নিগম)ৰ ডিৰেক্টৰ কৰিব বিচাৰো। ক্ষুদ্ৰ উদ্যোগৰ উন্নয়নত সহায় কৰিব লাগে। মান্তি হ'লো। যথাৰীতি কাগজো পালো। ব'ৰ্ডৰ চেয়াৰমেন মোহিনী ফুকন। মেনেজিং ডিৰেক্টৰ দিলীপ গোস্বামী। দুয়োৰে কথা হ'লো। তেওঁলোকে সমবায় গঠন কৰি আবেদন কৰিবলৈ ক'লে। ইছলামপুৰীয়া বাইজ ধন-বিত দি আগবাঢ়ি আহিল। অশেষ যত্ন কৰাটো কথাটো হৈ নুঠিল, মতলিব ভাগৰিল। এই ক্ষেত্ৰত নিৰাশ হৈ আকৌ ফুকনৰ ওচৰ চাপিলো। ফুকনে প্ৰত্যেকৰ নামত তাম, দস্তা দিবলৈ ৰাজী হ'ল।

১৯৬৯ চনৰ শেষৰ ফালে কেঁচামাল পোৱাৰ আশা হ'ল।

আনন্দ মনেৰে ইছলামপুৰীয়া বাইজে কেঁচা মাল উঠালে। মতলিবৰ মুখত হাঁহি বিৰিঙি উঠিল। খিলি পাণেৰে মুখ ৰাঙলী কৰি জনালেহি, "আজি মাল উঠালো মালিক!"

এসপ্তাহমান পিছৰ কথা। ইছলামপুৰ ওলালোগৈ। লগত খগুকাৰ। হোছেইন আলি খগুকাৰ। দলৰ বৰ বিশ্বাসী কৰ্মী। বাইজ আনন্দ-মুখৰ দৰবস্তী

মেৰ্যাৱে প্ৰ'ব। তাতেই শাল পাতিব। মতলিবৰ তং নাই। এমাহ ডেৰ মাহৰ কাৰণে গাঁও এৰি যাব। বণিজলৈ। কত দায়িত্বৰ কাম। ৰাইজৰ এই অহেতুকী আনন্দৰ ভাগ নিজেও উপলব্ধি কৰি উভতিলো।

মাঘ বিহু পাৰ হ'ল। ঘৰতে বহি আছো। খিৰিকিৰে দেখিলো এদল মানুহ আহিছে। তাহানিও সেইদৰেই এদিন আহিছিল। ১৯৬৭ চনৰ ১৮ মাৰ্চৰ দিনা। পিন্ধনত লুঙি আৰু পাঞ্জাবী বা কামিজ। মলিয়ন নহয়। চাফ-চিকুণ। সেলেণ্ডী লগাই তামোল চোবাই আহিছে। দুই-এজনৰ মুখত চিগাৰেটো। দুবৈৰ পৰাই চিনি পালো সেইয়া চাহাদাত আলী, আব্দুল ৰহিম, গিয়াচ আলী, আবেদ আলী আৰু বহুতো। মতলিব আগত। জাকত জিলিকি আহিছে—সাগৰ নীল লুঙিৰ ওপৰত পাতল নীল ৰঙৰ পাঞ্জাবী। ডিঙিত এখন ৰঙা পখৰা মাফলাৰ। দুজনে দুটা বস্তু কঢ়িয়াই অনাও চকুত পৰিল। ওলাই গৈ দেখো ইছলামপুৰীয়া ৰাইজ আহিছে। আতৰৰ গোন্ধত মোৰ সৰু কোঠালিটো আমোল-মোলাই উঠিছে। বস্তু দুটা দেখিও অবাক হ'লো—এটা হৰিণৰ শিং। কাঠৰ মুখ কাটি সুন্দৰ বন কৰি আনিছে। আনটো এটা জীয়া হৰিণৰ পোৱালি।

"এইবোৰ কিয় আনিছা?"

"দুপদ বস্তু আনিছো, মালিক। দুয়োটাকে দৰঙ্গী মেলাবপৰা আনিছো। হৰিণৰ শিংটো আনি গাঁৱতে কাঠৰ মূৰ লগাই আনিছো। আপুনি কোনটো নজৰ কৰে কৰক। জীয়াটো লাগে নে মৰাটো লাগে। এটা নজৰ কৰক। আনটো গোস্বামী চাহাবক দিওঁ বুলি আনিছো।"

মোৰ কাৰণে দুয়োটাই অদৰকাৰী। মোৰ ঘৰ সৰু। জুপুৰি বুলিব পাৰি। ইমানটো হৰিণৰ শিং ক'ত আঁৰিম। কোঠালিটোকে আগুৰি পেলাব দেখোন? জীয়া হৰিণ পোৱালিটো গলগ্ৰহহে হ'ব? ঘাঁহ-পানী কোনে যোগাব? তদুপৰি মানুহ-বাঘৰ পৰা ৰক্ষা কৰিম কেনেকৈ? হৰিণাৰ মাংসই বৈৰী নহয় জানো? এইবোৰ ভাবি-চিন্তি মই বিবুধি হ'লো।

কিন্তু তেওঁলোকে নেৰে।

"মালিক, আজি বহু দিনৰ মূৰত ঈদত এসাজ ভালকৈ খাইছো। ল'ৰা-ছোৱালীৰ গাত এটা হ'লেও চোলা দিছো, আপোনাৰ জহতে। সেয়ে বৰ সাধ কৰি আনিছো ছাৰ। এটা কিবা ৰাখিবই লাগিব।"

মতলিব আৰু ৰাইজে জোৰ কৰি অনুৰোধ কৰিলে। শেষত হৰিণৰ শিংটোকে দিবলৈ ক'লো। মতলিব আৰু দুজনমান গৈ মোৰ পাছফালৰ বাৰাণ্ডাৰ খুঁটাত সেইটো আঁৰি দিলে। আজিও সেই শিংটো মোৰ বাৰাণ্ডাতে ওলমি

আছে।

হৰিণৰ পোৱালিটো নি গোস্বামীক দিলেগৈ। তেওঁ সেইটো চিৰিয়াখানাত সোমাই দিলে।

বৰ ভূঁইকঁপ হ'ল। ভূমণ্ডলৰ ক'তো অনুভূত নহ'ল। কিন্তু এই ভূঁইকঁপে ইছলামপুৰত বাৰুকৈয়ে জোঁকাৰণি তুলিলে। ইছলামপুৰৰ কাৰিকৰসকলৰ মাজত হৈ-চৈ লাগি পৰিল, ইছলামপুৰৰ শিল্পী-খনিকৰসকল ম্ৰিয়মান হ'ল।

দ্বিতীয়বাৰ কেঁচামাল তুলিবলৈ আহিল। চাহাদাত আৰু মতলিব। বিষয়াই জনালে—মাল দিব পৰা নহ'ব। মানাহি আছে। বিভাগৰ ঘাই বিষয়াৰ।

মতলিবহঁত মোৰ ওচৰ চাপিল। কথাটো জনালে। ভু লৈ গম পোৱা হ'ল, কোনোবাই গোচৰ দিছে। এই কেঁচামাল ক'লা বজাৰত বিক্ৰী কৰা হৈছে। সেয়ে এই মানাহি। ঘাই বিষয়াৰ আদেশ। তদন্ত কৰিব লাগে। তদন্তৰ পিছতহে মাল দিয়া-নিদিয়াৰ কথা উঠিব।

বিচাৰ বহুৱাওঁতে, বিচাৰৰ লোক নিয়োগ কৰোতেই দিনবোৰ বাগৰি গ'ল। শেষত গাঁও পঞ্চায়তৰ সভাপতিয়ে বিচাৰ কৰিলে। বিচাৰত এই গোচৰ মিছা প্ৰমাণিত হ'ল। কিন্তু সময়বোৰ পলকতে পাৰ হৈ গ'ল। আকৌ নিৰ্বাচন আহিল। ১৯৭২ চনৰ।

নিৰ্বাচনত নামিলো। কিন্তু পৰাজিত হ'লো।

মতলিবৰ অবিশ্বাস। "এইটো কেনেকৈ হ'ব পাৰে। আমাৰ চুবুৰিয়ে সিবাৰ এটাও ভোট নিদিয়াতো আপুনি জয়ী হ'ল। এইবাৰ আমি সকলোৱে ভোট দিলো। আপুনি কেনেকৈ পৰাজিত হ'ব?"

মতলিবৰ এই যুক্তি নৰজিল।

মই সঁচাকৈয়ে পৰাজিত হ'লো।

লগে লগে নতুন মন্ত্ৰী, নতুন ব'ৰ্ড হ'ল, নতুন চেয়াৰমেন হ'ল। নতুন পৰিবেশে গঢ় ল'লে।

মতলিবৰ আঁচনিবো সিমানতে ইতি পৰিল।

এইবাৰ বনবাস। কমল নাৰায়ণ চৌধুৰীৰ পৰিচালনাত ৰঙীন কথাছবি 'ভাইটি'ৰ কাম আৰম্ভ হ'ব। নিমন্ত্ৰণ পালো। ডিমাপুৰৰ পৰা—চিত্ৰ নাট্য আৰু সংলাপ লেখিবলৈ। ৰাওনা হ'লো। ডিমাপুৰৰ ডিমাচাসকলৰ গাঁৱত তিনিমাহ কটাই উভতিলো। তাৰপৰা উভতি সেই ছবিৰ কামতে কলিকতা পালোগৈ। মতলিবহঁতৰে প্ৰায় এৰা-এৰি হ'লো।

১৯৭৪ চন। গুৱাহাটী চহৰ গুচি মহানগৰী হ'ল। পৌৰ নিগমৰ নিৰ্বাচন ঘোষণা কৰিলে। প্ৰাৰ্থী হ'লো ২১ নম্বৰ ৱাৰ্ডৰ। নিৰ্বাচিত হ'ল। প্ৰথম মেয়ৰ।

১৯৭৫ চনত মই মেয়ৰ নিৰ্বাচিত হ'লো। পৌৰ নিগমৰ দ্বিতীয় মেয়ৰ। কমলপুৰলৈ আহ-যাহ কমিল। কিন্তু মতলিবৰ দৰে লোকসকলৰ লগত নিগূঢ় বন্ধুত্ব স্থাপিত হ'ল। চণ্ডীকাই, ফটিক মেম্বৰ, মাণিক ওজা, মুলুকচা, আফজল কাই, মতলিব আদিৰ লগত সঘনে দেখা-দেখি হ'ল। এদিন মতলিব আহি ক'লে, "অঞ্চলত ধুমুহা হৈ বহু ক্ষতি হ'ল। ইছলামপুৰৰ সেই পুৰণি স্কুলঘৰটিও বাগৰি পৰিল।" ফটিক মেম্বৰে ক'লে, "দুৰ্ভিক্ষৰ আগ-জাননী পৰিছে। খেতি-বাতিৰ বতৰ বেয়া হ'ল।" মাণিক ওজাই ক'লে, "ৰাইজৰ মনত শান্তি নাই। নিজৰো হাউচ কমিল। ওজা গোৱাত আগৰ আনন্দ নেপাওঁ।"

সেই সময়তে ফকৰুদ্দিন আলী আহমদ ভাৰতৰ ৰাষ্ট্ৰপতি নিৰ্বাচিত হ'ল। ফেব্ৰুৱাৰী মাহৰ এক তাৰিখে নতুন ৰাষ্ট্ৰপতি গুৱাহাটীলৈ আহিব। নাগৰিক অভ্যৰ্থনাৰ ব্যৱস্থা হ'ল। ৰাষ্ট্ৰপতিক গুৱাহাটীৰ নাগৰিকসকলৰ হৈ আদৰণি জনোৱাৰ ভাৰ মেয়ৰ স্বৰূপে মোৰ গাত পৰিল। ফেব্ৰুৱাৰীৰ দুই তাৰিখ। আবেলি তিনি বজাত নাগৰিক সম্বৰ্দ্ধনাৰ আয়োজন হ'ল। ৰাষ্ট্ৰপতিক উপহাৰ দিবলৈ এৰী-চাদৰ, ফুলাম গামোচা, জাপি আৰু ছপা অভিনন্দনপত্ৰৰ উপৰিও অসমীয়াৰ ঐতিহ্য স্বৰূপ ডাঙৰ পিতলৰ শৰাই যুগুতোৱা হৈছে। মোৰ ঘৰৰ বাহিৰৰ কোঠাতে সেইবোৰ ৰখা হৈছে। মতলিব আহি মোৰ ঘৰ ওলাল। সভা চোৱাৰ উদ্দেশ্যে। শৰাইখন পৰীক্ষা-নিৰীক্ষা কৰি চাই ক'লে, "হায় হায়, আমাৰ আঁচনি মতে কাম চলি থকা হ'লে—এখন সুন্দৰ সুগঢ়ী শৰাই গঢ়াই দিব পাৰিলোহেঁতেন। এইখনৰ মছলা জোখাৰে দিয়া নাই। দুই-তিনি বছৰতে ক'লা পৰি যাব।"

সভাৰ সময় হ'ল। মই মতলিবকো লগত লৈ জজ খেলপথাৰ ওলালোগৈ। সভা বহিল, আদৰণি জনোৱা হ'ল। ৰাষ্ট্ৰপতিৰ ভাষণো হ'ল। সভাৰ সামৰণি পৰিল। সকলো দিহা-দিহি গ'ল। মই নামি আহি গাড়ীৰ ওচৰ পালোহি। চাওঁ যে মতলিব গাড়ীৰ ওচৰতে থিয় হৈ আছে। মতলিবৰ মনত আনন্দ। ক'লে, "এইবাৰ আমাৰো হ'ব।"

"কি হ'ব মতলিব ?"

"চৰকাৰ। আমাৰ ছয়ি চল্লিচৰ চৰকাৰ হ'ব।"

"কেনেকৈ জানিলা ?"

"মোৰ মনে কৈছে মালিক।"

মতলিবক মাছখোৱাৰ বাছ ষ্টেণ্ডত নমাই থৈ মই ঘৰলৈ উভতিলো।

মতলিবৰ কথা ফলিয়ালে।

১৯৭৮ চনত আমাৰ চৰকাৰ হ'ল। ময়ো মন্ত্ৰী হ'লো। জন-অৰণ্যত সোমালো। কিন্তু মনৰ মানুহবোৰৰ পৰা বহুদূৰ আঁতৰি আহিলো। নতুন

মুখ বহুতো দেখিলো, কিন্তু পুৰণি সদায় দেখা মুখবোৰ নেদেখা হ'লো। মতলিব, চণ্ডীকাই, ফটিক মেম্বৰ, মাণিক ওজা আদি মনে মিলা মানুহবোৰ যেন জন-অৰণ্যৰ মাজত হেৰাই গ'ল। কেতিয়াবা কোনোজনে হঠাৎ ক্ষন্তেকৰ কাৰণে ভুমুকি মাৰে। থিতাতে আকৌ হেৰাই যায়। কেইবাদিনো মতলিবক দেখিছো, "কি মতলিব, কি খবৰ?" ইমানেই। মতলিবৰ আঁচনিৰ বিষয়ে, মতলিবৰ সুখ-দুখৰ বিষয়ে বুজ ল'বলৈ সময় বা সুবিধা ক'ত। মন্ত্ৰী নে বন্দী!

এদিন ঘৰৰ পৰা ওলাইছো। মানুহে জুমুৰি দি ধৰিছে। আঁতৰত মতলিবক দেখি ভিৰ ঠেলি আগুৱাই গ'লো। মতলিবক মাতি আনি গাড়ীত বহুৱাই ল'লো। গাড়ী এৰি দিলে। বাটত মতলিবৰ ঘৰৰ কথা সুধিলো। ল'ৰা-ছোৱালীকেইটাৰ ভাল-বেয়াৰ বাতৰি ল'লো।

গাড়ী আহি দিছপুৰৰ জনতা ভৱনৰ সমুখত ৰ'লহি। গাড়ীৰ পৰা নামি সুধিলো, "মতলিব, তোমালোকৰ স্কুল ঘৰটোৰ খবৰ কি?"

"তেতিয়াৰ পৰা শুয়ে আছে—এতিয়া আপুনি শিক্ষা মন্ত্ৰী হোৱা শুনি সি জাঁপ মাৰি উঠিব বিচাৰিছে।"

"নহ'ব—নহ'ব। আৰু শুই থাকিব দিয়া" বুলি মই ভৱনৰ ভিতৰ সোমালো। মতলিব আকৌ হেৰাই গ'ল।

প্ৰত্যেক সমষ্টিত এখন প্ৰাথমিক স্কুল বন্ধা হ'ব। নতুন আঁচনি। আৰ্হি চৰকাৰৰ, খৰচো চৰকাৰৰ। চৰকাৰৰ গড়কাপ্তানি বিভাগেই সাজিব। বিধায়কসকলক এখোন স্কুলৰ নাম দিবলৈ কোৱা হৈছে। মোৰ সমষ্টিৰ পৰা মালাৰো (ইছলামপুৰ) স্কুলৰ নাম দিয়া হ'ল। কিন্তু ঘৰ বন্ধা নৌহওঁতেই আমাৰ মন্ত্ৰী সভাৰ পতন হ'ল।

সময়ত সেই নতুন আৰ্হিৰ স্কুলঘৰ নিৰ্মাণ হ'ল।

ইছলামপুৰলৈ গ'লো। ৰাইজৰ আমন্ত্ৰণ। স্কুলঘৰটি মুকলি কৰিব লাগে। বন্ধু মাণিক দাস আৰু ইন্দ্ৰ বৰাক লৈ ইছলামপুৰ পালোগৈ। স্কুলঘৰ মুকলি কৰা হ'ল। আনন্দমুখৰ পৰিবেশৰ মাজত দিনটো কটাই আবেলি ঘৰমুৱা হ'লো।

বহু দিন মতলিবৰ দেখা-দেখি নাই। ভাবিলো, অভাৱৰ হেঁচা বাঢ়িছে। চহৰ ফুৰিবলৈ ধনৰ অভাৱ। সেয়ে আহিব পৰা নাই।

মাঘ বিহুৰ সময়। বাইশ জানুৱাৰী। ঘৰতে বহি আছো। কোনোবাই বাহিৰত মতা যেন শুনিলোঁ। ওলাই গ'লো। দেখিলো, মছলীম আহিছে। মতলিবৰ বৰ ল'ৰা মছলীম। মুখত উদ্বেগৰ চিন। চুলিবোৰ আউলী-বাউলী হৈ আছে। গাটো জিকাৰ খাই উঠিল।

"কি হ'ল? মতলিবৰ খবৰ কি?"

"এখন চিঠি দি পঠিয়াইছে।"

চিঠিখন বিচাৰিলো। মছলীমে ক'লে, "আপোনাৰ হাতত দিবলৈ মানা কৰি পঠিয়াইছে ছাৰ। মোক পঢ়ি শুনাব কৈছে।"

"কিয়?"

"বাবাজানৰ টি. বি. হৈছে।"

"কোনে ক'লে?"

"ডাক্তৰে ফটো চাই কৈছে।"

"কোন ডাক্তৰে?"

"মেডিকেলৰ ডাক্তৰে?"

চিঠিখন মছলীমৰ হাতৰপৰা কাঢ়ি অনাৰ দৰেই আনি পঢ়িলো। লেখিছে ঃ

"ছাৰ!

মৰিব ওলাইছো। এইবাৰ ৰক্ষা নাই। যক্ষ্মা ৰোগে ধৰিছে। বৰ দুৰ্বল। কোন দিনা খোদাই কবৰলৈ নিয়ে ঠিক নাই। এবাৰ লগ পাবলৈ বৰ মন গৈছে। যাব নোৱাৰো। বিছনাতে পৰি আছো। বাতি টোপনি নাহে। ইহঁতক আপোনাক গটালো। যি ভাল দেখে কৰিব। ল'ৰাটিয়ে মেট্ৰিক পাছ কৰি এনেয়ে বহি আছে। তাৰ এটি গতি কৰিব।"

আৰু পঢ়িব নোৱাৰিলো। দীঘলীয়া চিঠি। কোটোৰা-কুমুদহঁতলৈ মনত পৰিল। সিহঁতৰ একো কৰিব নোৱাৰিলো। মতলিবকো কিবা কৰিব নোৱাৰিলো। যত্ন কৰিবলৈ সময় পাইছো।

ভিতৰ সোমাই ফোনটো তুলি ল'লো। ডাঃ ভূঞালৈ ফোন কৰিলো। লোকপ্ৰিয় বৰদলৈ হস্পিতেলৰ ডাক্তৰ যোগেন্দ্ৰনাথ ভূঞা। ভাগ্য ভাল। ফোন বাজিল। ডাক্তৰ ভূঞাকো পালো। ক'লো, "মোৰ এজন পৰম বন্ধুৰ টি. বি. ডিক্লাৰ কৰিছে মেডিকেল কলেজৰ ডাক্তৰে। আপুনি চাই ব্যৱস্থা কৰিব লাগে।"

তেওঁ সম্মতি জনালে। সোনকালে পঠাবলৈ ক'লে।

মছলীমক ক'লো, "কালিলৈ টেক্সী কৰি হ'লেও লৈ আহা। ভালকৈ চিকিৎসা কৰাব লাগিব।"

"আহিব নিবিচাৰে, ছাৰ।"

"আহিব লাগিব। হাতে-ভৰিয়ে বান্ধি হ'লেও লৈ আহিবা।"

মতলিবলৈ এখন চিঠি লেখি মছলীমক বিদায় দিলো।

পিছদিনা মতলিব নাহিল। মনটো বৰ গধুৰ হৈ পৰিল। নানা দুশ্চিন্তাই মনটো সেমেকাই পেলালে।

পিছদিনা ২৪ তাৰিখ। পুৱা দহ বাজিবৰ হৈছে। মছলীম আৰু আবিদৰে সৈতে মতলিব আহিছে।

বিক্সাৰপৰা নামি মতলিব মোৰ পদূলিৰ আলিবাটতে বহি পৰিল। ভিতৰলৈ নাহে। মোক দেখিয়েই সি হুকহুকাই কান্দিব ধৰিলে। ভিতৰলৈ মাতিলো। আহিব নোখোজে। সি যক্ষ্মাৰোগী। মই ওলাই গ'লো। বাহুত ধৰি মতলিবক ভিতৰলৈ আনি বহুৱালো। সি কাপোৰেৰে মুখ ঢাকি উচুপি উচুপি কান্দিবলৈ ধৰিলে।

ডাঃ ভূঞাঁলৈ পুনৰ ফোন কৰিলো। তেওঁ এঘণ্টাৰ ভিতৰত পোৱাকৈ পঠিয়াবলৈ ক'লে।

মতলিবে কুতুৰিবলৈ ধৰিলে, "ছাৰ, মোক হস্পিতেলত নথ'ব। ঘৰতে মৰিবলৈ দিয়ক। মেডিকেলত আছিলো। মোক আৰু হস্পিতেলত নথ'ব। শান্তিৰে মৰিবলৈ দিয়ক।"

"নথওঁ নহয়। ঘৰত ৰাখিয়েই চিকিৎসা কৰাম।"

এইবুলি ধৰি নি পুনৰ বিক্সাত উঠাই কালাপাহাৰৰ টি.বি. হস্পিতেললৈ পঠিয়াই দিলো। মছলীমে চাইকেল আনিছে। তেওঁৰ হাতত ডাঃ ভূঞালৈ এখন চিঠি লিখিও পঠিয়ালো।

মনটো উচপিচাই আছে। একোতে মন নবহে। মতলিবৰ অসুখৰ বেগ কিমান? ডাক্তৰে বা কি পালে? মতলিবক একেবাৰে লাচাৰ দেখিছো। এইবোৰ চিন্তাই মনটো আগুৰি আছে। আকৌ ফোন কৰি ডাঃ ভূঞাক সুধিমনেকি? নাই, বাৰে বাৰে আমনি কৰিবলৈ সঙ্কোচ হ'ল।

চাৰি বাজিবৰ হ'ল। তথাপি একো খবৰ নাপালো। মছলীমক লগ ধৰি যোৱাৰ কথাও কৈছো। সি সৰু ল'ৰা। দায়িত্ব নুবুজিলেনেকি? নহয়, সি আহিল। সকলো বাতৰি দিলেহি। ভালদৰে পৰীক্ষা কৰি চালে। আগৰ কাগজ-পত্ৰ, এক্সৰে প্লেট সকলো চালে। ভাল হ'ব বুলিও কৈছে। তাত ৰাখিব খুজিছিল। মতলিবে থাকিব নুখুজিলে। এমাহৰ বড়ি দিছে। কুৰিটা বেজি ল'বলৈ কৈছে। বেজিৰ ব্যৱস্থাৰ কাগজখন দেখুৱালে।

"বেজি দিয়াৰ পাৰিবা? বেজি দিয়া মানুহ পাবা?"

"পাম। বেজিয়ে প্ৰতি এটকা ৰূপ লয়।"

মছলীমক লৈ ওলাই গ'লো। ওচৰৰ ফাৰ্মাচীৰপৰা বেজি কিনি দিলো। বেজি দিয়া আৰু পথ্যৰ কাৰণে মছলীমৰ হাতত অলপ ধন নি মছলীমক বিদায় দিলো। দুই-তিনি দিনৰ মূৰে মূৰে খবৰ দি থাকিবলৈ ক'লো।

প্ৰায় সাত দিনৰ মূৰত মছলীম আহিল। ক'লে, "বহুখিনি আৰাম পাইছে। ৰাতি টোপনি ভালকৈ আহিছে। তাৰ ডাক্তৰেও দৰবে কাম দিয়া

বুলি কৈছে।”

অলপ নিশ্চিন্ত হ’লো।

মাহৰ মূৰে মূৰে ডাক্তৰে দৰব দিয়ে। দুই-এমাহ মহলীয়েই দৰব নিলেহি। তিনি মাহ এনেদৰে পাৰ হৈ গ’ল।

বাইশ মে’। ১৯৮২ চন। বুধবাৰ।

তেতিয়া প্ৰায় তিনি বাজিবৰ হৈছে। মতলিব আহিছে। সুধিলো, “কেনে পাইছা? গাত বল পাইছানে?”

“বহুখিনি ভাল পাইছো। হস্পিতেলৰপৰা আহিলো। ডাক্তৰে চাইছে আৰু এমাহৰ বড়ি দিছে। কিছুদিন খাই থাকিব লাগিব হেনো।”

“বহু ধন ভৰিলা নহয়নে?”

“সেইবোৰ নক’ব। আপুনিও কমখিনি ভৰিছেনে? বাচন-বৰ্তন সকলো শেষ হ’ল। কেইপদমান পুৰণি বস্তু বৰ যত্নেৰে ৰাখিছিলো। সেইবোৰো শেষ হ’ল।”

“হওক। তথাপি আকৌ লৰিব-ফুৰিব পৰা হ’লা যে।”

“এৰা। আমাৰ পৈত্ৰিক বৃত্তিটো নিঃচিহ্ন হ’ল। সেইটো চলি থকা হ’লে হাজাৰ ধন ভাগিবলৈকো পৰোৱাই নকৰিলো হয়। কিন্তু আমাৰ বয়সৰ মানুহখিনি গ’লে গাঁৱত এই বিদ্যা নোহোৱাই হ’ব। ভাল কাৰবাৰ আছিল। চাহিদাও আছে। সেইবোৰ দৰণ্ডী মেলাতেই পালো নহয়। বস্তু ওলাই নাহোতেই গ্ৰাহক ওলায়। আমাৰ মানুহবোৰ কমী আছিল। কিন্তু চৰকাৰী পেচা কিবা হ’ল। তাহানি আহোম স্বৰ্গদেউসকলে ভৰাৰ দৰে যদি চৰকাৰে প্ৰজাৰ কথা ভাবিলেহয়।”

“বাৰু হ’ব। বেছি কথা কৈ মূৰ গৰম কৰিব নালাগে। খোৱা-বোৱা ভালদৰে কৰিবা। এই বেমাৰ ভাল বস্তু খোৱাৰ বেমাৰ।”

“এৰা, এই বেমাৰ পোহা আৰু হাতী পোহা একেই। তথাপি খাইছো। কৃপণালি কৰা নাই। দুখ লাগে মালিক, পৰিবাৰৰ পুৰণি গহনা অলপ আছিল। এডাল গলপতা—বৰ নক্সাৰ গলপতা, গুৱাহাটীৰ শিৱ সোণাৰিয়ে গঢ়ি দিছিল। তেওঁ বৰ হাউচ কৰি বিয়াই-পাৰ্বণে পিন্ধিছিল। সেইপাটো বিক্ৰী কৰিবলগীয়া হ’ল।” এইবুলি ডিঙিত ওলমি থকা গামোচাখনেৰে তাৰ চকু দুটা মচিলে। মতলিবৰ কথা হেৰাই গ’ল। সি নীৰৱ হৈ পৰিল।

মই উৎসাহ দি ক’লো, “দেহাই বেহা। দেহাটো থাকক। আকৌ সেইবোৰ আহিব।”

মতলিব গ’লগৈ।

এৰা, শিৱ সোণাৰি, মতলিব কাৰিকৰ। স্বৰ্ণ শিল্প, পিতল শিল্পৰ

প্রতীক। দুটা কুটীৰ শিল্প। দুয়োটি উভালি গ'ল।

আঠ জুন, ১৯৮২ চন। মঙ্গলবাৰ।

গ'ল ৰাতি বৰ বৰষুণ। চুবুৰিত পানী। ঘৰে-দুৱাৰে পানী উঠিছে। পানী ভাঙি ভাঙি মতলিব আহিছে। সুধিলো, "এই বতৰত কিয় আহিলা?"

"এ নমৰো দিয়ক। প্রমাণ পালেই দেখোন।"

"সেইটো কিহৰ টোপোলা?"

"কেইপদমান বস্তু কিনিলো। চিলাই কলৰ। এটা চিলাই কল ভাড়া লৈছো। ভাড়া মাহে কুৰি টকা। তাকে লৈ ঘৰতে বহিছো। ইটো-সিটো চিলাই কৰি নিমখ-তেলৰ খৰচ উলিয়াও বুলি ভাবিছো।"

"দর্জিৰ কাম ক'ত শিকিলা?"

"ছাৰ, আমি কাৰিকৰ। তেজত সেই বীজ আছে। এই হাত দুখনেৰে ভগৱানৰ দোৱাত সকলো কৰিব পাৰো—কিন্তু ভবামতে আৰু নহ'ল।"

"এই ব্যৱসায় চলিবনে?"

"নাই। বাইজৰ পেট ভৰাবলৈকে নাটে। গা ঢাকিবৰ ক'ত হ'ব? তথাপি আশা ৰাখিছো। ঈদ আহিছে। দুখীয়া নিচলায়ো এসাজ খাব। এটা নতুন চোলা গাত দিব। যাওঁ ছাৰ, বতৰ বেয়া হৈ আহিছে!"

মতলিবে বিদায় ল'লে।

ত্রিশ জুলাই। ১৯৮২ চন।

ডাক্তৰ ভূঞাক লগ পালো। মতলিবৰ অসুখৰ বুজ ল'লো। ক'লে, "ভাল হৈ গৈছে। এতিয়া জিৰণিৰ দৰকাৰ।" কিছুদিনলৈ দৰব-পাতি খাই থাকক বুলিও ক'লে।

এৰা মতলিবৰ এতিয়া জিৰণিৰ প্রয়োজন। কিন্তু তাৰ জিৰণিৰ সময়-সুবিধা ক'ত? সি আকৌ সংগ্রামত লাগিছে। জীয়াই থকাৰ সংগ্রাম পৰিয়ালৰ পোহপাল দিবলৈ। সি চিলাই কল লৈ বহিছে। ঘৃণীয়া দেহাৰে সি আকৌ ধুনীয়া সপোন দেখিছে। আশাৰ সপোন।

আশা সকলোৱে কৰে। কিন্তু মতলিবৰ আশা আকাশ-লঙ্ঘা। সেই আশাৰ পাৰাপাৰ নাই। কিন্তু সেই আশাকে বুকুত বান্ধি মতলিব জীয়াই থাকে।

আকাশত ঈদৰ জোন ওলাল। সকলোৱে দেখিলে। মতলিবেও দেখিলে। কিন্তু মতলিবৰ ভাগ্যত আশাৰ জোন ওলাব জানো?

# দীনা বাপু

দীনা বাপু। এটি সুপৰিচিত নাম। অঞ্চল জুৰি। অকল অঞ্চল বুলিলে সঠিক কোৱা নহ'ব। প্ৰায় সমগ্ৰ অসমতে। উজনি-নামনি জুৰি। বিষুৱ ৰেখাৰ ওপৰত বেলিৰ প্ৰভাৱ বেছি। তেনেকৈ আমাৰ মহানগৰীত বাপুৰ প্ৰভাৱ বা পোহৰো বেছি। কাৰণ এই নগৰীয়েই দীনা বাপুৰ বাসস্থান। অৱশ্যে বাসস্থান নুবুলি বাহৰ স্থান বুলিব পাৰি। দীনা বাপুৰ ঘাই ঘৰ সোণেশ্বৰত। কমলপুৰ থানাৰ এলেকাত। লখৈতৰাবা পুঠিমাৰী নদীৰ ঠিক দক্ষিণ পাৰত। কিন্তু বহুকাল বাহৰ পাতি থকাৰ কাৰণেই এই মহানগৰীৰে এজন সৰবৰহী নাগৰিক হৈ পৰিছে।

বাপুৰ সোঁৱৰণিৰ নাম দীনেশ্বৰ শৰ্মা। কিন্তু এই নাম অচল। এই নামেৰে বাপুক কোনেও নামাতে। হয়তো নাজানেও। বহুতে আকৌ দীনা বাপুক মুখে মানুহে চিনিও নাপায়। কিন্তু নামটি হ'লে সকলোৰে পৰিচিত। বুঢ়া-বুঢ়ী, ডেকা-গাভৰু সকলোৰে। অলপতে ঘটা এটি সৰু ঘটনাৰ কথা কওঁ। ১৯৭৮ চন। বিধান সভাৰ নিৰ্বাচনৰ দিন। আমাৰ দলৰ কৰ্মী কেইজনমানে চিঠি বিলি কৰি ফুৰিছে। ২৪ নং ৱাৰ্ডত। গধূলি কাৰ্যালয়লৈ আহি কিছুমান চিঠি ওভতাই দিলে। মালিক নোহোৱা চিঠি। তাৰ ভিতৰত দীনেশ্বৰ শৰ্মাৰ চিঠিও আছে। আমি কেইবাজনো আছিলো। সকলোৰে থতমত খালো। ওচৰৰে এজনে ক'লে, "কিয় এইখন দীনা বাপুৰ চিঠি।" সকলোৱে হাঁহিলে। এজনে টপৰাই মাত লগালে, "হওক। এইজন লোকক যমেও নিচিনক। সমাজৰ দৰকাৰী লোক। যাওক এনেদৰে যমৰ চমনো—উভতি যাওক।"

দীনেশ্বৰ শৰ্মাই মুখ বাগৰি বাগৰি 'দীন বাপু' হৈছে। আমাৰ নামনিত 'আ'-কাৰৰ প্ৰভাৱ বেছি। সেয়ে মূল দীনত আ-কাৰ যোগ হৈ দীনা হ'ল। অৰ্থ নহ'লেও ৰুচিকৰ। মুখৰোচক। মাতি ভাল লগা। সঙ্গীতমুখৰ। সা-ৰে-গা-মাৰ অন্তৰ্গত।

— দীনা বাপুৰ আকৰ্ষণ দেখনত বা বচনত নহয়—বন্ধনত। বিয়াই-সবাহে দীনা বাপুৰ গুৰুত্ব অহৈতুকী। তাহানিৰ কথা। ১৯৬৫ চন। তেতিয়া মই গুৱাহাটী পৌৰসভাৰ সভাপতি। চেয়াৰমেন। পৌৰপতি বা পৌৰপিতা। চহৰখনৰ পলেন পিতা। সেই সময়ৰ কথা। আঘোণ মাহ ইংৰাজীৰ ডিচেম্বৰ। এদিন গধূলি ঘৰ সোমাইছোহি। পৰিবাৰে ক'লে, "আপোনাক পেহীয়ে বৰকৈ বিচাৰিছে। দুবাৰো আহিছিল। যেনে-তেনে যাব লাগে।" পেহী বোলোতে সম্বন্ধীয়া।

আমাৰ সমাজত মহিলা মহলত মিতিৰৰ সম্বন্ধ বহু দূৰলৈকে খেদে। মই ভাগৰি আহিছো। তাতে আকৌ পেহা-পেহীৰ ঘৰ ভালেখিনি আঁতৰত। এমাইল নহ'লেও আধা মাইলৰ ওপৰ হ'ব। তেতিয়া পৌৰ-পিতা পদাচাৰী। গাড়ী-ঘোঁৰাৰ ব্যৱস্থা নাই। জাৰে-জহে ছাতিটোকে লৈ ফুৰো। লাঠিৰ আধাৰত। পিতা স্বৰূপে পুতেকৰ কান্ধত উঠাতোও অশোভন। দৃশ্যকটু হয়। সেয়ে বিস্ৰাত উঠাতোও এৰিছো। ইমানখিনি বাট যাবলৈ তেভাইছো। পেহা চহকী। ভাল ঘৰবাৰী। গাড়ীও আছে। কিন্তু ফোন নাই। সেয়ে আয়াসতে কথা হ'বলৈ টান। ইফালে পৰিবাৰেও নেৰে। "যাওক, আহোতে গাড়ীৰে থৈ যাব।" অনুৰোধতকৈ আদেশৰ সুৰ বেছি। এৰা, কথাটো নিশ্চয় জৰুৰী। তেওঁলোকৰ ছোৱালীৰ বিয়া। অৱশ্যে মই পৰাখিনি ইতিমধ্যে কৰি দিছো। অহা-যোৱা আলিটো বনুৱা লগাই চাফ-চিকুণ কৰি দিয়াইছো। বিয়াৰ আগদিনাৰ পৰা দুগাড়ীকৈ পানী দিয়াৰ কথাতো মান্তি হৈছো। তথাপি মাতিছে। কাৰণ বুজিব নোৱাৰিলো। অনিচ্ছা সত্ত্বেও খোজ ল'লো।

প্ৰকাণ্ড ৰভা-চালি তৰিছে। দুই-এটা বিজুলী-বাতিৰো আয়োজন হৈছে। ৰভা-চালি পাৰ হৈ ঘৰ সোমালোগৈ। মোক দেখিয়েই পেহা-পেহী আহি আগুৰি ধৰিলে। হতাশাৰ সুৰত পেহীয়ে ক'বলৈ ধৰিলে, "আমাৰ সকলো যোগাৰ এতিয়া অথলে গ'ল। ইমান হাউচ কৰি বস্তু-বাহানি গোটালো; এতিয়া সময়ৰ মূৰত সকলো নষ্ট হ'ল। আপুনি ৰক্ষা কৰিলেহে তৰো।"

মই আনফালে ভাবিলো। বিয়া পৰাৰ কথা হ'লনেকি? মনটো সেমেকি গ'ল। সুধিলো, "কি হ'ল কওকচোন। পাৰিলে নিশ্চয় সহায় কৰিম।"

"দীনা বাপুক নাপালো। তেওঁ কোনোমতেই নোৱাৰে বুলি কৈছে। গা ভাল নহয়—হাতৰ বিষ।"

"বিষালী মানুহজন আনি কি হ'ব? আৰু জানো বান্ধনি নোলাব। চহৰত কিবা তেওঁহে বান্ধনি আছেনে?"

"নহয়। দীনা বাপুৰ বন্ধনেই সুকীয়া। তেওঁ ৰন্ধা আঞ্জাৰে আভোকতো এগৰাহ খাব পাৰি। তেওঁক মাতিম বুলি নিজৰ সকলোকেতো কৈছোৱেই—দৰাঘৰতো কৈছো। এতিয়া আন কোনো বান্ধনি মাতিলে তেওঁলোকে কি ভাবিব। মানুহে খায়ো ভাল নাপাব। আপুনি ক'লে কিন্তু আহিব। আপোনাৰ কথা নেপেলাই বুলি বহুতে কৈছে।"

নিজে গৌৰব অনুভৱ কৰিলো। মোৰো প্ৰভাৱ আছে। অন্ততঃ পেহা-পেহীয়ে মোক এলা-পেচা বুলি ভবা নাই। এতিয়াও যে দুদিনৰ পিছতে অনাস্থা প্ৰস্তাৱ এটিৰ সমুখীন হ'ব লাগিব সেইটো হয়তো পেহা-পেহীয়ে নাজানে।

"বাক মই কালিলৈ তেওঁক এবাৰ কৈ চাম।" পেহীয়ে ওপৰতে ধৰিলে, "নহয়! বলক এতিয়াই যাওঁ।" তেতিয়া ৰাতি প্ৰায় ৮-৩০ বাজিছে। জাৰৰ দিন। বহু ৰাতি হোৱা যেনেই লাগে। সেয়ে মই ক'লো, "এই ৰাতিখন যাবনে? কালিলৈ পুৱাই মই খবৰ কৰিম।"

"নহয়। ৰাতিটো আমাৰ টোপনিয়েই নাহিব। জোৰণতো দৰাঘৰীয়াক ভাত খুউৱাৰ কথা। তেওঁলোককো কৈছো—দীনা বাপুই বান্ধিব। বলক এতিয়াই যাওঁ। গাড়ী আছে। আমি তিনিও এবাৰ যাওঁ বলক।"

বৰ বিপাঙত পৰিলো। তুলা ৰাশিৰ মানুহ—কাকো বিমুখ কৰিব নোৱাৰো। জন্ম-পত্ৰিকাৰ লেখন। তিনিও ৰাওনা হ'লো।

দীনা বাপুৰ ওচৰ পালোহি। দুৱাৰ-মুখত থিয় হৈ মাতিলো। মাতিলো বুলিকে সঠিক নহ'বনেকি—চিঞৰিলো। এটি সৰু ল'ৰাই দুৱাৰখন মেলি দিলে। চাওঁ যে কেৰাহী এটাত জুই ধৰি দীনা বাপুই জুই পুৱাই আছে। মই মোৰ নাম ক'লো। দীনা বাপু ওলাই আহিল। দেখি অলপ আচৰিতো হ'ল। সুধিলে, "ৰাতিখন আহিল দেখোন? কি হ'ল?"

"তোমাৰ বোলে গা অসুখ। সেয়ে খবৰ ল'বলৈ আহিলো।"

"কোনে ক'লে? বিশেষ একো নহয়। বৰ জাৰ পৰিছে নহয়—গা-হা অলপ বিষায়।"

"তেন্তে তুমি পাৰিবা। আমাৰ মিতিৰৰ ঘৰত বিয়া নহয়। কমেও তিনিদিন তোমাক লাগে।"

তেওঁ নাম কাঢ়িয়েই ক'লে, "অ' তেখেতসকল আহিছিল। মই অসুখৰ কাৰণে নোৱাৰো বুলি কৈছো।"

ইতিমধ্যে তেওঁলোকো গাড়ীৰ পৰা নামি আহি আমাৰ ওচৰত থিয় হ'লহি। মই আকৌ এবাৰ দোহাৰিলো। দীনা বাপু ৰাজী হ'ল। পেহা-পেহীৰ আনন্দৰ সীমা নোহোৱা হ'ল। ময়ো গহীন হ'লো। অলপ অহং ভাবো হ'লনেকি? মনতে পাগুলিলো, "দেখিলা পৌৰপতিৰ ক্ষমতা কিমান? চকু-চৰহাসকলে অনাস্থা প্ৰস্তাৱ দিলে কি হ'ব?" এই ভাবতে ওফন্দি ঘৰ সোমালোহি।

দীনা বাপুৰে মোৰ পুৰণি চিনাকি। তৃতীয় দশকৰে পৰা। কটন কলেজত পঢ়া সময়তে। বাপু মেধীৰ বান্ধনি। বিষ্ণুৰাম মেধী। খ্যাতনামা উকিল। দেশ-নেতা। লোকেল ব'ৰ্ডৰ চেয়াৰমেন। কংগ্ৰেছৰ সভাপতি। বিলাসী। বসন-ভূষণত নহয়—খাবনত। তাহানি শুনিছিলো মতিলাল নেহৰুৱে হেনো ফৰাচী দেশৰ পৰা কাপোৰ ধোৱাই অনাইছিল। আমাৰ এইজনা নেতায়ো তাহানি কলিকতাৰ পৰা আম-আঙুৰ-বেদানা-আপেল আদি অনাইছিল। তুষ্টিৰ কাৰণে। তদুপৰি

বিধে বিধে সুস্বাদু আঞ্জাৰে দুয়ো সাজ ভোজনৰ ব্যৱস্থা কৰাইছিল। মেধীৰ পৰিবাৰ—নিৰ্মলা মেধী। আমাৰ বাইদেউ। মাজু বাইদেউ। সুনিপুণা ৰান্ধনী। বিধে বিধে ৰান্ধি ভোজনৰ সৌষ্ঠৱ বঢ়াইছিল। তেখেতৰ সুনাম দেশজুৰি। মেধী মাদ্ৰাজৰ ৰাজ্যপাল হৈ থকা কালত ৰাজভৱনৰ মজিয়াত অসমীয়া তাঁতশাল পাতি সুন্দৰ চানেকিৰে পাটৰ কাপোৰত ফুল তুলি মাদ্ৰাজৰ (তামিলনাদু) বাসিন্দাসকলক স্তম্ভিত কৰিছিল। তাহানি ত্ৰিশৰ দশকৰ কথা। দীনা বাপুৱে বাইদেউৰ পাঠশালাতে ৰন্ধনৰ পাঠ শিকে। এই দুয়ো গৰাকীৰে ৰন্ধনৰ জুতি উপভোগ কৰাৰ সৌভাগ্য আমাৰ ঘটিছিল। বাইদেউ আজি নাই। কিন্তু দীনা বাপু আছে। সেয়ে বিয়াৰ বতৰত বা শৰাধ-সকামত সেই জুতিৰ স্মৃতি আজিও বৈ আছে।

আজি দীনা বাপু স্বয়ংসিদ্ধ। চহৰত ৰন্ধনৰ কাৰণেই নামজ্বলা। এই ক্ষেত্ৰত স্বনামধন্য। প্ৰথম শ্ৰেণীৰ প্ৰথম যেন। ভাবি আচৰিত হওঁ। ঘৰে ঘৰে ৰন্ধন চলে। যত জীৱ তত শিৱ। তেনেকৈ য'ত ঘৰ ত'ত ৰান্ধনি। তাৰ উপৰিও হোটেল-ৰেস্তোৰা আছেই। বাটৰ কাষৰ চালিহীন ভোজনায়ৰ পৰা পাঁচ তাৰকাযুক্ত হোটেললৈকে। সকলোতে ৰন্ধন চলে। বিজ্ঞাপনো ওঁবোৱা থাকে: Step in for delicious dishes; ইয়াত ভাত-মাংস-পৰঠা পোৱা যায়। ইত্যাদি। এই সকলোতে ৰান্ধনি আছে। কিন্তু নাম নাই। আছে যদিও কোনেও নাজানে। এই ক্ষেত্ৰত এই নাম যেন দীনা বাপুৰ একচেটিয়া। আজি ফুটবল খেল পৃথিৱীজুৰি। পুৰুষৰ কথাই নাই—মহিলায়ো এই খেল খেলে। তথাপি কিন্তু ফুটবল বুলিলে পেলেৰ নাম অদ্বিতীয়। তেনেদৰে ক্ৰিকেটত—ব্ৰেডমেন। হকীত হকীৰ যাদুকৰ ধ্যানচাঁদ। ঠিক তেনেদৰে ৰন্ধনত যেন দীনা বাপু। দীনা বাপুও অদ্বিতীয়। বিশ্বত ন'হলেও আমাৰ এই চহৰত। নহয়, চহৰ নুবুলি ৰাজ্যজুৰি বুলিব পাৰি। তেজপুৰ, গোলাঘাট, ডিব্ৰুগড়, শ্বিলং আদিতো দীনা বাপুৰ প্ৰভাৱ আছে। এদিনীয়া নহয়—চিৰকলীয়া।

এবাৰ ডিব্ৰুগড়লৈ গৈছো। ১৯৪৯ চনত অসমীয়া আহিন মাহ। ইংৰাজীৰ অক্টোবৰ। বিয়া। খুলশালী ছোৱালী এজনীৰ বিয়া। দৰাও মোৰ সম্বন্ধীয়া। ভাগিন। মামাৰ ফলীয়া বাইদেউৰ ল'ৰা। বিয়াৰ দুদিনমান আগতে সপৰিবাৰে ডিব্ৰুগড় পাইছো। বিয়াৰ আগদিনা দৰাঘৰলৈ গৈছো। গধূলিতে ইটো-সিটো কথা পাতি উভতিব বিচাৰিছো। বাইদেৱে ক'লে, "বহা। ইয়াতে ভাত খাই যাবা। ভাত হ'বই।" বহিলো। আঠ বজাৰ লগে লগে খোৱাৰ ডাক পৰিল। বিয়াৰ ভোজ নহয়—তথাপি খাওতা কম নহয়। মতা-তিৰোতা মিলি প্ৰায় এশমানেই হ'বনেকি? খাই উঠি মুখদি কৰি বহিছো। তৰুণ ককাইদেৱে (তৰুণ আগৰৱালা) সুধিলে, "ভায়া কেনে হ'লহে। ৰন্ধা-বঢ়া কেনে পালা?"

"সুন্দৰ হৈছে। খাই আমাৰ গুৱাহাটীৰ দীনা বাপুলৈ মনত পৰিছে। ঠিক একে হৈছে।"

ককাইদেৱে মোক বাহুত ধৰি উঠালে, "বলা, ৰান্ধনিৰ লগত তোমাকো চিনাকি কৰি দিওঁ।" গৈ দেখো দীনা বাপু। মোক দেখিয়েই তেওঁ হাঁহি মাৰি আগ বাঢ়ি আহিল। ক'লে, "আপুনি অহা গম পাইছো।"

মই তেওঁ কেতিয়া আহিল সুধিলো। তেওঁ ক'লে, "আজি পুৱাই পালোহি। গাড়ী পঠিয়াইছিল। ৰাতাৰাতি আহি পুৱাই এইখিনি পাইছো। এইখন ঘৰ মোৰ বহুদিনীয়া চিনাকি। বিয়াই-সবাহে প্ৰায়েই আহি থাকো।"

তৰুণ ককাইদেৱে ক'লে, "বুজিছা, এইটো মোৰ ছাজেশ্বন, বিয়া মানে খোৱা। এতেকে ভাল বন্ধা খাম। সেয়ে দীনা বাপুক আনিছো। তুমি বাৰু মোৰ আইডিয়াটো কেনে পালা?"

মই শলাগিলো।

১৯৪২ চন। আমি তেতিয়া অজ্ঞাতবাসী। সেইকালৰ কথা। দীনা বাপুও আমাৰ গোষ্ঠীভুক্ত হ'ল। অৱশ্যে অজ্ঞাতবাসী ৰূপে নহয়। তেওঁ যেন আমাৰ টগ্ভীৰথীয়া। আমাৰ অন্নদাতা, আমাৰ অভিভাৱক। মেধী ডাঙৰীয়া তেতিয়া জেলত। মেধীৰ ঘৰ আমাৰ বাটৰ বাহৰ। ট্ৰেনজিং কেম্প। আমাৰ গোষ্ঠীৰ কথা। সকলোৰে এটি গুপ্ত নাম আছিল। যেনে শঙ্কৰ বৰুৱা পোনতে 'ভোলানাথ'। পিছত জয়প্ৰকাশ নাৰায়ণে নাম দিলে 'বাঘ'। অসমৰ বাঘ। অৰুণা আছফ আলি 'বাইদেউ'। লক্ষ্মীপ্ৰসাদ গোস্বামী 'ভাগিন'। সুবোধ হাজৰিকা, 'সদাগৰ'। মোৰ নাম আছিল 'লতিফ'। ডাঃ দেউভেক্কাৰ 'মামা'। প্ৰফেছাৰ আস্থনা 'দয়াল', ইত্যাদি। মেধীৰ ঘৰটোৰ নাম ৰাখিছিলো ধৰ্মমালা, অৰ্থাৎ 'ভিনিহিৰ ধৰ্মশালা।" মণ্টুদাদা (গিৰীণ চৌধুৰী) আছিল 'মালিক'। নামতো কামতো। অৰ্থাৎ এই ধৰ্মশালাৰ মালিক। দীনা বাপু আছিল 'কেয়াৰ টেকাৰ'। কোন কেতিয়া আহি সোমায় ঠিক নাই। সেয়ে এই ধৰ্মশালা অহৰহ খোলা থাকে। দীনা বাপুৱে ভিন ভিন ৰুচিৰ লোকক ভিন ভিন অন্ন-ব্যঞ্জনেৰে সেৱা কৰে। ৰাজসিক, তামসিক, সাত্ত্বিক আহাৰৰ যোগান ধৰে। আমাৰ কথা এৰিছো। দুৰণিৰ অজ্ঞাতবাসীয়েও এদিনলৈ আহি বাপুৰ সেৱাত মুগ্ধ হৈছিল। ডাঃ দেউভেক্কাৰে কৈছিল, "He is not only a cook, but he is just like my mother"। অৰুণা আছফ আলিয়েও শলাগিছিল। প্ৰফেছাৰ আস্থানাৰতো কথাই নাই। দীনা বাপুৰ চানাৰ তৰকাৰীৰ সোৱাদ বহু দিনলৈকে তেওঁৰ জিভাত লাগি আছিল।

দীনা বাপু তীক্ষ্ণ বুদ্ধিৰ লোক। তাৰ সাক্ষী তেওঁৰ উজ্জ্বল চকু দুটা। আজিও তিনিকুৰি বছৰৰ সেওনা পাৰ হোৱা দীনা বাপুৰ চকু দুটা দেখিলে

আচৰিত হ'ব লাগে। অতি তীক্ষ্ণ চকু। চালে সকলোৰে ভিতৰলৈ দেখে যেন লাগে। দীনা বাপুই বিভিন্ন লোকৰ চৰিত্ৰ বিশ্লেষণ কৰা শুনিলে আচৰিত হ'ব লাগে। মেঘী-পৰিয়ালৰ বিষয়ে তেওঁৰ সাৱলীল বিশ্লেষণ মন কৰিবলগীয়া। মেধিৰ জীৱনী লেখিব খোজাসকলৰ কাৰণে দীনা বাপু এটি অহৈতুকী সমল। নেলেখা পাঠ।

দীনা বাপুই এই পৰিয়ালক একেৰাহে বাৰ বছৰ কাল সেৱা কৰিছিল। ১৯৩৮ চনৰ পৰা ১৯৫০ চনলৈ। গুৱাহাটী আৰু শ্বিলঙত। মেধীয়ে মুখ্যমন্ত্ৰীৰ পদ পোৱাৰ লগে লগে তেওঁ বৈয়ামলৈ নামে। গুৱাহাটীত আহি জজ কাছাৰীৰ কাষত এখনি সৰু পাণ-তামোলৰ দোকান দিয়ে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অফিচ তেতিয়া কটন কলেজৰ চৌহদৰ একাংশত বহে। জালুকবাৰীলৈ এই অফিচ উঠি যোৱাৰ লগে লগে তেৱোঁ উজান বজাৰলৈ আহি এখন সৰু গেলামালৰ দোকান খোলে। আজিও দীনা বাপু দোকানী। উজান বজাৰৰ ছোৱালী এম. ই. স্কুলৰ কাষতে তেওঁৰ এই দোকান। নিজা ঘৰ নহয়—ভাড়া ঘৰ। দীনা বাপুৰ চহৰত নিজা ঘৰ-মাটি নাই। অলপতে মই এদিন কৈছিলো, "বাপু, তুমি মেধী ৰাজহ মন্ত্ৰী থকাতে অলপ মাটি কৰি নল'লা কিয়?"

"ইচ্ছা কৰিয়েই নল'লো। সেই সময়ত বহুতে মাটি বিচাৰি তেওঁক আমনি কৰিছিল। নিজৰ মানুহে মাটি বিচাৰি গ'লে তেওঁ বৰ বিৰক্তি পাইছিল। আয়ে (মেধী-পত্নীয়ে) আমাক অলপ মাটি দিবলৈ খাটিছিল। তেৱোঁ সন্মত হৈ আমাক মাটি বিচাৰি চাবলৈ কৈছিল। এদিন তেওঁ নিজেই সুধিলে, "মাটিৰ বিচাৰ কৰিছিলানে?"

মই ক'লো, "নালাগে দেউতা। আমাক মাটি দিলে ৰাইজে আপোনাক ভাল নুবুলিব। আপুনি দিওঁ বুলিলে পিছে-পৰেও দিব পাৰিব।"

"তেওঁ কি ক'লে?"

"তেওঁ আইক ক'লে, 'হেৰা, মাটি বিচৰা মানুহ আহি তোমাক আমনি কৰিলে দীন বাপুৰে কথা হ'ব দিবা।' সিদিনাৰ পৰা মেধী দেউতাই মোক আৰু বেছি মৰম কৰা হ'ল। তেওঁলোকৰ কি নাছিল। তথাপি ৰাজহ মন্ত্ৰীৰ দিনকেইটা তেওঁৰ বৰ দুৰ্যোগত গ'ল। সেই সময়ত উচ্ছেদ হৈছিল নহয়। চৰ অঞ্চলৰ উচ্ছেদ লৈ বৰ হুলস্থূল হৈছিল। কিমান বেনামী চিঠি আহিছিল, কিমানে প্ৰাণৰ ভয় দেখুৱাইছিল।"

"তেওঁ ভয় খাইছিল নে নাই?"

"নাই। নিৰ্বিকাৰ। চিঠিবোৰ নপঢ়ে। কিছুমান দলিয়াই জ্বলি থকা চুলাতে জাপি দিয়ে। কিছুমান পুলিচ চাহাবক মাতি আনি দিয়ে। ৰাতি কতদিন আমি উজাগৰে কটালো।"

"খিলঙত ?"

"অ—খিলঙত ?

"কিয় ?"

"মানুহ আছে। বেৰত পষ্টাৰ মাৰে। বেয়া বেয়া পষ্টাৰ।"

"কিয়, গাৰ্ড নাথাকে।"

থাকে। দুই-এজনহে। প্ৰকাণ্ড চৌহদ। কোনে কোনফালৰ পৰা আহে কি ঠিক আছে। সঁচাকৈয়ে মেধীৰ প্ৰাণৰ বৰ ভয় হৈছিল। তেওঁ কিন্তু একো নাভাবে। পুলিচ চাহাবৰো টোপনি নহা হৈছিল।"

"বেছিকৈ গাৰ্ড নাৰাখিলে কিয় ?"

"আয়ে কৈছিল। তেওঁ কয় 'বেছিকৈ গাৰ্ড ৰাখিলে খৰচ বেছি হ'ব। ৰাজকোষৰ ধনৰ নাটনি। ৰাইজৰ কাম কৰিবলৈকে নাটে। আমি গাৰ্ড ৰাখি খৰচ কৰাটো অন্যায় হ'ব।' এদিন ৰাতি গাৰ্ডে চিঞৰিলে—'কোন হ্যায়।' আমি সকলোটি সাৰ পালো। কেইবাজনো মানুহ আহি চৌহদত সোমাব খুজিছিল। তেখেত উঠিল। টৰ্চ এটা লৈ নিজেই বিচৰাত লাগিল। আমাৰ বৰ ভয় লাগিল। কোনোমতে ভিতৰলৈ মতাই আনিলো। ৰাতিপুৱা আয়ে উচ্ছেদ বন্ধ কৰিবলৈ খাটিলে। অহিংসা নীতিৰো দোহাই দিলে। ক'লে, 'আগতে দেখোন স্বৰাজ হ'লে সকলোৱে শান্তিত থাকিব বুলি কৈ ফুৰিছিল। এতিয়া দেখোন নিজৰেই শান্তি নোহোৱা হৈছে।"

"মেধীয়ে কি ক'লে ?"

তেওঁ ক'লে, "আগতে মই কেৱল 'সেৱক' আছিলো। সেয়ে সেৱাৰ কথাকেই কৈছিলো। এতিয়া 'শাসক' হৈছো। এতেকে শাসন নকৰিলে কেনেকৈ হ'ব। পলমেই হৈছে। এতিয়াই এইবোৰ নুভাঙিলে পিছলৈ উভলা টান হ'ব।' আয়ে 'ঠওক ঠওক। আজিৰ কথা নাভাবি কালিৰ কথা ভাবিলে কি হ'ব' বুলি বেজাৰ মনেৰে উঠি গ'ল। আমিও আলেঙে আলেঙে শুনি আছিলো। আমিও হতাশ হৈ উভতিলো।"

"মেধীয়ে কি কৰিলে ?"

"তেওঁ আইৰ ফালে চাই হাঁহিলে। অলপ ডাঙৰকৈয়ে হাঁহিলে। আমি সেই হাঁহিৰ অৰ্থ নুবুজিলো। আজিও বুজিব নোৱাৰিলো ?"

১৯৫৮ চন। মেধী ডাঙৰীয়া মাদ্ৰাজৰ ৰাজ্যপাল মনোনীত হৈছে। দুই-এদিনতে মাদ্ৰাজমুৱা হ'ব। আমি বোলোতে—হেম বৰুৱা, বিশ্ব গোস্বামী, প্ৰমোদ বৰ্মন আৰু মই। বহুলোকৰ সমাগম হৈছে। বহা কোঠাত বহুতো লোকেৰে মেধীয়ে কথা পাতি বহি আছে। চৌহদৰ চোতালতো মানুহ। তাতে দীনা বাপুও আছে। দীনা বাপুৰেই পোনতে কথা হ'লো। দীনা বাপুই দুখ

কৰি ক'লে, "আমাৰ ৰাজ্যৰ বেয়া হ'ল। ৰাজ্যৰ ভাল বিচৰা মানুহ এজন গ'লগৈ।"

"কিয় বেয়া হ'ল। ৰাজ্যপাল হ'ল। আমাৰ গৌৰৱৰহে কথা।" মই ক'লো।

"নহয়—ভাল শাসক আছিল। নিজৰ মানুহেই ভুল বুজিলে। মই হ'লে কথাটো ভাল নুবুলিলো।" দীনা বাপুক বৰ কাতৰ হোৱা যেন অনুভব হ'ল।

আমাক ভিতৰৰ পৰাই মেধীয়ে লক্ষ্য কৰি আছিল। তেওঁ ওলাই আহি আমাক ভিতৰলৈ মাতিলে। বৰুৱাৰ প্ৰতি মেধীৰ বিশেষ আকৰ্ষণ আছিল। বিশ্ব গোস্বামীকো তেওঁ মৰম কৰিছিল। সকলোকে নাম কাঢ়িয়েই আদৰিলে। মই ফালৰি কাটি দীনা বাপুৰ সৈতে ভিতৰ সোমালো। বাইদেউক মাত দিয়াৰ উদ্দেশ্যে। চাহ-জলপানৰ উজ্জান উঠিছে। বাইদেউ তদবিৰ কৰাত ব্যস্ত। ভিতৰতো মানুহ। বাইদেউক উদ্দেশ্যি মাত লগালো, "বাইদেউ, তাঁতশালখন কি কৰিব? আমাকে দি যাওক।"

"তাকেইতো ভাবিছো। সকলো এৰিলেও এইখন এৰা টান। তেখেতে দেখোন পিছত এইখন নিয়াৰ ব্যৱস্থা কৰি দিব বুলি কৈছে। তোমালোকলৈ দীনা বাপুক এৰি গ'লো নহয়।"

"তেন্তে আপোনালোক যোৱাৰ পিছত সেই পিয়দাৰ পঠাটোৰ দিহা লগাম।"

বাইদেৱে প্ৰাণ খোলা হাঁহি এটা মাৰিলে। ক'লে, "তুমি বিয়া-বাৰু কৰালা। দেশৰ নেতা হৈছা। এতিয়াও সেইবোৰ দুষ্টামী এৰা নাই।"

পিয়দাৰ পঠা। জীৱনত পাহৰিব নোৱৰা কাহিনী। সেয়ে চমুকৈ দোহাৰিবলৈ বিচাৰিলো।

মেধী তেতিয়া গুৱাহাটী লোকেল ব'ৰ্ডৰ চেয়াৰমেন। সেই সময়ত মেধীৰ ঘৰত সহকৰ্মীসকলৰ সঘনে নিমন্ত্ৰণ হৈছিল। মেধীৰ ওচৰতে ভুবনৰাম দাস ৰ'ডত এটি সৰু ঘৰত অমিয়কুমাৰ দাস আৰু হেম বৰুৱা (ত্যাগ বীৰ) থাকে। লুইতৰ পাৰত ডাঃ ভূবনেশ্বৰ বৰুৱাৰ বাসস্থান। কিবা অলপ ভাল বস্তুৰ যোগাৰ হ'লেই এওঁলোকৰ মেধীৰ ঘৰলৈ নিমন্ত্ৰণ পৰিছিল। এদিন এনে এটি নিমন্ত্ৰণত এটি উল্লেখযোগ্য ঘটনা ঘটিছিল। ঘটনাটি সৰু কিন্তু পাহৰিব নোৱৰা।

দীনা বাপুৰ মুখত এই ঘটনাৰ বিৱৰণ তেওঁৰ বন্ধুৰ দৰেই সোৱাদ লগা। মেধীয়ে নিজে এদিন এটি খাহী কিনি আনিলে। নিমন্ত্ৰণ কৰিব। দাস আৰু দুয়ো বৰুৱাক। মেধীৰ তেনেই কাষতে উমাধৰ বৰদলৈৰ চৌহদ।

চৌহদত কেইবাটিও সৰু সৰু জুপুৰি। বিভিন্ন লোক থাকে। সেই জুপুৰিতে এজন পিয়দাও আছিল। পিয়দাজনে ল'ৰাৰ চাকৰিৰ কাৰণে মেধীক খাটি আছিল। মেধীৰ ঘৰত থকা পুৰণি বনকৰা ল'ৰাটো পিয়দাৰ গাঁও-সম্পৰ্কীয়। পিয়দাই ল'ৰাজনৰ আগত এটা পঠা দিবলৈ কাণ ছোৱাইছিল। মেধী-পৰিয়ালৰ তুষ্টিৰ কাৰণে। আগ নিশা নিমন্ত্ৰণৰ কথা সদৰী হ'ল। বন কৰা ল'ৰাটোৱে ক্ষণ গণি আছিল। সি ৰাতিয়েই কথাটো পিয়দাক ক'লে। পুৱা সকলো যোগাৰ কৰিবলৈ কৈ মেধী গাড়ী লৈ ওলাই গ'ল। লগে লগে পিয়দাৰ পঠা আহি মেধীৰ ঘৰ সোমালহি। ভকতৰ সেৱাত লাগিবলৈ খাহীৰ পৰিবৰ্তে পঠাই জীৱন আহুতি দিলে। সময়ত মেধী উলটি আহিল। দেখে খাহীটো তেতিয়াও এৰাল দিয়া আছে। কাৰণ সুধিলে। উৰহী গছৰ ওৰ ওলাল। মেধীয়ে তেতিয়াই পিয়দাক মাতি পঠিয়ালে। পিয়দায়ো কাম হাচিল হ'ল বুলি লৰি আগত ওলালহি। মেধী গৰজি উঠিল। তেওঁৰ এই অপকৰ্মৰ কাৰণে। বহুতো তিৰস্কাৰ কৰিলে। পঠাটোৰ পৰিবৰ্তে এবাল দি থোৱা খাহীটো আনি পিয়দাক সোধাই দিলে। ঘটনাৰ সিমানতে অন্ত নপৰিল। ৰান্ধি থোৱা মাংসখিনি দীনা বাপুৰ হতুৱাই চুৱনিত পেলাই দিলে। সেইদিনাৰ নিমন্ত্ৰণ মাংসহীন ৰূপেই পাৰ হ'ল। সেইদিনা কথাটো পুনৰ সদৰী কৰোতে বাইদেৱে হাঁহি হাঁহি বাগৰি পৰিছিল।

ঘটনাটো উপাদেয়। কিন্তু আজিৰ সমাজত অচল। কিবা আচহুৱা অবাস্তৱ যেন লাগে। তথাপি কিন্তু ঘটনাটো ঘটিছিল। ওপৰত উল্লেখ কৰাৰ দৰেই।

দীনা বাপুৰে দীঘলীয়া চিনাকি। মনৰ মিল থকা লোক। সেয়ে সদায় নহ'লেও সঘনে লগ ধৰোঁ। কথা হওঁ। দেশ-বিদেশৰ কথা। সমাজৰ কথা। ৰাজনীতি-অৰ্থনীতিৰ কথা। ঢুকি পোৱালৈকে আলোচনা কৰোঁ। দীনা বাপু দোকানী। তুলাচনীত মাল জোখে। জোখ-মাখত পটু। পণ্যদ্ৰব্যৰ জোখ-মাখতে নহয় কথা কোৱাতো। জুখি-মাখি কথা কয়। কথাত বিসঙ্গতি নাই। সকলো সাৱলীল। মোৰ ডায়েৰীপাটত দীনা বাপুৰ কথা সঘনে উল্লেখ আছে। সকলো লেখিলে পাঠ দীঘলীয়া হ'ব। সেয়ে দুই এদিনৰ উল্লেখযোগ্য আলোচনা তলত তুলি দিলো।

৩ মে' ১৯৮২ চন। সোমবাৰ।

গধূলি ফুৰিবলৈ বুলি ওলাই গ'লো। লগত ললিত। ললিত বৰা। অভিনয়ৰ লগৰীয়া। তাহানিৰে পৰা। লুইতৰ পাৰেদি গৈ আছো। বৰষুণ আছিল। ফালৰি কাটিলো। বৰষুণ টান হ'ল। লৰি গৈ দীনা বাপুৰ দোকানত সোমালো। দুই-এজন গ্ৰাহকো আছিল। মাল লৈ বৰষুণ এৰালৈ অপেক্ষা কৰি আছে। দুয়ো গাদীত বহি ল'লোঁ। সুধিলো, "আজি ক'তো নিমন্ত্ৰণ

নাইনেকি ?"

"নাই। আজিকালি নিজেও যাবলৈ কমাই দিছো। একেবাৰে সামৰিম বুলিয়েই ভাবিছো।"

"এহ্, তুমি এৰিলে বিয়া-সবাহবোৰৰ কি হ'ব।" ললিতে টপৰাই ক'লে।

"কিয় মানুহ ওলাব নহয়। মানুহৰ ঘাটি নহয়। ইতিমধ্যে কেইবাজনো ওলাইছে। তেওঁলোকেও ভাল ৰান্ধে। দুয়োজন ৰজনীয়েই ভাল ৰান্ধে। মোতকৈ ভাল ৰান্ধিলেও বেয়া নাৰান্ধে। উমাও পাগত উঠিছে।"

"পিছে গড়গঞা কটাবিৰ ডাবেও কাটে। তোমাৰ নামেই ৰন্ধনৰ জুতি চৰায়।" মই টিপ্পনী কাটিলো।

"ৰান্ধনি ওলাবলৈ সমাজৰ বান্ধনীও লাগিব। আমি পৰম্পৰা ৰক্ষা কৰিছোঁ মাথোন। আগলৈ আৰু সুদক্ষ ৰান্ধনি ওলাব। সমাজৰ বান্ধো থাকিব লাগিব। তাহানি পদ্ম বাপুটি (পদ্মনাথ শৰ্মা) আছিল। তেতিয়া মানুহ কম আছিল। তেওঁ অকলেই সামৰিছিল। এতিয়া মানুহ বাঢ়িল। আমিও একেলগে কেইবাজনো ওলালো। কিয় আপোনাৰ তাত ৰজনীয়েও ৰান্ধিছে দেখোন। মনত আছে নহয় ?" বুলি মোক দীনা বাপুই সকীয়ালে।

"এৰা, ৰজনী বাপুই ৰান্ধিছিল। পিছে দুজন ৰজনী নহয়, কোনজনে বা ৰান্ধিছিল পাহৰিলো।"

সচাঁ কথা। দুজন ৰজনী। দুয়োৰে নাম একে। ৰজনীকান্ত শৰ্মা। একে এলেকাৰে। কমলপুৰৰ। মৌজাও একে পূৰপাৰ। অৱশ্যে গাঁও বেলেগ। এজন কচকল্লাৰ, আনজন ঘোপলাৰ। সিও কেইখোজমানৰ দূৰত্ব। এওঁলোকৰ কথা উঠিলেই মোৰ ৰামায়ণ মহাকাব্যলৈ মনত পৰে। বালী-সুগ্ৰীৱৰ কথা। বালী সুগ্ৰীৱ। দুয়ো ভাই-ককাই। দেখাত দুয়োজন একে। জাতো একে। বান্দৰ। গোত্ৰও নিশ্চয় একে। অন্তৰ্যামী ভগৱান ৰাম। তেওঁ এওঁলোকৰ চিন হেৰুৱায়। সেয়ে সুগ্ৰীৱৰ ডিঙিত তুলসীৰ মালা আঁৰি চিন ৰাখিলে। আমাৰ বাইজেও সেই বুধিকে পাঙিলে। এওঁলোকৰ চিনাক্তকৰণৰ কাৰণে। দুয়োৰে নামৰ আগত বিশেষণ জুৰিলে। ক'লা ৰজনী, বগা ৰজনী। কিন্তু দেখাত দুয়োজন প্ৰায় একেই। ভাওনা-থিয়েটাৰত ভাও দিব লাগিলে এওঁলোক দুয়োৰে গালত একে নম্বৰৰ মেক্স, ফেকট্ৰকে ঘঁহিব লাগিব। যিহেতু দুয়োজন একে ৰঙৰ—একে ছালৰ। তথাপি সমাজত বগা ৰজনী—ক'লা ৰজনী চলি আছে।

দীনা বাপুৰ কথা গধুৰ। তথ্যপূৰ্ণ। সমাজৰ বান্ধোন থাকিলে, সমাজৰ দায়িত্ব পালনৰ কাৰণেও ভাগে ভাগে মানুহ ওলাব। সমাজ উৱলি গ'লে এইবোৰ ব্যৱস্থাও উৱলি যাব।

বৰষুণ কমিল। দীনা বাপুৰ দৰ্শনৰ কথা আলচি আমি দুয়ো ঘৰমুৱা হ'লো।

২০ জুলাই, '৮২ চন। মঙ্গলবাৰ।

যোৱা কালি বসুন্ধৰা চৌধুৰী ঢুকাল। বয়োজ্যেষ্ঠা মহিলা। গীতিকাৰ সাহিত্যিক স্বৰ্গীয় উমেশচন্দ্ৰ চৌধুৰীৰ পৰিবাৰ। মোৰ ভাই বোৱাৰী অৰুণমণি আইদেউৰ মাক। আগদিনা আবেলিতে ঢুকাল। ৰাতি দহমান বজাতহে বাতৰিটো পালোঁ। সেয়ে পুৱা নমান বজাতে মৃতকৰ ঘৰলৈ গ'লোঁ। বা-বাতৰি লৈ উভতিলোঁ। কাষতে দীনা বাপুৰ দোকান। মাত এষাৰ দি যাওঁ বুলি সেইফালে ঘূৰিলোঁ। দোকানৰ সমুখতে এখন মটৰ গাড়ী ৰৈ আছে। এজন চাহাবী সাজ-পাৰ পিন্ধা লোকেৰে দীনা বাপুই কথা পাতি আছে। আগ বাঢ়ি গ'লোঁ। চিনাকি লোক। চহৰৰ প্ৰখ্যাত ব্যৱসায়ী। ময়ো ওচৰ পালোঁগৈ। "দাদা ভালনে?" বুলি কৈ নিজে গাড়ীত উঠিল। মই হাঁহি মাৰি শলাগিলোঁ। গাড়ী এৰি দিলে।

দীনা বাপুক সুধিলোঁ, "কিয় আহিছিল হে?"

"কিবা সকাম পাতিছে। ৰাতিৰ সাজ ৰান্ধিব লাগে।"

"কেতিয়া?"

"অহা ৩০ তাৰিখে।"

"যাবা নে নোযোৱা?"

"নোৱাৰিম। সেইদিনা ভূঞাৰ মাছ-চুৰনি পৰিব।"

ভূঞা। নীৰদা ভূঞা। নিপুণ অভিনেতা। স্বনামধন্য শিল্পী। এৰা সেইজনা কৃতী শিল্পীয়ে যোৱা ১৬ জুলাই তাৰিখে দেহা এৰিলে। জীৱনৰ যৱনিকা পেলালে।

"দাদাৰ ঘৰলৈ ডাক পৰিলেইনেকি?"

"নাই। কিন্তু পৰিব। মৃত্যুৰ দিনাই সকামৰ দিন-বাৰবোৰ টুকি ৰাখিছো। যাতে পিছত বিপাঙত নপৰো।"

"কিন্তু এওঁৰ পৰা অলপ শকত ধন ল'ব পাৰিলাহয়।"

"ধন লৈ ৰন্ধা-বঢ়া কৰা হ'লে গেলা-মালৰ দোকান নুখুলি এখন হোটেল খুলিলোহয়। ৰন্ধাতো মোৰ এটা নিচা—পেচা নহয়। ৰান্ধি আনন্দ পাওঁ। সেই কাৰণেহে ৰান্ধো। আপোনালোকে অভিনয় কৰি আনন্দ পায়। মই ৰান্ধি আনন্দ পাওঁ। মোৰ ৰন্ধনত লোকে আনন্দ পোৱা বুলি শুনিলে মোৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবো। ভূঞাই অভিনয় কৰি কিমানক আনন্দ দিলে। তেওঁৰ সকলো কাজতে মোকেই মাতিছিল। এতিয়া তেওঁ ঢুকাল। তেওঁৰ সকামত গৈ ৰান্ধি দিয়াতো মোৰ কৰ্তব্য। তেওঁৰ প্ৰতি শ্ৰদ্ধা দেখুৱাবলৈকে

মই যাম। বৰ দেখনিয়াৰ মানুহজন গ'লদেই। মুখখনো মিঠা আছিল। দেখিলেই মাতষাৰ দিয়ে। ভাল পিন্ধে ভাল খোৱাৰ কাৰণে সদায় চকু ৰাখিছিল। এনেবোৰ লোকৰ আপদে-বিপদে মানুহে উবুৰি খাই পৰিব লাগে।" দীনা বাপুৰ মুখলৈ মই থৰ হৈ চাই ৰ'লো। দীনা বাপু ৰন্ধন-শিল্পী। সেয়ে শিল্পীৰ প্ৰতি শ্ৰদ্ধাও তেওঁৰ অসীম।

আনন্দ মনেৰে মই ঘৰলৈ উভতিলো। ২৫ চেপ্টেম্বৰ, '৮২ চন। শনিবাৰ। মহানগৰীত হুলস্থূল। বৰদলৈ ট্ৰফীৰ ফাইনেল খেল। পুৱাৰ পৰাই উখল-মাখল। ৰাজআলিত মটৰ, স্কুটাৰ আৰু পদাতিকৰ ভিৰ। মানুহৰ সোঁত বৈছে। আমবাৰী অঞ্চলৰ বা-বতাহ গৰম হৈ উঠিছে। দিনৰ এঘাৰমান বজাত ওলাই গ'লো। ওভোতা মুখে। উজান বজাৰৰ ফালে। দীনা বাপুৰ দোকান ওলালোগৈ। কথা হ'লো। ৰন্ধনৰ কথা ওলাল। সুধিলো, "তুমি বাৰু কিমান ভোজ বান্ধিলা? এহেজাৰমান হ'বনে?"

দীনা বাপুৱে হাঁহিলে। ক'লে, "'৭৬ চনতে এবাৰ থূলমূল হিছাপ কৰিছিলো। তেতিয়াই তিনি হাজাৰবো বেছি হিছাপত ওলাইছিল। এতিয়া '৮২ চন। সেই অনুপাতে আৰু অন্তত এহেজাৰ-ডেৰহেজাৰ ধৰক। মুঠতে চাৰি-পাঁচ হেজাৰ ভোজ ৰন্ধা হ'ল।"

"এতিয়া বাৰু সেইবোৰ বাঢ়িছে নে কমিছে?"

"বহুতো বাঢ়িছে। আগতে বিয়াত দৰা-ঘৰীয়াক ভাত খুউৱাৰ ব্যৱস্থা নাছিল। দূৰৰ পৰা অহা বৰ-যাত্ৰীৰ কথা সুকীয়া। বেলেগে বাহৰ পাতি বান্ধি খুৱায়। আজিকালি কথা বেলেগ হ'ল। আলিটোৰ ইপাৰে-সিপাৰে দৰা-কন্যাৰ ঘৰ হ'লেও বৰ-যাত্ৰীক ভাত খুউৱাৰ কথা চলিল। তদুপৰি কন্যাদায়ৰ ভোজ, শৰাধৰ ভোজ, অন্নপ্ৰাসন, লগুণ-দিয়নি, চূড়াকৰণ এইবোৰ আছেই। আজিকালি আৰু এবিধ নতুন উৎসৱ ওলাল। ল'ৰা-ছোৱালীৰ কাৰণে বছৰে বছৰে পাতে। কিবা ইংৰাজী নামৰ উৎসৱ। সেইটো যে জাৰ্মানী লতা বঢ়াৰ দৰে বাঢ়িছে। বাঙ্কো বুলিলে দৈনিক ৰান্ধিব পাৰি।"

"অ' Birthdayৰ কথা কৈছা। জন্ম দিন?"

"এৰা। মম জ্বলাই যে কেক কাটে। ইংৰাজী স্তোত্ৰ মাতি।" এই বুলি দীনা বাপুই হাঁহিবলৈ ধৰিলে।

"কিয়, হাঁহিলা যে?"

"যিবোৰ উৎসৱ-পাৰ্বণত মন্ত্ৰ-তন্ত্ৰ পাঠ হয়, সেইবোৰত দেৱতাসকল নামে। পিতৃ-পুৰুষসকল নামে। আশীৰ্বাদ কৰে। এইবোৰ উৎসৱৰ কোনো মূল্য নাই।"

"কিয়, ল'ৰা-ছোৱালীয়েতো আনন্দ পায়।" "কথা সিমানেই। পিছে

এনে উৎসৱ পতা কেইবাজনো বাপেকিয়ে পিছত ল'ৰাৰ উৎপাত সহিব নোৱাৰি শাও দি থকাও শুনিছো।"

"তোমাৰ বন্ধা বাৰু কিমানে খোৱা বুলি ভাবা।"

"কেনেকৈ ক'ব। একেজনেই বহুবাৰ বহু ঠাইত খাইছে নহয়। মূৰ হিচাপে বহু বেছি হ'ব—মানুহ গণ্টিত কিছু কমিব। পিছে তাহানিৰ কংগ্ৰেছী লোকসকলে প্ৰায়েই মোৰ হাতে খাইছে। স্বাধীনতাৰ আগৰ কথা কৈছো। বহুতো বাহিৰৰ নেতায়ো খাইছে।"

"নাম ক'ব পাৰিবানে?"

"যেনে জৱাহৰলাল নেহৰু। তেওঁক দুই-তিনিবাৰ বান্ধি খুৱাইছো। ডঃ ৰামমনোহৰ লোহিয়া, অৰুণা আছফ আলি—এওঁলোকক দেখোন আপোনালোকৰ যোগেদিয়েই খুৱাইছো। ইন্দিৰা গান্ধীয়েও মোৰ বন্ধা খাইছে।"

"খাই কেনে পালে? কিবা কৈছিলনে?"

"নেহৰুৱে শলাগিছে বুলি মেধীয়ে কৈছিল। লোহিয়াই দেখোন আপোনালোকৰ আগতে পিঠিত থপৰিয়াই শলাগিছিল। মনত নাই জানো? কণী-ধানৰ চাউলৰ পৰমান্ন খুজি দুবাটি খালেযে। পিছে খুৱাই ভাল লাগিছিল। হেম বৰুৱাক। আপোনালোকৰ এম.পি. বৰুৱাৰ কথা কৈছো। খাই থাকোতেই শলাগি যায়। খাবও পাৰিছিল, খুৱায়ো ভাল লাগিছিল। দেৱ বৰুৱায়ো জুতি বিচাৰে। বন্ধা প্ৰণালীও কিছু জানে। বিভিন্ন দেশৰ বন্ধনৰ কথা কয়।"

"ময়োতো তোমাৰ বন্ধা বহুদিন খাইছো। মোৰ কথা নোকোৱা কিয়?"

"আপুনি কম খায় কিন্তু মনে লাগে।"

"অৰ্থাৎ খাই উঠি খাবৰ মন—দৰিদ্ৰৰ লক্ষণ।"

হাঁহিৰ খলকনি উঠিল। বন্ধনৰ কথা পাতি পেটত ভোকো লাগিল। উঠি বেগে ঘৰলৈ বুলি খোজ ল'লো।

৭ ডিচেম্বৰ ১৯৮২ চন। মঙ্গলবাৰ।

জাৰ পৰিছে। পুৱা ১০ মান বজাত ওলাই গ'লো। গা ৰ'দাবলৈ ঘূৰি ঘূৰি গৈ দীনা বাপুৰ দোকান ওলালোগৈ। মোক দেখিয়েই দীনা বাপুই হাঁহি মাৰি ক'লে, "আহক আহক। আজি বহুদিন অহা নাই দেখোন?"

"এৰা নাছিলো। উজনিলৈ গৈছিলো।"

"অ' পাইছো। বাতৰিত উঠিছে। কিবা নাটক কৰিলৈগে বোলে।"

"নহয়। নাটকৰ আলোচনা-সভা পাতিছিল। সাহিত্য সভাই। ডিব্ৰুগড়ত। সভা উদ্বোধন কৰিবলৈ মাতিছিল। কাম শেষ কৰি দুলীয়াজান পালোগৈ। তাতে মোৰ জী-জোঁৱাই থাকে নহয়।"

"আপোনালোক এফালে গ'লে বাতৰি কাকততে ভেও নামটো পাওঁ।

আমি মৰিলেও কিন্তু বাতৰি দিওঁতা নোলাব।"

"নহয়। তোমাৰ কথাবোৰ কাকতত প্ৰকাশৰ যোগ্য।" মোৰ কথা শেষ নৌহওঁতেই দীনা বাপুই হাঁহিবলৈ ধৰিলে। ক'লে, "আমাৰ কথাও কাকতত ওলাব লাগিলে কাগজৰেই দেখোন নাটনি হ'ব!"

এনেতে এজন মানুহ আহিল। পিন্ধন-উৰণত অ-পৰিপাটি। কাপোৰবোৰ মলিয়ন। মোতকৈ অলপ বয়সত ডাঙৰ হ'বনেকি? দৰিদ্ৰতাৰ ছাপ ভালকৈয়ে পৰিছে। আহি দোকানৰ ভিতৰ সোমাল। দীনা বাপুৰ চিনাকি। সুধিলে, "কৰ পৰা আহিল। ভালনে?"

"ক'ত ভাল। শুনা নাই জানো?"

"শুনিছো। ঈশ্বৰৰ ইচ্ছাত কোনে বাধা দিব। পিছে কিয় আহিল।"

"তোমাক এটা অনুৰোধ কৰিব আহিলো। অহা ১১ তাৰিখে শনিবাৰে পৰিধাৰৰ মাছ-চুৰনি। তুমি যদি বান্ধি দিয়া...। তোমাৰ বন্ধনৰ প্ৰতি তেওঁৰ বৰ হাউচ আছিল। কেতিয়াবা কেতিয়াবা কৈছিল, "মই মৰিলে ভোজ বান্ধিবলৈ দীনা বাপুক মাতিব। সেয়ে এবাৰ আহিলো। জীৱনটো দুখ-কষ্টতে কটালে। মৰণৰ পিছত এইখিনি কাম তেওঁৰ ইচ্ছামতে কৰিলে কিজানি তেওঁ ত'ত শান্তি পায়। মোৰো দুখ অলপ পাতলে।"

"কিমান মানুহ হ'ব?"

"বেছি নহয়। ল'ৰা-ছোৱালীৰে ৪০-৫০ জনমান হ'ব। বেছি মাতি খুৱাম কেনেকৈ?"

দীনা বাপু মান্তি হ'ল। ক'লে, "যাম। হ'ব।" মই মাথোঁ সিমানেই শুনিলো।

"তোমাক কিমান ধন দিব লাগিব?"

"আপুনি কিমান দিব পাৰিব?"

"জানো, তুমি বা কি লোৱা?"

"আপোনাৰ পৰা মই একো নলওঁ। তেখেতে মোক কিমান মৰম কৰিছিল! মই এনেয়ে বান্ধি দিম। মই মানুজনৰ ফালে চালো। কৃতজ্ঞতাত শেঁতা পৰা শুকান চকুযুৰিৰ পৰাও দুটোপাল চকুলো ওলাইছে। জেপৰ পৰা ময়লা ৰুমাল এখন উলিয়াই বান্ধি অনা টকা দুটামান দীনা বাপুৰফালে আগ বঢ়াই ক'লে, "লোৱা। তোমাৰ যোৱাৰ খৰচখিনি দিছো। ৰিক্সা এখন লৈ আহিবা। বাট বহুখিনি।"

"নালাগে। মই নিজেই যাম। কিন্তু মোক সোনকালে এৰি দিব লাগিব। মই সোনকালেই যাম। যোগাৰ-জাতি কৰি ৰাখিব। পাৰিলে ৰিক্সা এখন যোগাৰ কৰি থ'ব। নহ'লে ইমান দূৰৰ পৰা ৰিক্সা অনাটো টান হ'ব।"

"হ'ব। ভতিজা ল'ৰাটোৰ এখন অটো আছে। তাক কৈ থম। সি তোমাক থৈ যাব।"

মানুহজন গ'লগে। বাপুৱে তেওঁৰ নাম ক'লে। শুনি মৰ্মাহত হ'লো। একালৰ প্ৰতিপত্তি থকা পৰিয়ালৰ লোক। চহৰৰ মাজ মজিয়াতে আছিল। এতিয়া সেইবোৰ বেচি এচুকত জুপুৰি সাজি বাস কৰিছেগৈ। চহৰৰ ক্ষয়িষ্ণু সমাজৰ এজন ক্ষয়িষ্ণু নাগৰিক। মন অকস্মাতে গধুৰ হৈ পৰিল। বহুতো ট্ৰেজেদি নাটকৰ কথা শুনিছো। কিছু সংখ্যক পঢ়িছোও। কিন্তু সিদিনা দীনা বাপুৰ দোকানত দেখা এই ট্ৰেজেদিৰ জীৱন্ত অভিনয় দেখাৰ পিছত সেইবোৰ মনৰ মাজতে ম্লান হৈ পৰিল। ঘৰলৈ উভতিলো। বহু দিনলৈকে এই দৃশ্যাই মোৰ মনটো গধুৰ কৰি ৰাখিছিল।

# ফটিক মেম্বৰ

১৯৭৯ চন। ১ এপ্ৰিল। কমলপুৰৰ আঠগাঁৱলৈ প্ৰায় চাৰে দহমান বজাত ৰাওনা হ'লো। বীণাপাণি হাইস্কুলৰ বঁটা বিতৰণী উৎসৱ। সভা মুকলিৰ ভাৰ মোৰ ওপৰত। সময় মতেই সেইখিনি পালোগৈ। বহু ৰাইজ গোট খাইছে। স্কুলৰ মুকলি পথাৰ লোকে লোকাৰণ্য। চিনাকি মুখ, চিনাকি মানুহৰ গাঁও। প্ৰায় সকলোৰে কুশল-মঙ্গলৰ বাতৰি ল'লো।

সভাত বহিলোগৈ। চিনাকি প্ৰায় সকলো লোকেই সভালৈ আহিছে। কিন্তু 'মেম্বৰ'ক নেদেখি আচৰিত হ'লো। ওচৰতে বহি থকা বন্ধুবৰ বালি ডেকাক সুধিলো, "মেম্বৰ ক'ত?"

"এৰা সি অহা নাই দেখোন।"

"তেওঁৰ অসুখ দিয়ক।" ওচৰৰে আন এজনে মাত লগালে।

এৰা, মেম্বৰ নহাকৈ নাথাকে। অসুখ নিশ্চয় শকতেই। কাৰণ ১৯৫২ চনৰ পৰা আজিলৈকে আঠগাঁও আৰু ইয়াৰ আশে-পাশে সৰু বৰ বহু সভা পাতিছো। মেম্বৰৰ উপস্থিতি স্বতঃসিদ্ধ কথা। প্ৰায়বোৰ সভাতেই মেম্বৰে আগ ভাগ লয়। আজি কিন্তু তাৰ ব্যতিক্ৰম।

দুঘণ্টমান কাল থকাৰ মানসে গৈছিলো, কিন্তু আগতেই সভাৰ পৰা বিদায় ল'লো। কাৰণ আৰু দুঠাইত কথা দিয়া আছে। পানীটেমাৰ ছোৱালী স্কুলত আৰু বোৰ্কা হাইস্কুলৰ বঁটা বিতৰণী সভাত ক্ষন্তেকলৈ হ'লেও দেখা দিয়া। সভাৰ পৰা বিদায় লৈ গাড়ী এৰিলো মেম্বৰৰ ঘৰলৈ।

আগতে মেম্বৰৰ ঘৰলৈ গাড়ী নিয়াৰ সুবিধা নাছিল। এতিয়া যেনিবা এইফেৰা উন্নতি হৈছে। কেঁচা আলি হ'লেও এই খৰালিৰ বতৰত গাড়ী যাব পাৰে, অৱশ্যে লাহে লাহে বা সতর্কভাবে।

গাড়ী গৈ মেম্বৰৰ পদূলিত ৰ'লগৈ। হর্ণ আৰু গাড়ী যোৱাৰ উমান পাই মেম্বৰ ওলাই আহিল। মোক নামি অহা দেখি সুধিলে, "মন্ত্রী মানুহৰ ঘৰলৈ আহেনে?"

মই ক'লো, "মন্ত্রী মানুহৰ লগত নাথাকিলে সি কিহৰ মন্ত্রী?"

আমাক আদৰি লৈ গ'ল। এটি কোঠাত বহিলোগৈ। কোঠালিটো মচি-কাছি সজাই থোৱা আছিল। মই সুধিলো, "কোনোবা আলহী অহাৰ কথা আছেনেকি? বৰ সজাই-পৰাই থৈছে দেখিলো?"

"বুজিছে চৌধুৰী, আজি মই হাৰিলো। ইন্দুহঁত জিকিল।"

"কিয়? কি হ'ল?"

"আপুনি আহিব শুনি সভালৈ যাব বিচাৰিলো। ইহঁতে নিদিয়ে। মোৰ মূৰ ঘূৰায়। চকুৰে কম দেখো। ক'ৰবাত পৰি ধৰি মৰো বুলি। মই ববকৈ খাটিলো, চৌধুৰীয়ে নগ'লে বেয়া পাব। যাওঁদে। লাগিলে তহঁতো ওলা। সিহঁতে কয়, চৌধুৰীয়ে তোক লগ নধৰাকৈ নাযায়। চৌধুৰী আমাৰ ঘৰলৈকে আহিব।"

"যদি নাহে?"

"আমিও বেয়া পাম।" এতিয়া দেখিলো—সিহঁতৰ কথাই সঁচা।"

মেম্বৰৰ লগত পুৰণি বহু কথা হ'লো। কথাৰ মাজতে এবাৰ মেম্বৰে সুধিলে, "গোসাঁইৰ খবৰ কি? এতিয়া ক'ত আছে?"

"কোন গোসাঁইৰ কথা কৈছে?"

"বিশ্ব গোসাঁইৰ।"

"ভালে আছে। এতিয়াও আমাৰ শিলপুখুৰীৰ অফিচতে আছে। ১৯৫৩ চনৰ পৰাই তাতে আছে।"

"ইচ্ মানুহজন বৰ ত্যাগী। ঘৰ-বাৰীও এৰিলে, বিয়া-বাৰুও নকৰালে। নহয় দিয়ক ভালেই কৰিছে। সংসাৰ মানুহে নিজে পাতে নে কোনোবাই বং চাবলৈহে পতায় ক'ব নোৱাৰি। মানুহে সংসাৰত নিজে ভবাৰ দৰে দেখোন একেবাৰেই নহয়।"

হঠাৎ মেম্বৰে দুয়ো হাতেৰে তালি মাৰি হাঁহিব ধৰিলে।

মই সুধিলো, "কি হ'ল?"

"সেই তাহানিৰ কথা মনত পৰিছে, চৌধুৰী। বিশ্ব গোস্বামী মৰিল বুলি যে জনৰব উঠিছিল। তাহানি গোৱা সত্যাগ্রহত—পুলিচৰ গুলিত। আমাৰ

যজ্ঞাই (যজ্ঞ ডেকা) শোক সভা পৰ্যন্তেই। আমিহে বোলো ৰহচোন ভালকৈ খবৰটো লোৱা যাওক। বৰ সাহসৰ কাম কৰিছিল দেই। আৰু কেইজনমান গৈছিল নহয়, নবৰাৰীৰ নে কৰ?"

"অ' বদন তালুকদাৰ, গিৰীশ মেধি, বিশ্ব গোস্বামী নলবাৰীৰ, ডিব্ৰুগড়ৰ নবীন বৰগোঁহাই আৰু মণিপুৰৰ এজন ডেকা গৈছিল—নামটো পাহৰিছো। তেওঁলোক শোভাযাত্ৰাৰ প্ৰথমে গৈছিল। লাঠিৰে কোবালে। হাত-ভৰি ভাঙিল। দ্বিতীয় দলত যোৱাসকলক গুলীয়ালে, ১১ জন নিহত হ'ল।"

মেম্বৰে ওপৰলৈ হাত যোৰ কৰি সেইসকলক উদ্দেশ্যি প্ৰাৰ্থনা জনালে।

"পিছত তেওঁলোক উভতি অহাত নবীন বৰদলৈ ভৱনত এখন সভা পাতিছিল নহয়। ময়ো গৈছিলো মাষ্টৰৰ (বালি ডেকা) লগত। '৫৫ চনৰ কথা মোৰ ভালকৈ মনত আছে। তাৰ পিছতেই বৰুৱাৰ (হেম বৰুৱা) উপ নিৰ্বাচন—গুৱাহাটী লোকসভা সমষ্টিৰ। সুন্দৰ বক্তৃতা দিছিল গোস্বামীয়ে সিদিনাৰ সভাত। এবাৰ আমাৰ গাঁৱতো তেওঁ দিয়া বক্তৃতা বৰ মনোগ্ৰাহী হৈছিল—বৰ যুক্তিপূৰ্ণ কথা কয় সেই মানুহজনে।" এইবুলি অনৰ্গল কৈ গ'ল মেম্বৰে। মেম্বৰ যেন সাময়িক বুৰঞ্জীৰ এখিলা অধ্যায়।

মই সুধিলো, "কি বিষয়ে কৈছিল?"

"কিয় আপুনি আৰু হেম বৰুৱাও আছিল দেখোন। বৰ জল্ জল্ পট্ পটকৈ মনত আছে। গোস্বামীয়ে কৈছিল, চৰকাৰ সলনি হ'লেই নহ'ব, সমাজ ব্যৱস্থাৰ সলনিও দৰকাৰ হ'ব। মানুহৰ মূল্যবোধ সলনি হ'ব লাগিব। ভাল কথা কৈছিল। এতিয়া আপোনালোকে সেই সুবিধা পাইছে—কৰক। বাইজে আশীৰ্বাদ দিব।"

"আমি বাৰু কিবা কৰিব পাৰিছোনে?"

"কিয় নাই কৰা। দশম মান শ্ৰেণীলৈকে মাছুল মাফ, দহ বিঘালৈকে মাটিৰ খাজনা মাফ, এইবোৰ কামৰ কথা ৰাইজে সদায় সুঁৱৰিব।"

মই মাত্ৰ এজন নম্ৰ ছাত্ৰৰ দৰে শুনি গ'লো। মেম্বৰ তাতেই ক্ষান্ত নাথাকি কৈ গ'ল, "কিন্তু এতিয়াও বহু কাম বাকী। এটা এটাকৈ কৰি যাওক। সমাজ পৰিৱৰ্তন আৰু সামাজিক ব্যৱস্থাৰ পৰিবৰ্তনৰ কথাত অলপ মন-কাণ দিব।"

"আপুনি পোনপটীয়াকৈ কওকচোন। কি সামাজিক পৰিৱৰ্তনৰ কথা কৈছে।"

"আজি আপুনি মোৰ খন্তেকীয়া আলহী। আপোনাক আজি আৰু আমনি দিব নোখোজো। আপোনাৰ লগত অহা সেই চৰকাৰী বিষয়াজনে ঘনে পতি ঘড়ীটো দেখুৱাই আছে। আপোনাৰ পলম হৈছে—যাওকগৈ।

এদিন যাক সকলো কমগৈ।”

মেম্বৰ আৰু মেম্বৰৰ পৰিয়ালৰ পৰা সিমানতে বিদায় লৈ আমি উভতিলো।

মেম্বৰৰ এটি সুখী পৰিয়াল। পৰিবাৰ ঘুনুচা দাস এগৰাকী সুনিপুণ ৰোৱনী। ছোৱালী পাঁচজনী, ল'ৰা নাই। পুঞ্জলতা, বীণা, গুণবালা, ইন্দু আৰু ৰেণুকা। প্ৰথম চাৰিগৰাকীৰ বিয়া হৈ গৈছে। ইন্দু আৰু ৰেণু শিক্ষিতা, উচ্চ মাধ্যমিক শিক্ষা শেষ কৰিছে। অঞ্চলত আৰু উচ্চ শিক্ষাৰ সুবিধা নাই। দূৰলৈ গৈ পঢ়িবৰ ধনৰ অকুলন। সেয়ে বাধ্য হৈ শিক্ষা সিমানতে সামৰিছে।

১৯৫২ চন। ভাৰতৰ প্ৰথম সাধাৰণ নিৰ্বাচনৰ বতৰ। মযো প্ৰাৰ্থী—লোকসভাৰ। জানুৱাৰীৰ প্ৰথম সপ্তাহ। মাথ বিহুৰ মেজি ঘৰ দুই-এটা পথাৰত উঠিছে। সোণেশ্বৰৰ পুঠিমাৰী হাইস্কুলত সোমালো। শিক্ষকসকলক লগ ধৰিলো। তাৰিণী কাকতি, নৰেণ কলিতা, বালিৰাম ডেকা আদিৰে কন্তেক কথা হ'লো। উদ্দেশ্য ভোট। উভতিব বিচাৰিছো। বালি ডেকাই মোক একাষৰীয়াকৈ মাতি নি ক'লে, “আমাৰ আঠগাঁৱতো এবাৰ সোমাই যাওক। মেম্বৰক লগ ধৰি এষাৰ কৈ যাওক। সি আপোনাৰ কথা কৈ থাকে।”

“মেম্বৰ? কোন মেম্বৰ? মোৰ কথা কৈছে? মইতো তেওঁক চিনি নাপাওঁ।”

“আপোনাৰ বক্তৃতা শুনিছে বোলে সিদিনা কমলপুৰত। আপোনাক মাতি আমাৰ গাঁৱত এখন সভা পতাৰ কথা কৈ আছে।”

বৰ আনন্দ পালো। মোৰ গুণগ্ৰাহী লোকো আছে দেখিছো। তেতিয়া মোৰ প্ৰশংসাই পগলা কৰা বয়স। আঠগাঁও বুলি ঢাপলি মেলিলো।

“ঘৰত আছেনেকি?” পদূলিত থিয় হৈ চিঞৰিলো।

“কোন?” বুলি কৈ এজন ডেকা, শকত, গাঁঠলু মানুহ ওলাই আহিল।

“কাক বিচাৰিছে?”

“মেম্বৰক বিচাৰিছো। আছেনেকি? মাতি দিয়কচোন।”

“আহক!” এইবুলি ভিতৰৰ চোতালত নি বহুৱালে। পীৰা এখন পিৰালিৰ পৰা টান মাৰি তেৰোঁ আমাৰ ওচৰতে বহিল।

“কওক, ময়ে মেম্বৰ।”

আমি মেম্বৰকে মেম্বৰক মাতি দিয়াৰ কথা কৈ নিজেই বৰ লাজ পালো।

আমাৰ চিনাকি দিলো। অহাৰ কাৰণো ক'লো। তেওঁ অলপ চিন্তিত হৈ ক'লে, “বৰ দোমোজাত পেলালে। সিদিনা কমলপুৰত আপোনাৰ বক্তৃতা শুনি দুই-এজনক কৈছিলো। সহায় কৰি দিব পাৰিলে ভাল আছিল। পিছে

আমি যে কথাত বন্দী হ'লো।"

"কিয় কাৰবাক আগতে কথা দিলেনেকি?"

"গোসাঁইৰ হৈ কৰিম বুলি স্থিৰ কৰিছো।"

"কোন গোসাঁইৰ কথা কৈছে।"

"আমাৰ শৰত গোসাঁইৰ (শৰৎ গোস্বামী)। ওচৰৰে চিনাকি মানুহ। বিদ্যা-বুদ্ধিতেও লায়কৰ।"

"অ' তেওঁ বিধান সভালৈহে প্ৰাৰ্থী হৈছে। মই দিল্লীৰ আসনৰ কাৰণে উঠিছো।"

"কথাটো বুজিছো। পিছে দুয়োৰে যে দল দুটা হ'ল। তেওঁ প্ৰজা পাৰ্টিৰ (কৃষক-মজদুৰ প্ৰজা পাৰ্টি) আপুনি ছ'চিয়েলিষ্টৰ। দল দুটা নহ'ল জানো?"

"তেওঁক বিধান সভাৰ কাৰণে সমৰ্থন কৰক। লোকসভাৰ কাৰণে আনক সমৰ্থন দিয়ক।"

"এজন মানুহ দুখন নাৱত কেনেকৈ উঠো। নীতিৰ কথা আছে নহয়।"

থমকি ৰ'লো। মানুহজন দেখিছো এলাপেচা নহয়। বহু কথা হ'লো। শেষত তেওঁ মান্তি হ'ল। "বাক যি পাৰো কৰিম যক। পিছে প্ৰজা পাৰ্টি আৰু ছ'চিয়েলিষ্ট পাৰ্টি দুয়ো এটা পাৰ্টি হ'ব লাগিছিল। কৃপালিনীয়ে যি কাৰণে কংগ্ৰেছ এৰিছে জয়প্ৰকাশেও এৰিছে। দুয়োটা দল এক হ'লে কংগ্ৰেছক 'কাবু' কৰিব সহজ হ'লহেঁতেন। জয়প্ৰকাশ নাৰায়ণ কিয় নিৰ্বাচনত নুঠিল। ছ'চিয়েলিষ্ট শাসন পালে কোন প্ৰধান মন্ত্ৰী হ'ব?"

এইজন মানুহে এনেবোৰ গুৰুত্বপূৰ্ণ প্ৰশ্ন তুলিব বুলি ভবা নাছিলো। মানুহজন দেখিলে—ইমান দূৰলৈকে ভবা মানুহ যেন নালাগে। কোনো কোনো প্ৰশ্নৰ উত্তৰ সঠিক দিব নোৱাৰি হাঁহি মাৰি সামৰিলো। কোনো কোনো প্ৰশ্নৰ উত্তৰ কি দিওঁ কি নিদিওঁ ঠিৰাং কৰিব নোৱাৰি শ্ৰেণীৰ অধম ল'ৰাৰ দৰে মৌনতা অৱলম্বন কৰি ফালৰি কাটিলো। প্ৰচাৰৰ কাৰণে নিয়া দুখনমান কাগজপত্ৰ তেওঁৰ হাতত দি আমি উভতিলো—এয়েই মেম্বৰৰ মোৰ প্ৰথম মুখামুখি।

নিৰ্বাচনত পৰাজিত হ'লো। গোস্বামীও পৰাজিত হ'ল। নিৰ্বাচনৰ সময়ত বহুতৰ লগত বন্ধুত্ব পাতিছিলো। নিৰ্বাচনৰ পিছত বহুতকে পাহৰিলো, বহুতে আমাকো পাহৰিলে। কিন্তু মেম্বৰক পাহৰিব পৰা নগ'ল। মেম্বৰে মোৰ পাছ ল'লে, নে মই মেম্বৰৰ পাছ ল'লো সেইটো বিচাৰ্যৰ বিষয়। দুয়ো বন্ধু হ'লো। আহ-যাহ বাঢ়িল। সমাজবাদৰ বিষয়ে, আমাৰ দেশত ল'বলগীয়া আঁচনিৰ বিষয়ে বহুদিন বহুবাৰ আলোচনা কৰিলো। এই আলোচনাত লক্ষ্য

কৰিলো মেম্বৰৰ জ্ঞান অসীম। আমাৰ জ্ঞান পুথিৰ পৰা ধাৰ কৰা, মেম্বৰৰ জ্ঞান, অভিজ্ঞতা আৰু ব্যক্তিগত জীৱনৰ পৰা।

মেম্বৰ!কিহৰ মেম্বৰ? অঞ্চলৰ সকলোৱে তেওঁক মেম্বৰ বুলি মাতে কিয়? এই প্ৰশ্ন প্ৰায়েই আমাৰ মনলৈ আহে। এদিন বালিৰাম ডেকাক সুধিলো। ডেকাই তেওঁৰ স্বভাৱসুলভ হাঁহিটি মাৰি ক'লে, "কিয় কয় আমিও নাজানো। কিন্তু আমি তেওঁক মেম্বৰ বুলিয়েই মাতো। গাঁৱৰ সকলোৱে তেওঁক মেম্বৰ বুলিয়েই চিনি পায়।"

মেম্বৰৰ প্ৰকৃত নাম ফটিক চন্দ্ৰ দাস। কিন্তু এই অঞ্চলৰ কোনেও তেওঁক এই নামেৰে মতা শুনা নাই ময়ো তেওঁক মেম্বৰ বুলিলেই পোনতে মাতিছিলো। অনুভৱ কৰিলো তেওঁ যেন মোৰ পৰা এই সম্বোধনত সুখী নহয়। সেয়ে মই মেম্বৰক দাস বুলিলেই সততে সম্বোধন কৰা হ'লো।

আকৌ নিৰ্বাচনৰ বতৰ চাপিল। ১৯৫৭ চন। ভাৰতৰ দ্বিতীয় সাধাৰণ নিৰ্বাচন। আমি সাজু হ'লো। এইবাৰ ছ'চিয়েলিষ্টৰ পৰিৱৰ্তে প্ৰজা ছ'চিয়েলিষ্ট ৰূপে। মই কমলপুৰ সমষ্টিৰ পৰা বিধান সভাৰ প্ৰাৰ্থী হ'লো। কংগ্ৰেছৰ প্ৰাৰ্থীৰূপে থিয় হ'ল শৰৎ গোস্বামী।

গোস্বামী পূৱপাৰ মৌজাৰ বাসিন্দা। মৌজাদাৰৰ পৰিয়ালৰ। কমলপুৰ সমষ্টিৰ চাৰিটা মৌজাৰ ভিতৰত পূৱপাৰ সৰ্ববৃহৎ। জন সংখ্যাও বেছি, সেই অনুপাতে ভোটৰ সংখ্যাও। লখৈতৰা নদীৰ দুয়োপাৰে পূৱপাৰ মৌজা। আঠগাঁও এই পূৱপাৰ মৌজাৰ পশ্চিম কোণত। আঠগাওঁ—সঁচাকৈয়ে আঠখন গাঁৱৰ সমাহাৰ। এই গাঁৱৰে এচুকত মেম্বৰৰ ঘৰ। জন্ম ঠাই। কমলপুৰ সমষ্টিৰ ভোটত জয়-পৰাজয় পূৱপাৰৰ বাইজেই প্ৰায় সিদ্ধান্ত কৰে। মই চিন্তিত হ'লো। ভোটৰ কাৰণে নহ'লেও—যুঁজিবলৈ মানুহ বিচাৰি পামনে? আগৰ বাৰ কিন্তু এইখন মৌজাৰ পৰা মই ভাল সঁহাৰি পাইছিলো। কিন্তু এইবাৰ? নিজৰ মৌজাৰ প্ৰাৰ্থীক সহায় নকৰি মোক সহায় কৰিবনে? মেম্বৰৰ ওচৰ চাপিলো। মেম্বৰে ক'লে, "এইবাৰ আমাৰ মৌজাত আপোনাৰ প্ৰচাৰ বেছি দৰকাৰ হ'ব। আমি (যজ্ঞ ডেকা, উত্তম ডেকা, পদ্ম ঠাকুৰীয়া, ভবেন কলিতা আদি) আপোনাৰ দলত আছো। আঠগাঁও, সোণেশ্বৰ আৰু আল্টাত আমাৰ নিৰ্বাচনী কাৰ্যলয় পাতিব লাগিব। ঘৰে ঘৰে গৈ ভোট বিচাৰিব লাগিব।"

"ইয়াৰ বাইজে গোঁসাইক সমৰ্থন নকৰিবনে?"

"কোনো কোনোৱে কৰিব। আমি কিন্তু সমৰ্থন কৰিব নোৱাৰিম। আগৰবাৰো কংগ্ৰেছৰ বিপক্ষে ভোট বিচাৰিছিলো—এইবাৰো তাকেই কৰিব লাগিব।"

মেম্বৰৰ স্পষ্ট কথাত বৰ আনন্দিত হ'লো। নিৰ্বাচনৰ ঘোৰ প্ৰচাৰ

চলিল। কিন্তু এইবাৰো মই পৰাজিত হ'লো। কংগ্ৰেছৰেই জয় হ'ল। কিন্তু আমাৰ লোকসভা সমষ্টিৰ প্ৰাৰ্থী হেম বৰুৱা জয়ী হ'ল।

হেম বৰুৱাৰ লোক সভাত প্ৰৱেশ এটি গৌৰবোজ্জ্বল অধ্যায়। অসমৰ ন্যায্য দাবীসমূহ বৰুৱাৰ যোগেদি লোকসভাৰ মজিয়াত ঘনাই প্ৰতিধ্বনিত হ'ল। ব্ৰহ্মপুত্ৰত দলং, মালিগাঁৱত ৰেলৱে হেড্‌কোৱাৰ্টাৰ, তেল শোধানাগাৰ আদি দাবী:. কঠিয়া লোকসভাৰ মজিয়াত হেম বৰুৱায়ে পোনতে সিঁচিলে। বিধান সভাৰ নিৰ্বাচনত আমাৰ শোচনীয় পৰাজয় হ'লেও, হেম বৰুৱাই লোকসভাত অকলেই অসমৰ ৰাইজৰ প্ৰাণৰ কথা সঘনে উত্থাপিত কৰি দল আৰু প্ৰদেশৰ গৌৰৱ সূচালে। ৰাইজৰ মাজতো এই দাবীসমূহৰ সমৰ্থনত ৰাজ্য জুৰি আন্দোলন গঢ়ি উঠিল। আমাৰ সকলো কৰ্মীৰে বৰুৱাই অন্তৰ চুই গ'ল। দিল্লীৰ পৰা আহিলে গাঁৱে-ভূঞে সিঁচৰতি হৈ থকা এই কৰ্মীসকলৰ সান্নিধ্য বিচাৰি তেওঁ বিশেষ তৎপৰতা অৱলম্বন কৰা হ'ল। আঠগাঁৱৰ কৰ্মীসকলকো লগ পাবলৈ তেওঁ ভিৰাই লৰ মৰা হ'ল। মেম্বৰ আমাৰ আৰু ওচৰ চাপিল। যজ্ঞ ডেকাৰ ঘৰ আমাৰ ভাত-ঘৰত পৰিণত হ'ল।

১৯৬৭ চনত সাধাৰণ নিৰ্বাচনত কমলপুৰ সমষ্টিৰ পৰা ময়ো নিৰ্বাচিত হ'লো। মেম্বৰে দাবী তুলিলে, "বৰুৱাই ব্ৰহ্মপুত্ৰত দলং বান্ধিব পাৰে—আপুনি আমাৰ লখৈতৰা (পুঠিমাৰী) নদীতো দলং বান্ধিব লাগিব। বৰুৱাই এখন, আপুনি বান্ধিব লাগিব দুখন। দালাংঘাটত আৰু সোণেশ্বৰত। সঁচা কথা, মেম্বৰৰ দাবী অসম চৰকাৰে যেন কাণপাতি শুনিলে। সোণেশ্বৰ আৰু দালাংঘাটত দুখন দলং হ'ল।

১৯৭১ চন। দুৰ্গা পূজাৰ সময়। এদিন দুপৰীয়া মেম্বৰ আহি মোৰ ঘৰ ওলালহি। সুধিলো, "কিয় আহিলে কওকচোন।"

মেম্বৰে ক'লে, "আজি এটা কথা আলোচনা কৰোঁ বুলি আহিছো। গাঁৱত কাৰো লগত আলোচনা কৰিব পৰা বিধৰ নহয়। সেয়ে আপোনাৰ ওচৰলৈ দৌৰি আহিছো।"

"কওকচোন কি কথা।"

"'৭২ চনত আকৌ নিৰ্বাচন হ'ব নহয়?"

"হ'ব।"

"কিন্তু এইবাৰ নিৰ্বাচনৰ গঢ়গতি ভাল নহ'ব যেন পাইছো। চৌধুৰী আপোনাৰ জাত কি?"

মই থতমত খালো, "ইমান দিনৰ মূৰত আপুনি আজিহে মোৰ জাত-কুল বিচাৰিছে?"

"দৰকাৰ হৈছে নহয়। এইবাৰ জাত-কুল লৈ ভোট হ'ব। নীতি মতে নহয়।

আগতে আছিল আপুনি কোন দলৰ—এতিয়া হ'ব আপুনি কোন জাতিৰ।"

মই আচৰিত হ'লো। এইবোৰ পশ্চিমৰ ৰাজ্যবোৰত হয়। অসমতো জাত-কুল লৈ ভোট হ'বনে?"

"এইবাৰ হ'ব। ৰজাঘৰে তেনে ধৰণেই বিচাৰিছে। বহু ঠাইত এইবোৰ কথা শুনিছো। আনকি আমাকো পাইছেহি। পিছে আমি নীতিত থকা মানুহ। মৰিলেও নীতি নলৰিব।"

"চৌধুৰী! কোনফালে যাব ধৰিছে দেখোন। ৰাজনীতিত ধনী-গৰীবৰ কথা তল পৰিল। জাত-কুল-ধৰ্মৰ কথা উঠিল। আমাৰ ভাবা কথাবোৰ ফলিয়াব জানো?"

মেম্বৰ গ'লগৈ। মেম্বৰৰ কথাবোৰে মোৰ মন আগুৰি ধৰিলে। মেম্বৰে সাজ্ৰি কথা নকয়। সকলো কথা আগ-পিছ ভাবিহে কয়। সেয়ে চিন্তিত হ'লো।

সমাজবাদ সচাঁকৈয়ে ওভতনি পৰিলনেকি?

দেখা বিপদৰে যুঁজিব পাৰি—কিন্তু নেদেখা বিপদৰ পম খেদো কেনেকৈ?

নিৰ্বাচন হৈ গ'ল। বিৰোধী দল বেয়াকৈ পৰাজিত হ'ল। ময়ো পৰাজিত হ'লো।

নিৰ্বাচনৰ সময়ত মেম্বৰৰ কথাবোৰ প্ৰায় আখৰে আখৰে ফলিয়ালে। অসমৰ নিৰ্বাচনী পৰিবেশ ভালকৈ সলনি হ'ল। ৰাজনীতিৰ বিজুতি ঘটিল। ভাৰতীয় ঐতিহ্যৰ মূৰত কুঠাৰাঘাত পৰিল। ঐক্যৰ সলনি ৰাইজৰ মাজত বিভেদৰ পাতনি মেলা হ'ল। দুষ্ট শক্তিবোৰ মূৰ দাঙি উঠিল।

ইয়াৰ পৰিণতি ফল স্পষ্ট দেখা গ'ল। এলাহাবাদ হাইক'ৰ্টৰ ৰায় উলঙ্ঘা কৰি ক্ষমতাৰ অপপ্ৰয়োগ আৰম্ভ হ'ল। জৰুৰী অৱস্থাৰ ঘোষণা হ'ল। ভাৰতৰ বিভিন্ন প্ৰান্তৰ বিৰোধী নেতা আৰু কৰ্মীসকল গ্ৰেপ্তাৰ হ'ল। বিনা বিচাৰে তেওঁলোকক বন্দী কৰি ৰখাৰ ব্যৱস্থা হ'ল।

১৯৭৫ চন। আগষ্টৰ প্ৰথম সপ্তাহ। জৰুৰী অৱস্থাৰ সময়। তেতিয়া মই গুৱাহাটী নগৰৰ 'মেয়ৰ'। এদিন দেওবাৰে দুপৰীয়া ঘৰতে আছো। মেম্বৰ ওলালহি। উদ্দেশ্য বৰুৱাৰ বাতৰি লোৱা। বৰুৱা বোলোতে হেম বৰুৱাৰ কথা কৈছো। বৰুৱাৰ তেতিয়া শকত নৰিয়া। মেম্বৰে এবাৰ দেখা কৰি যাব খোজে। বৰুৱা বিছনাত পৰি আছে। পৰিবাৰৰো অসুখ। দুয়ো বৰুৱাৰ ওচৰলৈ গ'লো। মেম্বৰে সুধিলে, "মোক চিনি পাইছেনে?"

বৰুৱাই এটি ক্ষীণ হাঁহি মাৰি মূৰ দুপিয়ালে। কিবা এটা ক'বলৈ গৈ ক'ব নোৱাৰিলে। দুটি চকুৰেদি দুধাৰি চকুপানী বৈ গ'ল। পৰিবেশ ৰৰ গধুৰ হৈ পৰিল।

আমি উভতিলো।

বাটত মেম্বৰে ক'লে, "চাওকচোন সিংহৰ দৰে মানুহজন। আজি বেমাৰে কি কৰি পেলাইছে। যিজনৰ বক্তৃতা শুনিলে বাইজ থৰ হৈ বৈছিল, সেইজন পুৰুষে আজি কথা ক'ব নোৱাৰে, বোবা। মই ইমানখিনি হৈছে বুলি ভবা নাছিলো। বাৰু চৌধুৰী, বৰুৱাৰ অসুখটোনো কি?"

"সঠিক ধৰিব পৰা নাই। বহুতো উপসৰ্গই দেখা দিছে।"

"বুজিছে চৌধুৰী। বহুত বেমাৰী দেখিছো। কিন্তু এনে বেমাৰ হ'লে দেখা নাছিলো। এইটো ব্যাধি নহয়, কোনোবাই দৰৱ কৰিছে।"

"দৰৱ কৰিছে? কি দৰৱ কৰিছে?"

"আছে দিয়ক। কোনোবাই কিবা খুৱাইছে। ওজা বা আসুৰিক চিকিৎসা কৰিলে কিবা গুণ দিয়েনেকি?"

মোৰ বিজুলী সঞ্চাৰে সেই তাহানিৰ কথা মনত পৰিল। মইনুল হক চৌধুৰীয়েওতো সিদিনা সেই একে কথাকে কৈছিল। আজি আকৌ মেম্বৰেও তাকেই কৈছে। এজন শিক্ষা-দীক্ষাৰ পোহৰ নোপোৱা ঘোকোট গাঁৱত বাস কৰা চহা নিচলা মানুহ, আনজন শিক্ষা-দীক্ষাৰে পুৰঠ দেশ-বিদেশৰ অভিজ্ঞতা থকা এজন আধুনিক বুদ্ধিজীৱী। দুয়োৰে কথা—দুয়োৰে সন্দেহ—এনেদৰে মিলি যোৱাৰ উহ ক'ত? সঁচাকৈয়ে ইয়াত কিবা সত্য লুকাই আছেনেকি?

'গণেশ' কথা ছবিৰ চিত্ৰ গ্ৰহণৰ সময়। বেলিভিউ হোটেলৰ আশে-পাশে দিনৰ ভাগত চিত্ৰ গ্ৰহণ কৰি উঠিছো। গধূলি হোটেলৰ এটি কোঠাত "কামাখ্যা স্তোত্ৰ" বাণীবদ্ধ (recording) কৰিম। সেইমতে সাজু হৈছো। কলা-কুশলীসকলো যা-যোগাৰ কৰিছে। আমি দুজনমানে লঞ্জত (Lownge) বহি ইটো-সিটো কথা পাতি আছো। ওপৰ মহলাৰ ৰেলিঙত বগা পায়জামা পাঞ্জাবী পিন্ধি এজন লোকে ওপৰৰ পৰা আমাৰ ফালে চাই আছে। মানুহজনলৈ চকু পৰিল। মইনুল হক চৌধুৰী। ক্ষীণাই-শুকাই একো নোহোৱা হৈছে। উঠি গৈ মাত দিলো—

"চৌধুৰী আপুনি ইয়াত?"

"অ' আজি দুদিনমান ইয়াতে আছো। অসুখ। অকল অসুখেই নহয়। বৰ অসুখ।"

"ডাক্তৰে কি কৈছে?"

"ডাক্তৰে ধৰিব নোৱৰা অসুখ। মই কিন্তু নিজে diagonise কৰিছো।"

"কি?"

"Poision (বিষ)। মোক বিষ খুৱালে?"

প্ৰায় চিঞৰিয়েই উঠিলো—"কোনে?"

ক্ষীণ হাঁহি মাৰি ক'লে, ইৰ্ষাই কি কৰিব নোৱাৰে চৌধুৰী। মই আমেৰিকালৈ যাম। Blood wash কৰাব লাগিব। মই হেম বৰুৱাকো কৈছিলো। বিশ্বাস নকৰে। পিছে তেওঁ সেই ৰোগতে ভুগিছে।" কথাটো আলোচনা কৰিছিলো। বিশ্ব গোস্বামী, প্ৰমোদ বৰ্মনেৰে। অণুৰো কাণ চোৱাইছিলো (হেম বৰুৱাৰ পৰিবাৰ) কিন্তু বহুত পলম হৈ গ'ল। বৰুৱা ধনেজনে স্বাস্থ্য আৰু মনেৰে বৰ দুৰ্বল হৈ পৰিছে। আলোচনা থোৰতে শেষ হ'ল।

আমেৰিকাৰ পৰা উভতি অহাৰ পিছত হক চৌধুৰীক লগ পাইছিলো। আমবাৰীৰ বুঢ়া মছজিদৰ সমুখৰ ফুটপাথত।

"কি চৌধুৰী কেতিয়া আহিল?"

"হ'ল—এমাহমানেই হ'লনেকি?"

হক চৌধুৰীয়ে স্বাস্থ্য ঘূৰাই পাইছে। আকৌ সেই ধুনীয়া হাঁহিমুখৰ মানুহজন। মোৰ যাদু যেন লাগিল। ক'ব নোৱৰাকৈ মুখৰ পৰা ওলাল—

"আকৌ মন্ত্ৰী হ'ব নিশ্চয়?"

"সেইবোৰ এৰক। কওক কেনে দেখিছে?"

মই ক'লো, "সকলতে ডাকঘৰবোৰত এখন ছবি দেখিছিলো, জানো আপুনি দেখিছিল নে নাই?"

"অ' কুইনাইনৰ 'দণ্ডিৰাম" বুলি হাঁহি হাঁহি হক চৌধুৰী হেদায়তপুৰৰ কংগ্ৰেছ অফিচৰফালে খোজ ল'লে।

হক চৌধুৰী, হেম বৰুৱা দুয়োৰে অগা-পিছাকৈ মৃত্যু হ'ল। এই মৃত্যু মুষ্টিমেয় মানুহৰ মাজত ৰহস্য হৈয়ে থাকিল।

কিন্তু ভাৰতৰ প্ৰধান মন্ত্ৰী লালবাহাদুৰ শাস্ত্ৰীৰ মৃত্যু ভাৰতৰ জনগণৰ মাজত আজিও ৰহস্য হৈয়ে ৰ'ল।

১৯৭৫ চন। চেপ্টেম্বৰ মাহৰ আগভাগ। 'মেয়ৰ' পদৰ পৰা পদচ্যুত হৈছো। দুপৰীয়া ঘৰতে আছো। সহকৰ্মী কাউন্সিলাৰ শ্ৰীপাৰ্বতী গোস্বামীৰ সৈতে হাইকোৰ্টত গোচৰ তোলাৰ বিষয়ে কথা হৈ আছো। বাহিৰৰ বাৰাণ্ডাত 'চৌধুৰী আছেনে' বুলি মাত শুনিলো। দুৱাৰ খুলি দেখো বন্ধুবৰ বালিৰাম ডেকা আৰু মেম্বৰ। ভিতৰলৈ মাতি নি বহুৱালো। ডেকাই মেম্বৰক বহিৰলৈ কৈ খানাপাৰালৈ গ'ল। মেম্বৰ আমাৰ আলোচনাৰ নিৰপেক্ষ দৰ্শক হৈ আমাৰ লগতে বহিল। দুপৰীয়া এক বজাৰ লগে লগে পাৰ্বতী গোস্বামী গ'লগৈ।

মেম্বৰে সুধিলে, "কিহৰ হাইকোৰ্ট কৰাৰ কথা ভাবিছে?"

মই ক'লো, "আমাৰ কৰ্পৰেচন বাতিল কৰাৰ বিপক্ষে।"

"মিছাতে সেইবোৰ নকৰিব। একো লাভ নহ'ব।"

"কিয়? কেইবাজনো অভিজ্ঞ উকিলে ভাল হ'ব বুলি আশা দিছে।"

"ভাল হ'লেও একো নহ'ব।"

"কিয় নহ'ব? হাইকোৰ্টে সপক্ষে ৰায় দিলে—আমি আকৌ কৰ্পৰেচন দখল কৰিব পাৰিম। কোৰ্টৰ ৰায় চৰকাৰে মানিবলৈ বাধ্য।"

"তেতিয়াহ'লে আপোনালোকে দল সলনি কৰিব লাগিব। আগতে হাকিম নবিলেও হুকুম নলৰিছিল। এতিয়া হাকিমো লৰে, হুকুমো লৰে।"

মেম্বৰৰ কথাত সঁচাকৈয়ে লেৰেলি গ'লো। আলোচনা সিমানতে সামৰিলো।

জৰুৰী অৱস্থাৰ অৱসান ঘটিল। ১৯৭৭ চনৰ নিৰ্বাচনত জনতা পাৰ্টি গঠিত হৈ কেন্দ্ৰৰ শাসন অধিকাৰ কৰিলে। অসমতো জনতা পাৰ্টিৰ সংগঠন গঢ়ি উঠিল। অসমতো ১৯৭৮ চনৰ বিধান সভাৰ নিৰ্বাচনত জনতা পাৰ্টিৰ মন্ত্ৰী সভা গঠিত হ'ল। ময়ো মন্ত্ৰী হ'লো। শিক্ষা বিভাগৰ ভাৰ পালো। মেম্বৰে আহি মৰম-স্নেহ আৰু আশীৰ্বাদ যাচি গ'ল। মানুহৰ ভিৰৰ কাৰণে মন খুলি কথা পাতিব পৰা নগ'ল। কেৱল কৈ গ'ল, "মোৰ আঁচনি বাঁৰী-বিধবাৰ আৰু পুৰুষ বিধবাসকলৰ সংস্থানৰ কাৰণে কিবা এটা কৰিব লাগিব।"

তাৰ পিছত বহু দিন মেম্বৰক লগ পোৱা নাই। কিন্তু অসুখ বুলি অঞ্চলৰ মানুহৰ পৰা শুনিছো। সেয়ে ১৯৭৯ চনৰ ৯ এপ্ৰিলৰ সন্ধিয়া যাওঁতে সভা এৰি মেম্বৰৰ ঘৰ ওলাইছিলো।

১৯৭৯ চনৰ ১৫ আগষ্ট। প্ৰায় দহ বজাত স্বাধীনতা দিৱসৰ কাৰ্যসূচীত যোগদান কৰি উভতিছো। ঘৰ সোমাই দেখিলো—মেম্বৰ। মানুহৰ ভিৰ নাছিল। দুয়ো কথা হ'লো। সুধিলো, "আপোনাৰ আঁচনিখন নিদিলে দেখোন।"

"থূলমূলকৈ টুকি আনিছো। আকলে আছে যেতিয়া কওঁ শুনক। মানুহ বেছি থকা হ'লে কাগজখনকে দি যাম বুলি আহিছিলো।"

"কওক আজি আপোনাৰ আঁচনিৰ কথাই শুনো।"

"আঁচনি বুলিবলৈ একো নাই। সমস্যাৰহে কথা। বাৰু চৌধুৰী, আমাৰ দৰে মানুহবোৰৰ কি হ'ব?"

"আপুনি কওকচোন—কি ক'ব বিচাৰিছে।"

"ধৰক মোৰ কথাকে কৈছো। আগতে অৱশ্যে এইবোৰ ভবাকে নাছিলো; এতিয়া ভাবিবলৈ বাধ্য হৈছো। নিজকে পাইছোহি নহয়। বুঢ়া হ'লো। চকুৰে প্ৰায় নেদেখাই হ'লো। হাত-ভৰি লৰে। হাল-পাতৰ কথাই নকওঁ—ভালকৈ কামি এটাও চাচিব নোৱৰা হ'লো।"

"এৰা, বয়সৰ লগে লগে মানুহৰ বল-শক্তি কমি আহেই।"

"সকলো কমি আহে সঁচা—কিন্তু সমস্যা বাঢ়ি আহে। আমাৰ জাত মানুহক—সমস্যাই দিশ নেদেখা কৰি তোলে। বুজিছেনে?"

"কওকচোন আপোনাৰ কথা কি ক'ব বিচাৰিছে।"

"মোৰ কথা মানে—মোৰ জাত মানুহৰ কথা কৈছো। মোৰ ছোৱালী পাঁচজনী। চাৰিজনীহে বিয়া দিছো। এতিয়াও এজনী বিয়া দিবলৈ আছে। মোৰ ল'ৰা নাই। মাটি-বাৰী চাবলৈ লোকৰ অভাৱ। আধি-চুকানিৰ বিৰুদ্ধে আপোনালোকৰ লগতে যুঁজিছিলো। এতিয়া নিজে আধি দিবলৈ বাধ্য হৈছো। এইটো মোৰ পৰাজয় নহ'লনে?"

"আপোনাৰ অকলে পৰাজয় নহয়। আমাৰ সকলোৰে পৰাজয়।"

"ইয়াৰ ব্যৱস্থা কি হ'ব?"

"এৰা, খেতিয়কৰ পেঞ্চনৰ কথা আমাৰ মন্ত্ৰীসভাত ওলাইছে। কৃষি মন্ত্ৰী সোণেশ্বৰ বৰাই সেই বিষয়ে এখন আঁচনি প্ৰস্তুত কৰিছে।"

"পেঞ্চন? পেঞ্চন বুলিলে কিবা ভিক্ষা ভিক্ষা লাগে দিয়ক। তদুপৰি মই যি চাম মানুহৰ কথা কৈছো সেইবোৰ খেতিয়কৰ শাৰীত নপৰিবও পাৰে।"

"কোন চাম মানুহৰ কথা কৈছে?"

"বাঁৰী-বিধবা—পুৰুষ বিধবাৰ কথা যে কৈছিলো। অৰ্থাৎ ধৰক—এগৰাকী মহিলাৰ হঠাতে খেতিয়ক স্বামী মৰা পৰিল। ল'ৰা-ছোৱালী সৰু সৰু। হাল-পাতৰ যোগ্য নহয়। তেওঁৰ মাটিখিনি কি হ'ব? আৰু ধৰক মোৰেই বাৰু কথা কৈছো। মোৰ মাটি-বাৰী আছে—আগতে যি পাৰো কৰি মেলি চলিছিলো। এতিয়া নিজেই লৰি-চলি ফুৰিব নোৱাৰো। চকুৰেও নমনো। ল'ৰা নাই। সেয়ে আমাৰ দৰে লোকসকল পুৰুষ বিধবা। এই চাম মানুহৰ কাৰণে চৰকাৰে কি চিন্তা কৰিছে?"

"এৰা ইয়ো ডাঙৰ সমস্যা।"

"মোৰ আঁচনিখন শুনক—"

"কওকচোন।"

"মোৰ ধৰক খেতিৰ মাটি আছে। বস্তিটোতো আপুনি নিজেই দেখিছে। নাৰিকল-পাণ-তামোলৰ পৰা প্ৰায় সকলো ফলৱতী গছেই আছে। এই সকলোৰে মূল্য কমেও ২০।২৫ হেজাৰ হ'ব? সেইদৰে বহুতো বাঁৰী-বিধবা লোকৰ মাটি-বাৰী আছে। কিন্তু কষ্টৰে দিন কটাবলগীয়া হয়। অনিশ্চয়তাৰ মাজত থাকিব লাগে।"

"এৰা থাকিও নথকাৰ দৰে। পৰমুখাপেক্ষী হ'ব লাগে।"

"সেয়ে মই ভাবো, এই খেতিৰ মাটিখিনি চৰকাৰে চমজি লওক। মূল্য অনুসৰি মুঠ ধনখিনি চৰকাৰৰ ঘৰত জমা ৰাখক। এই মাটি "ভূমি সেনা" লগাই খেতি কৰক। ফচলখিনি চৰকাৰৰ ভঁৰালত জমা ৰাখক—আৰু

কিনি খোৱা ৰাইজক বিক্ৰী কৰক। আমাক তাৰপৰিবৰ্তে এই জমা টকাৰ সুত কটি মাহে মাহে এটি নিৰ্দিষ্ট পৰিমাণৰ ধন দিয়ক। একেলগে দিব নালাগে। যদি কেতিয়াবা কাৰোবাৰ খেতি কৰাৰ বাবে 'ওৱাৰিচ' ওলায় মাটিখিনি আকৌ ঘূৰাই দিয়ক।"

"এৰা আপুনি এটা ভাল পৰামৰ্শ আগ বঢ়াইছে। মই বাক আমাৰ কৃষি মন্ত্ৰীৰ লগত আলোচনা কৰি চাওঁ।"

মেম্বৰ ঘৰমূৱা হ'ল। কিন্তু মেম্বৰৰ আঁচনিৰ কথা আলচ কৰিব পৰা নগ'ল। চেপ্টেম্বৰ মাহৰ আগ ভাগতে আমি ক্ষমতাচ্যুত হ'লো।

১৯৭৯ চন শেষ হওঁ হওঁ।

অসমত ৰাষ্ট্ৰপতিৰ শাসন চলিল।

চাৰিণ, ৰামমূৰ্তিৰ ৰাজত্ব। বিধান সভা আৰু বিধায়কসকল সাময়িকভাবে বৰ্খাস্ত। ছাত্ৰ-আন্দোলনত ৰাজ্যজুৰি হুলস্থূল। ঘৰত আছো। ১৯৮০ চনৰ বহাগ বিহুৰ সময়। এখনি বিহুৱান লৈ মেম্বৰ ওলালহি।

"আহক, চকু ভাল হৈছেনে?"

"ক'তা। কণা হ'ম যেনেই লাগিছে। মানুহে এডাল লাখুটি লয় মোৰ দুডাল। দেখিছে নহয় ৰেণুকো লগত লৈ আহিছো। বাট দেখুৱাবলৈ।" কথা হ'লো। বহুত কথাই হ'লো। হাঁহি-হুমুনিয়াহ ক্ষণ বুজি নিগৰি নিগৰি ওলাল। দুজন মন মিলা মানুহৰ অন্তৰৰ কথাৰে মোৰ সৰু কোঠালিটো থকা সৰকা হ'ল?

মেম্বৰে অনৰ্গল কৈ গ'ল। ইংৰাজ গ'ল। এইবাৰ দিল্লীশ্বৰ আহিল। ক'তা? ক্ষমতাৰ বিকেন্দ্ৰীকৰণ ক'ত হ'ল? দিল্লী আৰু দিশপুৰ শাসনৰ কেন্দ্ৰ হ'ল দেখোন। আমাৰ এই ৰাজ্যত শাসন চলাব পৰা মানুহ নোহোৱা হ'লনেকি? এইবোৰ মানুহ আহি যে আমাক শাসন কৰিবলগীয়া হ'ল? গান্ধীজীৰ আন্দোলনৰ সময়ত এইবোৰ মানুহ কাৰফালে আছিল? নিশ্চয় ইংৰাজৰ ফালে। তেন্তে আজি কিয় আকৌ আমি সেইবোৰ মানুহৰ শাসনত থাকিবলগীয়া হ'লো। আকৌ আমাৰ মনে বছা মানুহৰ চৰকাৰ নহ'ব জানো?"

"আপুনি কি ভাবে?"

"আমাৰ আন্দোলন কৰিব লাগে। অহিংস অসহযোগ আন্দোলন। আমি আন্দোলন কৰি ক্ষমতা আকৌ আমাৰ নিৰ্বাচিত প্ৰতিনিধিৰ হাতলৈ আনিব লাগে।"

"আপোনাক জেলত ভৰাবদেই।"

"এতিয়ানো ক'ত আছো। জেলত নাই জানো?" বুলি মেম্বৰে সূতাৰে বান্ধি লোৱা কিত চকুযোৰ খুলি চকু দুটা মোহাৰিলে।

দেখিলো কথাৰ উত্তাপতে মেম্বৰৰ চকু দুটা ৰঙা হৈ উঠিছে।

৩০ জানুৱাৰী ১৯৮১ চন। দিনৰ ১১ বজাৰ সময়ত কেইজনমান লোকেৰে কথা পাতি আছো। মেম্বৰ ওলালহি। তেওঁলোকক বিদায় দি মেম্বৰৰ ওচৰত বহিলোহি।

"আজি কিন্তু এটা নিজৰ কথা লৈ আহিছো। শৰীৰ বৰ দুৰ্বল হৈ পৰিছে। নেদেখিছে এজন লগ নহ'লে আহ-যাহকে কৰিব নোৱৰা হ'লো। সেয়ে আজি জোঁৱাইকে লগত লৈ আহিছো।

"কওক কি কথা?"

"মোৰ ছোৱালীজনীৰ কাৰণে এটি চাকৰি লাগে। সিবাৰ আপুনি কৈছিল—এতিয়া ৰাষ্ট্ৰপতিৰ শাসন চলিছে। এখন ৰাইজৰ চৰকাৰ হওক—চেষ্টা কৰি চাম।" "হয় কৈছিলো। নিশ্চয় চেষ্টা কৰিম।"

"বাৰু এতিয়া মন্ত্ৰীসকলৰ কথা কওকচোন—কোনে কি বিভাগ লৈছে?"

মই এজন এজনকৈ নাম ক'লো। বিভাগৰ পৰিচয় দিলো। মেম্বৰ গহীন হৈ পৰিল। অলপ সময় টলকা মাৰি ক'লে, "ইচ্ বৰ পিছল খাব ধৰিছিলো।"

"ক'ত? কেতিয়া?

"জীৱনৰ বাটত। নালাগে দিয়ক চৌধুৰী আপুনি কষ্ট কৰিব নালাগে।"

"কিয়? কি হ'ল?"

"মই আপোনাক লঘু কৰিব নিবিচাৰো। আপুনি লঘু হোৱা মানে আমাৰ দল লঘু হোৱা—নীতি লঘু হোৱা। এজন বৰ সুহৃদ লঘু হোৱা। সেয়ে ইমান ওপৰলৈ হাকুটি নেমেলি তলতে এবাৰ গাই বাই চাওঁনেকি?" বুলি জেপৰ পৰা উলিওৱা আবেদনখন আকৌ সুমুৱাই থলে।

মই বুজালো, "দিয়কচোন কাগজখন—চেষ্টা কৰো—নহ'লে নাই।"

"নাই নালাগে—আপোনাৰ সন্মান হানি কৰি মোৰ স্বাৰ্থ পূৰণ হ'ব নালাগে। ঈশ্বৰে ইমান দিন চলালে—আৰু নো কেইটা দিন। তেৱেঁই এইকেইদিন চলাই নিব।" এইবুলি মেম্বৰে কথা লুটিয়াই ক'লে, "চৌধুৰী, এবাৰ আমাৰ ফালে আহক। পাৰিলে বলো ডেকা আৰু বিশ্ব গোসাঁইকো আনিব। যোৱাৰ আগতে একেলগে বহি এসাজ খাওঁ। গুণৰ ল'ৰাটি স্কুললৈ যাব পৰা হৈছেই।"

"অ' তাৰ নাম কি ৰাখিছে?"

"প্ৰণৱজ্যোতি—তাৰ হাঁহি আৰু নাচন চাই মই আনন্দত অধীৰ হওঁ। সিহঁতৰ দিনত কিন্তু চৌধুৰী সমাজবাদ হ'বই। আমি ভাঙিলোহে—সিহঁতৰ দিনতহে ফচল চপাব।"

মেম্বৰ যাবলৈ ওলাল। মই তেওঁৰ বাহুত ধৰি থাই আলিলৈকে আগবঢ়াই

দি আহিলোঁগৈ।

আজিও মোৰ মনত প্ৰায়েই প্ৰশ্ন জাগে—মেম্বৰে ইমানদূৰ ইমান কষ্ট কৰি আহিও শেষত আবেদনখন মোৰ হাতত নিদি ওভতাই নিয়াৰ কাৰণ কি?

মেম্বৰৰ সেইদিনাৰ আচৰণ মোৰ মনত আজিও সাঁথৰ হৈয়ে থাকিল।

# মায়ামতী পেহী

পেহী। আমাৰ মায়ামতী পেহী। মা-দেউতাৰো পেহী, মোৰ বা আমাৰো পেহী। আনকি গোটেই গাঁওখনৰেই পেহী। তাহানি স্বৰ্গদেৱে ৰং ধেমালি কৰা ঠাই আমাৰ ৰংমহল গাঁও। চাৰিওফালে গড় মৰা। এই চাৰি গড়ৰ মাজত ৰং ৰহইচেৰে ভৰপূৰ ৰংমহল। এই গাঁৱৰ সকলোৰে পেহা আমাৰ অতি মৰমৰ মায়ামতী পেহী। আমি তেতিয়া স্কুলীয়া ছাত্ৰ। গাঁৱৰ কাষতে থকা মুকলি পথাৰত আমি সমনীয়া ল'ৰাবোৰে ভটাগুটি খেলি আছো। সিফালৰ পৰা আমাৰ পেহী আহিছে। আমাৰ খেল চাই থকা চবুৰকায়ে চিঞৰিলে। "হেই বাছাহঁত, ৰ পেহী আহিছে। ভটাগুটি গাত লাগিব। খেল থমা।" আমি খেলৰ পৰা নিৰস্ত হ'লো? পেহীয়ে আমাৰ ফালে মূৰ দোৱাই পাৰ হ'ল! চবুৰকায়ে পেহীক মতা শুনিলো—"পেহী ক'ৰপৰা আহিলা?" পেহীয়ে উত্তৰ দিলে "নাজিৰাখাটৰ পৰা আহিলো বাছা। তোৰ সেই শিয়ালে কামোৰা পঠাটো ভাল হ'লনে?" "নাই পেহী। নেবাচিল। ক'ত জৰা-ফুকা কৰালো। কতনো দেৱাই লগালো। জিলাৰ পৰা চৰকাৰী দৰৱ কিনিও খুৱালো। নেবাচিল। মৰিল।" চবুৰকাইৰ কথা শেষ হওঁ নৌহওঁতেই পেহীৰ দুচকুৰেদি পানী বাগৰি আহিল। হয় হয় পেহীয়ে হৰণ ভগন সহজে সহিব নোৱাৰে।

চবুৰকায়ে ছাগলি বেচা-কিনা কৰে। গাঁও পাৰ হৈ বজাদুৱাৰৰ ফালে উঠা গড়ৰ নামনিতে চবুৰকাইৰ পাম। এটি সৰু জুপুৰিৰ একাষে চবুৰকাইৰ দোকান। কল, লুজনগুটি আদি বেচে। কাষতে বেৰ দি ছাগলী ৰাখে। এজাক ছাগলী পঠা-পঠী ইত্যাদি। আমাৰ পেহী দেখিলো চবুৰকাইৰো পেহী, মৰমৰ পেহী। আমি আচৰিত হওঁ।

ৰংমহল। নামে কামে ৰংমহল। সৰু গাঁও। তথাপি দুমূৰে দুটা নাটঘৰ। মাহকে-পষেকে নাট মেলে। যাত্ৰা আৰু অভিনয় হয়। অভিনয় চোৱাত পেহী আগৰণুৱা। সাজতে গৈ এমূৰীয়াকৈ অকলে বহি থাকে। পেহীয়ে বিচাৰে

অভিনয়ত গোঁসাইক চাবলৈ। গোঁসাই কৃষ্ণ-গোঁসাই। ইফালে নাটক যিয়েই নহওক পেহীয়ে থব হৈ গোঁসাই—ওলোবালৈ চাই থাকে। কেনে লাগিল বুলি সুধিলে পেহীয়ে উত্তৰ দিয়ে—"নাই অ', গোঁসাই ওলোৱা নেদেখিলো।"

এবাৰ 'দাতাকৰ্ণ' নাট অভিনয় হৈছিল। অভিনয়ত বৃষকেতুক কাটিবলৈ কৰ্ণ আৰু পদ্মা সাজু হৈছে। আঁঠু কাঢ়ি বৃষকেতুই অপেক্ষা কৰিছে। এখন দীঘল কৰতৰ দুয়োমূৰে ধৰি কৰ্ণ আৰু পদ্মা কৰুণভাৱে আগুৱাই গৈছে। এনেতে হুলস্থুল লাগিল। পেহীৰ কান্দোন। "চা-অ, অতখন ৰাইজৰ আগতে ল'ৰাটোক কাটে।" হুৰাওৰাৱে কান্দোন। সকলোৱে চিঞৰিলে—"পেহী পেহী।" হাঁহিৰ খলকনি উঠিল। উদ্যোক্তাসকলৰ দুজনমানে গুঁজৰিলে—"এই মৰবুঢ়ী, মৰিবলৈ ঠাই নাপালি।"

কথা শেষ হ'বলৈ নৌপাওঁতে পেহী আঁতৰিল। অভিনয় চাই দৰ্শকসকল ঘৰ্‌মুখী গ'ল। ইমানখন পাঁচ অঙ্কীয়া নাটৰ অভিনয়ৰ কথা এৰি কেৱল পেহীৰ কান্দোনৰ কথা আলচিয়েই দৰ্শকসকল ঘৰমুৱা হ'ল। পিছদিনা পেহী নিমাওমাও হৈ বাৰীৰ এচুকত বহি থাকিল। ৰাইজক এনেদৰে অশান্তি দিয়াৰ কথা ভাবি ভাত-পানী এৰি বাৰীৰ চুকতে উচুপি থাকিল।

পেহীৰ মৰম নিভাঁজ। এই নিকা মৰমকো তথাপি নেওচা দিওঁ। সেই কথা আজিও মনত পৰে। অনুতপ্ত হওঁ। আমি তেতিয়া গুৱাহাটীৰ স্কুলত পঢ়ো। শনিবাৰে ঘৰলৈ আহোঁ। সোমবাৰে আকৌ পাৰ হৈ গুৱাহাটীলৈ আহোঁ। পেহীয়ে আমাৰ অহালৈ আগ্ৰহেৰে বাট চায়। ঘৰ পোৱাৰ লগে লগে পেহীয়ে মধুৰিআম, ডালিম, কৰ্দৈ-টেঙা আদি বতৰৰ বস্তু আমাৰ হাতত দিয়ে। আমি হাত পাতি লওঁ সঁচা কিন্তু সেইবোৰ কেতিয়াও নেখাওঁ। মানাহি আছে। মা-খুড়ীহঁতৰ মনাহি। পেহীয়ে সেইবোৰ ক'ৰ তলসৰা ফল আনি এসপ্তাহে সাঁচি থয় ঠিক নাই। আমি লৈ পেহীয়ে নেদেখাকৈ দলিয়াই পেলাওঁ। কাৰণ আমিও জানো পেহীয়ে গছৰ পৰা ফল পাৰি নানে। আনে অনা দেখিলেও হুমুনিয়াহ কাঢ়ে। কয়—"চাচোন, বেয়া নেলাগেনে। মাকৰ বুকুৰ পৰা কেঁচুৱা টানি অনা যেন নহয়নে?"

মোমাইদেউ আহিব আমাৰ ঘৰলৈ। আমাৰ ঘৰত হৈ চৈ লাগিছে। মোমাইদেউ হাকিম। যোগেন মোমাইদেউ। যোগেন বৰুৱা। বৰ সাদৰী। মোমাই বৰ মৰমিয়াল। বজাদুৱাৰ ঘাটেদি চৰকাৰী নাৱেৰে পাৰ হ'ব। পুৱাৰে পৰা আমাৰ ঘৰত খদমদম। ঘৰ-চোতাল চাফচিকুণকৈ ৰখা কামত ব্যস্ততা, আমাৰ মায়ামতী পেহীয়ে ভিতৰ চোতাল, আগচোতাল সকলো গোবৰ-মাটিৰে লেপি-মচি থৈছে; আনকি বাটচ'ৰালেকে। দেউতাই ক'লে—"পেহী গোটেইখন পৃথিৱী মচিবিনে? যা, কঁকাল বিষাব।"

পেহীয়ে শুনিও নুশুনাৰ ভাও ধৰে। ভোৰভোৰায়—"ইস হাকিম চাহাব এজন আহিব, নমচিলে হ'বনে? যদি ক'ৰবাত চুৰাতে ভৰি দিয়ে।" নিজৰ মনতে ভবা কথা নিজৰ কাৰণে ক'লে। পেহীৰ কথা, কাম কৰা লোকৰ অভাৱ। পেহীৰ কথাত কোনোৱে গুৰুত্বই নিদিয়ে। আপোন-ভোলা পেহীয়ে আপোন-মনেৰে কাম কৰি যায়।

যথা সময়ত মোমাইদেউ আহি পালে। আমাৰ ঘৰত সকলোৰে হুৰাহুৰি লাগিল। পোনে পোনে সোমাই আহি মোমাইদেউ ভিতৰ চোতাল পালেহি। লগত অহা লগুৱাই এভাৰ কবি-মূলা-পাচলিৰে সৈতে এটা গোটা বৌমাছ চোতালত থলেহি। মোমাইদেউক সকলোৱে আগুৰি ধৰিলে। অলপ আঁতৰৰ পৰা পেহীয়েও ভুমুকি মাৰিলে। মোমাইদেৱে হাঁহি মাৰি সুধিলে—"পেহী, ভালনে?"

পেহী লাজতে মৰহি গ'ল—ঘূৰি থিতাতে নাইকিয়া হ'ল। বাৰীৰ পিছফালে থকা কুঁৱাৰ ওচৰ পালেগৈ। গ'ল কথা গুচিল। পেহীৰ কথা সকলোৱে পাহৰিলে। অলপ সময়ৰ পিছত তিতা তিয়নিৰে পেহী আহি আমাৰ ৰান্ধনি-ঘৰৰ কাষত ওলালহি। মাই সুধিলে—"আকৌ গা ধুবৰ কি হ'ল? ওৰে ৰাতি কাহি কাহি থৰ লাগিছে, আকৌ এনেদৰে পুৱাৰ ভাগতে দুই-তিনিবাৰ গা ধুবৰ হ'লেইনে?"

পেহীয়ে কাৰোফালে মূৰ তুলি কথা নকয়। মুখৰ ভিতৰতে ক'লে—"আও, ইমানটো মৰা মাছ দেখিও গা নুধুই পাৰিনে ?" সঁচা কথা, পেহীৰ গা-ধোৱাৰ অন্ত নাই। দিনটোত প্ৰায় তিতা তিয়নিৰেই থাকে। আমাৰ ঢেঁকীশালৰ মূৰতে পেহীৰ জুপুৰি। সেইটো প্ৰায় সকলো সময়তে লেপি মচি থাকে। মেকুৰী এটা সোমালেও তাৰ ভৰিৰ খোজৰ চিন বৈ যায়। মেকুৰী সোমাল বুলি আকৌ মচে। এইদৰে দিনটোত কতবাৰ লেপি-মচি কতবাৰ গা-ধোৱে লেখিব নোৱাৰি। ৰাতি মৰা জেঠী এটা ভৰিৰে গচকিলে—মৰা ভেকুলী এটা ক'ৰ নোৱৰাকৈ পাৰ হৈ যোৱা দেখিলে, তাৰে চেলু লৈ পেহীয়ে আকৌ গা-ধোৱে জাৰ-জহ সকলো সময়তে। জাৰকালি তিতা তিয়নিৰে পেহীক দেখিলে আমাৰ গা সিৰ্‌সিৰাই যায়। পেহীৰ জাৰ লাগে নে নেলাগে নাজানো। তিতা কাপোৰেৰে থকাতো পেহীৰ অভ্যাস। পেহীক তেনেদৰে দেখি থকাৰ কাৰণে গা কঁপে। আমি জাৰ নিবাৰণৰ কাৰণে আৰু কাপোৰ গাত মেৰিয়াওঁ।

১৯২৮ চন। আমি তেতিয়া হাইস্কুলৰ অষ্টমমান শ্ৰেণীৰ ছাত্ৰ। মাঘ বিহুৰ সময়। পথাৰত তেতিয়া দুই-এটা ভেলাঘৰ সজা হৈছে। গঞা ৰাইজ মাছলৈ ওলাল। গড়ৰ সিপাৰে থকা ফুলুং বিলত মাছ মাৰিব। জাল, পল, যাঠি লৈ দলে দলে মাছ মাৰিবলৈ গ'ল। দিনটো মাছ মাৰিব। তেতিয়া

প্ৰায় বেলি হালিছে। আমি লগ-সমনীয়াৰে পাৰত গোল্লা খেলিছো। দূৰত দেখিলো—মাছ মাৰিবলৈ যোৱা ৰাইজ উভতিছে। গড়ত নামি গাঁৱৰ ফালে আগবাঢ়িছে। কিন্তু ইমানবোৰ মানুহ অহা সত্ত্বেও কাৰো মুখত মাত বোল নাই। কিবা যেন মৌন সমদল আহিছে। হৰিষত বিষাদ মিলিল—বালেকক কিহবাই কামুৰিলে। এৰা, সাপে কামুৰিলে। পলত কিবা এটা পৰিল—বালেকে হাত সুমুৱাই ধৰিব খোজোতেই খুঁটিয়ালে। লগে লগে বালেকে— 'মৰিলো ঔ' বুলি চিঞৰি পানীত বাগৰি পৰিল। সেয়ে মাছ মৰা আৰু নহ'ল। যাৰ যি পলত, জালত মাছ পৰিছিল সকলো দলিয়াই আগবাঢ়িছে। বালেকক চাঙি এখনত তুলি লৈ গাঁৱৰফালে আগুৱাই আহিছে। বালেকৰ উৎকট চিঞৰত গাঁও জিনি গ'ল। চিঞৰ-বাখৰ কান্দোনৰ ৰোল উঠিল। ৰাইজ আহি বালেকৰ ঘৰৰ সমুখত ৰ'লহি।

আমাৰ ঘৰৰ কাষতে বালেকহঁতৰ ঘৰ। পশ্চিমৰ সীমাত ভটেৰাৰ বেৰখন পাৰ হ'লেই বালেকহঁতৰ পদূলি। বালেক গতি ককাইৰ তৃতীয় ল'ৰা। ভৰ ডেকা। তেতিয়া ২৬।২৭ বছৰীয়া ডেকা। উৎসাহী, নামে-সবাহে বালেক আগৰণুৱা, তজবজীয়া সুঠাম ডেকা। কাৰোবাৰ বিপদে-আপদে অইনক নেদেখিলেও বালেকক দেখিবই। গাঁওখনে বালেকক চাবলৈ জুমুৰি দি ধৰিছে। আমাৰ কিন্তু বিধি বাম। ঘৰৰ পিৰালিৰ পৰাও নেদেখো। দক্ষিণীয়া গোহালি ঘৰটোৱে আঁৰ কৰি ৰাখিছে। উত্তৰ-পশ্চিমফালেও বাৰী। আগৰফালে বৰ পুখুৰীটোৰ পাৰত বিজুলী-বাঁহৰ জোপোহা। কান্দোন আৰু চিঞৰ-বাখৰহে শুনো—একো দেখিবলৈ নাপাওঁ। বাটঘৰেৰে ওলাই আলিবাটত উঠিবলৈ উপায় নাই। সমুখৰ চোতালত দেউতা, সিফালে গঙ্গা শৰ্মা মাষ্টৰ। ইফালে-সিফালে ঘূৰি বিভিন্নজনেৰে ওজাৰ কথা আলচিছে। কেইজনমানক গুৱাহাটীলৈ পঠাইছে। নুৰ আলি ওজাক আনিবলৈ সকলো ব্যস্ত। আমি চেমনীয়াকেইজনহে কিবা অকাঠি কাঠ। একোতে নেলাগে। আনকি বালেকক এবাৰ চোৱাৰো উপায় নায়। অলপ আগবাঢ়িলেই দেউতাই ঘোপাকৈ ধৰে। আমাৰ মাজৰে অকণ কেতিয়াবা পুলুকা মাৰি পাৰ হ'ল। পদূলিতে কিন্তু লেঠা লাগিল। তাক দেখি দেউতাই কাণ-মুচৰি ওভোতাই আনিলে। ফেকুৰি ফেকুৰি কাণ মোচৰা খাই অকণক অহা দেখি আমি সেই বিষাদৰ মাজতো মুখত হাত দি নিঃশব্দে হাঁহিলো।

বালেকৰ মৃত্যু হ'ল। অবিৰাম চেষ্টা কৰি ওজাসকল ভাগৰিল। গাঁও খন কাঁহ পৰি জীণ গ'ল। গঞা ৰাইজে মিলি কলৰ ভুৰ সাজি বালেকক উটুৱাই দিলেগৈ। গতি ককাইৰ ঘৰ সুদা কৰি বালেকে চিৰদিনৰ বাবেই বিদায় ল'লে। এই সময়তেই আমি গতি ককাইৰ পদূলি ওলালোগৈ। আগফালৰ

চোতালৰ এফালে ককাই ওপৰলৈ মুখ কৰি বহি আছে। বালেকৰ মাক পিৰালিতে এখন পাটীত পৰি প্ৰায় অচেতন হৈ থকা দেখিলো। গাঁৱৰ আই-বাইসকলে তেওঁক আগুৰি পৰিচৰ্য্যা কৰি থকাও দেখিলো। চোতালৰ আগত থকা ডালিমডালৰ তলত বহি এজনে হিয়া ভুকুৱাই বিননি তুলিছে। জুমি চাই দেখিলো পেহী; আমাৰ মায়ামতী পেহী। আমি আচৰিত, পেহীৰ এই কান্দোনৰ কাৰণ তাহানি কিন্তু একো বুজিব নোৱাৰিলো।

মা-দেউতাই কথা পাতে। "আজি দুদিনমান পেহীৰ কাহ কমিছে। ৰাতি কহা নাই। এয়া চ্যৱনপ্ৰাসৰ গুণ। সিদিনা ডেৰ টকা দি আনিছো। আজি প্ৰায় এমাহ পাবেই হ'ল। আৰু এটা আনিবৰ হ'ল বুলি দেউতাই অলপ আনন্দ আৰু গৰ্ব কৰিয়েই কয়। পেহীক তিতা তিয়নিৰে থকা দেখি মাই জাৰত এই পুৱাই গা-ধুবলৈ হাক দি কয়, "পেহী, কাহটো কমিছে। আজি দুদিনমান কহা নাই। এনেদৰে তিতি বুৰি নাথাকিবা। কাহটোৱে আকৌ উক দিব।"

"নবৌ, ই মৰণৰ লগতহে যাব। এই দুদিনমান ভাগ্যৰ পিৰালিতে বহি ওৰে ৰাতি কাহি আছো। একোবাৰ জীৱনটো যোৱা যেন লাগে।"

"ভাগ্যৰ ওচৰ পালাগৈ কিয়?"

"এ তাইৰ ছোৱালীজনীৰ গ্ৰহণী। ম্বৰো আছে দেখোন। জানো ঈশ্বৰে কি কৰে? দেৱাই-পথ্য একোৱেই নাই। বৰা ককাইদেৱে দুটামান পুৰিয়া দিছে, তাকে খুৱাইছে। মানুহজনী বেমাৰত পৰাদি চেপেটা লাগিল। অকলশৰীয়া মানুহজনী। সেয়ে দুদিনমান আবেলি তাতে গৈ আছো। ছোৱালীজনী আৰু নাবাচিবনেকি? ৰাতি ওচৰতে যম-ডাকিনীয়ে মাতিছে!" পেহী আৰু থাকিব নোৱাৰিলে। উচুপি উচুপি কান্দিবলৈ ধৰিলে।

১৯৩৩ চন। হাইস্কুল পাৰ হৈ কলেজ সোমাইছো। বাৰিষাৰ দিন। আমতি লাগিছে। আমতিৰ ৰাঁঠত বাট-পথ, চোতাল-পদূলি বোকা-পানীৰে উপচি পৰিছে। বৰষুণ কেৱল বৰষুণ। আমতিৰ তিনি-চাৰিদিন আগৰ পৰাই বৰষুণ। এসপ্তাহ ৰ'দ অকণ দেখিবলৈ নাই। আজি আমতি ভাঙিছে। কিন্তু এতিয়াও বৰষুণ! নিষ্ঠাৰে আমতি পালা পেহীৰ গাত তং নাই। কানি-কথঁ সকলো তিয়াই দিছে। বাৰে পতি গা তিয়াইছে। তিতা তিয়নিৰে বৰষুণে বৰষুণে ঘূৰি চোতাল-পদূলি পিছল কৰিছে। আমতি ভাঙিল। সকলোৱে যথাৰীতি আম, কঁঠাল হাতত হ'লে। কিন্তু পেহীক মাতি মাতিও আনিব পৰা নাই—পেহীৰ আমতিৰ চুৱাৰ শেষ নাই। বেলি ভটিয়ালে। তথাপি পেহীৰ আমতি ভঙাৰ লক্ষণ নাই। এই কেইদিন প্ৰায় লঘোনেই কটাইছে। ফল এচকলো মুখত দিয়া কোনেও ক'ব নোৱাৰে। ইটো দিলে 'চুৱা', সিটো দিলে 'চুৱা' বুলি

ফালৰি কাটি অহিন কামত লাগে। নিজক লৈয়ে সময় পাৰ কৰি দিয়ে। আবেলি হ'ল। পেহীৰ দেখা-দেখি নাই। কুঁৱাৰ পাৰতো নাই, চোতালতো নাই। এজনে ভুমুকি মাৰি দেখে পেহী চাঙত। কোনো কালে দিনৰ ভাগত ঢাৰি-পাটীত নপৰা পেহীক শুই থকা দেখি সকলো আচৰিত হ'ল। কোনোৱে ক'লে—"লঘোন খাটি খাটি পেহী ভাগৰিল!" কোনোৱে ক'লে—"আজি ছয়-সাত দিনে লঘোন খাতি বৰষুণত তিতি নিশ্চয় জ্বৰ উঠিছে।" কোনোৱে ক'লে—"এগিলাচ ফিকা গৰম চাহ দে, খাই পেহী টনকিয়াল হওক।" বহুতে আঁতৰৰ পৰা 'পেহী পেহী' বুলি চিঞৰিও মাতিলে। কাতি হ'লেই কাহে হেঁচি ধৰা পেহীৰ কাহো তল পৰিল। ই কি হ'ল! পেহীৰ জুপুৰিত সোমাবলৈ কাৰো সাহ বা সাধ্য নাই। চুৱা যাব। পেহীয়ে আকৌ ঘৰটোতো মচিবই—সকলো কানি-কথাঁও তিয়াই দিব। সেয়ে পেহীৰ ঘৰত সোমাবলৈ কোনেও সাহস নকৰে।

অলপ ফল-মূল আৰু ফিকা চাহ এগিলাচ লৈ মা সোমাল। মাতিলে—"পেহী উঠা। এইখিনি খোৱা। আজি তিনিদিনে একো খোৱা নাই।"পেহীৰ মাত-বোল নাই। মাই হাত দি দেখে পেহীৰ গা চেঁচা। জীৱ নাই। কেতিয়াবাই উৰি গৈছে। সঁচাকৈয়ে পেহী ঢুকাল। ক্ষন্তেকতে বাতৰি বিয়পি পৰিল। পেহীৰ গাঁওভৰা ভতিজাসকলে জুমুৰি দি ধৰিলেহি। নাম-কীৰ্তন কৰি শৱদেহ গড়ৰ মূৰলৈ নি সংকাৰ কৰিলেগৈ।

আমাৰ চোতালত জুম লোৱা বুঢ়া-মেথা সকলোৱে পেহীৰ গুণ সুঁৱৰি কথা পাতিলে। দুই-এজন আদহীয়া মহিলাই পেহীৰ ঘৰ সোমাই পেহীৰ লাকটি-পাকটিখিনি উলিয়াইছে। সেইবোৰৰ ভিতৰত আজি দুই-চাৰি দিনে খাবলৈ দিয়া ফল-মূলৰ ভাগখিনি তেতিয়াও নোচোৱাকৈ আছে বুলি মাই মন্তব্য কৰিলে। এখন সৰু ৰঙা কাপোৰত এটি পইছাৰ টোপোলা ওলাল। তাত দুশটা পাতি পইছা। এৰা, সেই পইছা পেহীয়ে পৰশুৰাম কুণ্ডলৈ যাবলৈকে সঁচা পইছাই হ'ব, কাৰণ পেহীয়ে পৰশুৰাম কুণ্ডলৈ যোৱাৰ কথা প্ৰায় সকলোকে কৈছিল। লগ পালে কয় তাৰ বাবে হেনো টকা গোটাই আছে। সেই বস্তুবিলাকৰ ভিতৰতে ওলাল দেউতাই আনি দিয়া চ্যৱনপ্ৰাসৰ টেমাটো। যিদৰে দিছিল তেনেদৰে আছে। এৰা, পেহীয়ে স্নেহৰ হাতেৰে তৈয়াৰী কৰা একো বস্তু মুখত নিদিয়ে, আনকি অমৃতো নাখায়। পেহীৰ টোপোলাটোতে আৰু এপদ বস্তু ওলাল। এখন কাপোৰত ৰেজি-সূতাৰে লিখা সৰু ফলি আকাৰত বাৰ বন্ধা—লিখা আছে 'যত জীৱ তত শিৱ'—মায়ামতী। এইখন পেহীয়ে কেতিয়া কৰি ৰাখিছিল কোনোৱে নাজানিলে। মৃত্যুৰ পিছত সেইখন ওলাই পৰিল।

জীয়াই থাকোতে পেহীৰ পৰিচয় পোৱা নাছিলো। মৃত্যুৰ পিছত বাইদেউৰ মুখত শুনিলো—পেহী আমাৰ সম্বন্ধীয় লোকৰ ছোৱালী। সকতে বিয়া হৈছিল। কিন্তু ফুলবাঁৰী হ'ল। পেহীৰ মাক-দেউতাক হাইজাত ঢুকাল। ঘৰখন উছন হ'ল। এদিন পেহীয়ে আমাৰ ঘৰত আশ্ৰয় ল'লেহি। পেহীৰ পৰিচয় ইমানেই। পেহীৰ সেই গুৰুবাক্যৰ কথা আজিও মনত পৰে। 'যত জীৱ তত শিৱ' সঁচা কথা। এই গুৰুবাক্যৰ পেহী অনুপম নিদৰ্শন। পেহীয়ে সকলোৰে কাৰণে কান্দিলে। ধাৰাসাৰে চকুপানী টুকিলে। কিন্তু পেহীয়ে নিজৰ কাৰণে এটুপি চকুলো টোকা কোনেও নেদেখিলে।

# লেতেৰা

....আৰু এঘটি পানী ওচৰতে ৰাখিবলৈ ক'লে। এৰা, লেতেৰাৰ প্ৰাণত দি দহন সি দুঘটি পানীৰে শান্ত নহয়। গোটেই লুইতৰ পানীয়েও তাৰ অন্তৰৰ দহন শান্ত কৰিব নোৱাৰে।.....

লেতেৰা। বিশেষণ নহয় বিশেষ্য। নামবাচক বিশেষ্য। লেতেৰা। আমাৰ দৰদী বন্ধু লেতেৰাৰ কথা কৈছো। থূলমূল চিনাকি দিবলৈ হ'লে লেতেৰা নাৱৰীয়া। লুইতত নাও চলায়। যাত্ৰী পাৰাপাৰ কৰে। ঘৰ উত্তৰ গুৱাহাটীৰ ৰজাদুৱাৰত। ডাকঘৰৰ কাষেদি যোৱা কেঁকুৰিটোতে তাৰ ঘৰ। ঘৰ বুলিবলৈ এটি জুপুৰি।

১৯৩৯ চন। নতুনকৈ চাকৰিত সোমাইছো। শিক্ষকৰ চাকৰি। কমলদেৱ সাহায্যপ্ৰাপ্ত হাইস্কুলত। থাকো গুৱাহাটীত। সেয়ে সদায় পাৰাপাৰ হওঁ। নাৱেৰে জাহাজেৰে। সময় আৰু সুবিধামতে লেতেৰাক লগ পাওঁ। বাটত নহয় ঘাটত। ৰজাদুৱাৰৰে মণিকৰ্ণেশ্বৰ ঘাটেদি চৰকাৰী নাও চলে। বধু ঘাটৰ নাও। পিছত যেনিবা তেওঁৰ বৰ ল'ৰা বিপিন মেধিয়ে সেই পাৰঘাটৰ ভাৰ লয়। সময় মতে যাত্ৰী পাৰ কৰে। কিন্তু অসময়ত অহা যাত্ৰীৰ কাৰণে অনিয়মীয়া নাও চলে বিভিন্ন ঘাটেদি। বহুতে এইদৰে নাও চলায়েই জীৱিকা উলিয়ায়। এই বহুতৰে ভিতৰত লেতেৰাও এজন। এনেদৰে পাৰাপাৰ হওঁতে এইসকল নাৱৰীয়াৰে আমি চিনাকি হওঁ। তাৰ ভিতৰত কুমুদ, কোটোৰা আৰু লেতেৰা অন্যতম। শেষত কুমুদ-কোটোৰাৰ দৰে লেতেৰাৰ লগতো আমাৰ নিবিড় বন্ধুত্ব গঢ়ি উঠে।

চাকৰিত সোমোৱাৰ চতুৰ্থ দিনৰ কথা। স্কুল প্ৰথম ঘণ্টাৰ পিছতে ছুটী হ'ল। ঘাটলৈ আহিলো। আমি দুজন। মই আৰু বিনোদলাল বৰুৱা। তেওঁ শিক্ষক। মোতকৈ ডাঙৰ। ইতিমধ্যে দহ-বাৰ বছৰ শিক্ষকতা কৰিছে। ঘাটত আহি দেখো ঘাট উকা। আঁতৰত এজনে গোঁজ মাৰি নাও বান্ধিবলৈ যো-জা কৰিছে। বৰুৱাই চিঞৰিলে, "লেতেৰা! ব'ল আমাক পাৰ কৰি থ।"

নামটো শুনি মোৰ হাঁহি উঠিল। লেতেৰা? মাক-বাপেকেনো আৰু এটা কিবা বেলেগ নাম নাপালেনে? লেতেৰাই ক'লে—"ককাইদেউ! গা ধোওঁ বুলিহে নাও বান্ধিব ওলাইছিলো। আজি স্কুল পুৰাই বহিলনেকি? ব'লক" এইবুলি সময় নষ্ট নকৰি আমাৰ চাইকেল দুখন নাৱত তুলি ল'লে। আমি নাৱত গৈ বহিলো। নাও এৰি দিলে। আমি পাৰ পালোহি। লেতেৰাৰে মোৰ সিদিনাই প্ৰথম দেখাদেখি।

কুমুদ, কোটোৰা আৰু লেতেৰা। তিনিওৰে ঘৰ প্ৰায় লগালগি। তিনিওৰে একে পেচা। নাও চলায়। তিনিও একে ঘাটৰে পানী খায়। কিন্তু তিনিওৰে চৰিত্ৰ বেলেগ। ইটোৰ লগত সিটো নিমিলে। কুমুদ আৰু কোটোৰাৰ বিষয়ে ইতিমধ্যে বিশদ আলোচনা কৰিছো। কুমুদ অতি দূৰদৰ্শী, ব্যৱহাৰত মিঠা, গহীন-গম্ভীৰ। কোটোৰা ৰসিক। হাঁহিৰ যেন থুনুপাক। কিন্তু লেতেৰাৰ চৰিত্ৰ সহজতে বৰ্ণনা কৰা টান। লেতেৰা ভকতীয়া। কথা কম। সেয়ে লেতেৰাক বুজিবলৈ টান।

১৯৪০ চন। পূজাৰ সময়। ৰংমহলৰ ৰাইজে যাত্ৰা পাতিছে। শুক্লেশ্বৰ বৰাৰ 'সিংহাসন'। ময়ো ভাও লৈছো। সিদিনা দিনতে নাচ-গান (নৰ্তকী)ৰ আখৰা পাতিছে। স্কুল ছুটীৰ পিছত তালৈকে গ'লো। কাতি মাহ। ইকাটি সিকাটি কৰোতেই চকা ডুবিল। এন্ধাৰ হ'ল। হুৰমুৰকৈ ঘাটলৈ পোনালো। লেতেৰাৰ নাৱত উঠিলো। অকলে। নাও মেলি দিলে। লেতেৰাৰ স্বভাৱ বুজি পোৱা হৈছো। কথা পাতি ভাল নাপায়। সেয়ে একো নামাতি শুনি অহা নৰ্তকীৰ গীতকেইটিকে মনে মনে গুণ গুণাইছো। উমানন্দ পাৰ হওঁ হওঁ হৈছো। এনেতে লেতেৰাই প্ৰশ্ন কৰিলে—

"মাষ্টৰ বাবু! সোণৰ তোলাত কি দাম?" মই থতমত খালো। সোণ? এৰা সোণৰ কথা জানো। কিন্তু সোণৰ দামতো নাজানো। সুধিলো—"কিয়, সোণ কি কৰা? বিয়া পাতিবানেকি?"

"বিয়া কেতিয়াবাই কৰিছো দিয়ক।"

"তেন্তে ল'ৰা-ছোৱালীলৈ গহনা গঢ়াবানেকি?"

"কণা বিধাতাই তাকো জানো দিলে?"

মই আৰু আগ নাবাঢ়িলো। আৰু একো নুসুধিলো। কিন্তু লেতেৰাই নিজেই কৈ গ'ল—"ঘৰৰ মানুহজনীৰ কাৰণে এপদ গহনা কৰিব বিচাৰিছো। আজিকালি বহুত কিচিমৰ গহনা ওলাইছে মাষ্টৰ বাবু। এযোৰ থুৰীয়া কৰিম বুলি ভাবিছিলো। বহুত দাম পৰে। সেয়ে এযোৰ কাণত পিন্ধা দুল নে ইয়াৰিং কয়—সেইয়া। পাণবজাৰৰ সোণাৰিজনকে কৰিবলৈ দিছো। তেওঁক দুবাৰো উমানন্দলৈ পাৰ কৰিছিলো। তেতিয়াই চিনাকি। তেওঁ গঢ়নীৰ বেচ নলওঁ বুলিছে। তথাপি সাতকুৰিমান পৰিব। তাইৰ হেঁপাহ পলাওক। বিয়াত হেনো এপদো গহনা নিদিলো। তাকে লৈ সদায়ে বকাবকি কৰি থাকে।"

"তুমি একো নোকোৱানেকি? তোমাক যে পাইছে—গহনা নাপালে কি হ'ল? তুমিয়ে দেখোন তেওঁৰ ডিঙিৰ মাদলি।"

"নকওঁ মাষ্টৰ বাবু। তাই বকাবকি কৰিলে মনে মনে থাকো। কেতিয়াবা খং উঠে। আতা-পিতাইক ধৰি গালি পাৰো। কিন্তু খং উঠিলে কি হ'ব। তাইৰ গাত হাত তুলিব নোৱাৰো। হাত কোঁচ খাই আহে। কিবা মৰম লাগে মাষ্টৰ বাবু। তাই পৰৰ ছোৱালী। খুৱাম-ধুৱাম বুলিয়েই জুইক সাক্ষী কৰি আনিছো। এতিয়া তাইৰ ওপৰত অত্যাচাৰ কৰিব পাৰি জানো? আপুনিও পাব নহয়। ঘৈণী সম্বন্ধটোৱেই কিবা বেলেগ। আন সম্বন্ধৰ দৰে নহয়। যিমানে তাই গালি পাৰক—শাও দিয়ক—নক'বলগীয়া কথা কওক তথাপি তাইৰ মুখখনৰ ফালে চালেই সেইবোৰ পাহৰি যোৱা যায়। গালি পাৰিও থাকিব—চাহ ভাতো বনাই দিব। ৰাতি নাৱত পলম কৰা দেখিলে ঘাটৰ পাৰলৈকে আহি বাট চাই থাকিব। ঘৈণীৰ মৰমবোৰ এনেকুৱা। পুৰুষ হৈ তিৰীৰ মন বুজা টান মাষ্টৰ বাবু।"

নাও আহি পকা ঘাটৰ ভাটিত লাগিলহি। লেতেৰাৰ পৰা বিদায় লৈ বালি ভাঙি চহৰৰ আলিত উঠিলোহি।

দিনবোৰ পাৰ হয়। আমিও পাৰাপাৰ হওঁ। ঘাইকৈ জাহাজেৰে। 'ইগ্রো' জাহাজেৰে। খৰালি কিন্তু পাৰ হোৱাৰ সময় অসময় নাথাকে। কেতিয়াবা স্কুল মাজভাগতে ছুটী হয়। বন্ধুৱা বৰশি মাৰিবলৈ যায়। ফুলং বিলত, কেতিয়াবা শিলিগুৰিলৈকো যায়। কেতিয়াবা ওচৰতে থকা মণিকর্ণেশ্বৰৰ নামনিত বৰনদীৰ মুখত। বন্ধুৱাৰ সেইটো নিচা। মোৰ নিচা খেলত, নাচ-গানত, অভিনয়ত। সেয়ে দুয়ো দুফালে যাওঁ। সময় বন্ধা থাকে সেইমতে ঘাট ওলাওহি। পাৰ হওঁ। সাধাৰণতে কুমুদ-কোটোৱা বা লেতেৰাৰ নাৱত।

এদিন পাৰ হৈছো। স্কুল ছুটীৰ পিছত। মই আৰু বন্ধুৱা। বিনোদ বন্ধুৱা। নাও গোসাঁইঘাট এৰি উজুৱাইছে। বন্ধুৱাই গুৰি-ব'ঠা ধৰিছে। ডাঁৰত লেতেৰা। অভৰ্কিতে সুধিলো, "লেতেৰা, তোমাৰ এই নামটো যাক কোনে

দিলেহে।”

বৰুৱা ৰসিক। ৰসিকতা কৰি ওপৰতে ধৰিলে, “কোনে দিব? মাক-বাপেকে মৰমতে দিছিল।”

তাৰ পিছত নিস্তব্ধতা। ডাঁৰৰ চাবৰ বাহিৰে আন সকলোবোৰ নিতাল। আমাৰো মাত-বোল নাই—লেতেৰাৰো কোনো উত্তৰ নাই। মোৰ বৰ অনুতাপ হ'ল। ছিঃ কিয় মিছাতে লেতেৰাক এই কথা সুধিলো। নিজেই লাজ পালো। মাজ পানী পালোহি। লেতেৰাই মুখ মেলিলে, “মাষ্টৰ বাবু। বৌটিৰ (মাৰ) মৰম হ'লে নোপোৱা নহয়। পাইছো। কিন্তু পিতাই বুলিলে আজিও মোৰ বুকু কঁপে। পিতাইৰ মৰম পোৱা মোৰ হ'লে মনত নপৰে। পিতাই বুলিলে—পিতাইৰ মুখখনতকৈ পিতাইৰ হাতৰ চেকনিডালৰ কথাই মোৰ বেছিকৈ মনত পৰে। পিতাইৰ চেকনিৰ ভয়ত ঘৰ এৰি পলাই ফুৰো। ইঘৰ-সিঘৰৰ পিৰালি বা চোতালত পৰি থাকো। ওচৰ-চুবুৰীয়াই লেতেৰা-পেতেৰাকৈ থাকো কাৰণেই লেতেৰাটো আছিল বুলি কয়। কওঁতে কওঁতে সেই নামেই যম হ'ল। এই লেতেৰা নাম পিতাই বা বৌৱে দিয়া নহয়। ওচৰ-চুবুৰীয়াই দিয়া নামহে।” এৰা লেতেৰা ৰাইজে দিয়া নাম। ৰাইজে নাম দিয়াটো নতুন কথা নহয়। বহুতকে নাম দিয়ে। কৃতজ্ঞতাৰ চিন স্বৰূপে—দীনদয়াল, দেশক ভাল পোৱা স্বৰূপে—দেশপ্ৰাণ, তদুপৰি ৰূপকোঁৱৰ, সুৰসাগৰ আৰু কত কি? এইবোৰ শ্ৰদ্ধাৰে যচা নাম। কিন্তু লেতেৰাৰ এই নাম দিয়া হ'ল অৱহেলাত, ঘৃণাত বা তাৰ লেতেৰা স্বভাৱৰ কাৰণেই। পাৰ্থক্য ইমানেই। হয়, সচাঁ কথা লেতেৰা ৰাইজে দিয়া নামেই। এই নাম ৰজাঘৰেও স্বীকৃতি দিছে। '৫২ চনৰ নিৰ্বাচনৰ ভোটৰ লিষ্টত দেখিছিলো। ২৫৭ নম্বৰ ঘৰত—লেতেৰা পৰিয়ালৰ নাম। সেই ঘৰত তিনিটা নাম লিখা আছে। নাম যি নামহে। নেজ ছিগা লালুকীৰ দৰে। আগে-পিছে একো নাই। যেনে—২৫৭—পাগলী, বয়সৰ ঘৰত ৫০, স্বামীৰ ঘৰত “ঐ” ২৫৮—লেতেৰা, ৩১ নাই ২৫৯ কলী ২৪ লেতেৰা। ভেতিয়াই জানিলো—লেতেৰাৰ মাকৰ নাম পাগলী আৰু পৰিবাৰৰ নাম আছিল কলী। মোৰ মানত লেতেৰাৰ বংশ পৰিচয় ইমানেই।

১৯৪১ চন। শ্ৰীপঞ্চমী তিথি। স্কুলৰ পূজা ভাগলৈ এবাৰ যাব লাগে। বৰুৱা পুৱাতেই পাৰ হ'ল। তেওঁ পূজা কমিটিৰ সভাপতি। গুৱাহাটীৰ সৰস্বতী পূজাৰ আমেজ বেলেগ। সেয়ে পুৱাতে পাৰ হ'বলৈ নহ'ল। এঘাৰমান বজাত পাৰ হোৱাৰ উদ্দেশ্যে কাছাৰী ঘাটলৈ গ'লো। নাৱেৰে ঠাহ খাই আছে। চিনাকি, মুখ-চিনাকি সকলো নাৱৰীয়াই আছে। পানী যুৱলিলৈকে চাইকেল ঠেলি নামিব ধৰিছে। এজনে চিঞৰিছে। এৰা, কোটোৰা। কোটোৰাই চিঞৰিছে,

"মাষ্টৰ বাবু, আজি লেতেৰাৰ নাৱত উঠক। আজি মাচুল দিব নালাগে। আজি মাচুল মাফ। লেতেৰাই আজি বৈণীয়েকক জোৰণ পিন্ধাব। গহনা আনিছে। সোণৰ গহনা।" কোটোৰাৰ ৰসিকতাত থুপ খাই থকা নাৱৰীয়া বাহে হাঁহিৰ খলকনি তুলিলে। ময়ো মন্ত্ৰমুগ্ধৰ দৰে গৈ লেতেৰাৰ নাৱতে উঠিলো। লেতেৰাৰ মুখত হাঁহি। মুখ ফালি ওলাই নাহিলেও চকুৱে মুখে সি বিৰিঙি ওলাইছে। লেতেৰাক যেন কিবা এটা নতুন ৰূপত দেখিছো। কত দিন লেতেৰাক পাইছো। আজিৰ দৰেতো তাক কাহানিও ধুনীয়া দেখা নাছিলো। আজি বহু দিনৰ আশা তাৰ পূৰণ হৈছে। যোৱা দুৰ্গা পূজাৰ সময়তে সি সেই কথা কৈছিল। আজি সৰস্বতী পূজা। পাঁচ মাহ যতনৰ ফলত।

নাও এৰি দিলে। লগত আৰু দুজনমান যাত্ৰীও আছিল। নাও এৰাৰ লগে লগে লেতেৰাই হাঁহি হাঁহি ক'লে, "কোটোৰাৰ কথা এৰক। সি বৰ স্ফুৰ্তিবাজ। আজি আৰু জোৰণ পিন্ধোৱাৰ দিন আছেনে। নিজৰ পৰিবাৰক কোনেনো গহনা গঢ়াই নিদিয়ে।" আজি সি আনন্দ আৰু গৰ্ব দুয়োটাকে অনুভৱ কৰিছে। কৰিবই। আজি সি নগদ সাতকুৰি ধন দি গহনা আনিছে। লেতেৰাৰ মন আজি উজ্জ্বল। লঙ্কা জিনি অহা ৰামৰ দৰে। তাৰ ব'ঠাৰ চাব দিয়াৰ ধৰণো আজি সলনি হৈছে। প্ৰতিটো ব'ঠাৰ চাবত তাৰ গাৰ হেন্দোলনি আৰু নাৱৰ হেন্দোলনি সমানে যেন ফেৰ মাৰিছে। বহি থাকোতেই নাও আহি ঘাটত লাগিলহি। নাৱত গোঁজ মাৰি গৈ লেতেৰাই মোৰ চাইকেলখন নাৱৰ পৰা নমাই দিলে। তাৰ মনটো আৰু সজীৱ হওক বুলিয়েই সুধিলো, "ইয়াৰিংযোৰ আনিলানেকি?"

"আনিছো মাষ্টৰ বাবু।"

"চাওঁ—দেখুৱাচোন।"

লেতেৰাৰ মন উজাব খাই উঠিল। কঁকালত বান্ধি থোৱা হাঁচতিখন খুলি ল'লে। এমূৰত বান্ধি আটোমটোকাৰিকৈ এটি সৰু ধুনীয়া টেমাত গহনা আনিছে। খুলি দেখুৱালে। ইয়াৰিংযোৰ উলিয়াই তাৰ সেই হাঁচতিখনত ৰাখি মোৰফালে আগুৱাই দিলে। তাৰ সেই মলিয়ন হাঁচতিখনৰ ওপৰত নতুনকৈ গঢ়ি অনা ইয়াৰিংযোৰ স্যমন্ত মণি জিলিকা দি জিলিকি উঠিল। মই "বৰ ভাল হৈছেহে, তোমাৰ দেখিছো বেছ নজৰ আছে" বুলি শলাগিলো। সজীৱ হৈ থকা লেতেৰাৰ মনত আনন্দৰ ফুলজাৰি ছিটিকা দি ছিটিকিল। এমোকোৰা হাঁহি মুখৰ ভিতৰতে গিলি থৈ লেতেৰাই পোনে পোনে তাৰ ঘৰৰফালে বেগ দিলে। ময়ো পশ্চিমমুৱা হৈ চাইকেলত উঠিলো।

বিশ্বযুদ্ধ বিয়পিল। দ্বিতীয় বিশ্বযুদ্ধ। ইফালে 'ভাৰত ত্যাগ' আন্দোলন।

মহাত্মাজীৰ শেষ পণ। দেশজুৰি হৈ-চৈ। স্কুলৰ শিক্ষকতা এৰিলো। ভলণ্টিয়াৰ হ'লো। কংগ্ৰেছৰ। তেতিয়া নেতাসকল জেলত। কৰ্মীসকলো দলে দলে জেললৈ গৈছে। ত্যাগবীৰ হেম বৰুৱাই বিছনা-পাটিৰ পৰাই আন্দোলনৰ গুৰি ধৰি আছে। পোনে পোনেই তেওঁৰ আত্মভাজন হ'লো। তেওঁৰ নিৰ্দেশমতে ইটো সিটো কাম কৰোঁ. মোৰ নিজা কৰ্মথলী উত্তৰ গুৱাহাটী। তাত সংগঠনত লাগিলো। এটি শকত সংগঠন গঢ়ি উঠিল। শেষত ই অজ্ঞাতবাসীসকলৰ কাৰণে সুৰক্ষিত কোঠ হৈ পৰিল। পাৰ হওঁ। প্ৰায় আগৰ দৰেই। কিন্তু সময় লৰিল। আগতে পুৰা ন বজাত গুৱাহাটী এৰিছিলো। এতিয়া দুপৰীয়া পাৰ হওঁ। সভা-সমিতি, প্ৰচাৰ-পত্ৰ আদিৰ ব্যৱস্থা কৰো। পাৰ হ'বলৈ প্ৰায়েই লেতেৰাক পাওঁ। লেতেৰাই নিয়মীয়াভাৱে দুপৰীয়াৰ সাজ খায়। ই ঘৈণীয়েকৰ কঢ়া নিৰ্দেশ। লেতেৰাই এই নিৰ্দেশ নতশিৰে পালন কৰে। ইয়াকে লৈ সহযোগী নাৱৰীয়াসকলে লেতেৰাক ঠাট্টা-মস্কৰাও কৰে। কোটোবাৰতো কথাই নাই। নোহোৱা কথাও জুৰি লেতেৰাক নগুৰ-নাগতি কৰে। মোৰ কিন্তু বেছ সুবিধা মিলিল। বাৰ বজাৰ সময়ত কাছাৰীঘাট ওলালেই হ'ল। নাৱত যাত্ৰী হওক-নহওক লেতেৰাই অপেক্ষা নকৰে। নাও এৰে। এই নাৱৰ মই এজন নিয়মীয়া যাত্ৰী স্বৰূপ হওঁ। কেতিয়াবা দুই-এজন যাত্ৰীও ওলায়। আন যাত্ৰী থাকিলে লেতেৰাই মুখ নোখোলে। কিন্তু অকলশৰীয়া হ'লে মোৰ আগত মন ঢালি কথা কয়। বহু দিনৰ বহু কথা তাৰ বুকুত থূপ খাই আছে। কাকো ক'বলৈ সুবিধা নাই। ক'ব বিচাৰিলেও শুনোতাৰ অভাৱ। সেয়ে ক'বলগীয়া কথাবোৰ বুকুত ঠাহ খাই থাকে। লেতেৰাৰ কথাবোৰ শুনি মই ভাল পাওঁ। কিবা অমাতৰ মাত শুনা যেন লাগে। লেতেৰাৰ সমস্যা বহুতো। সেইবোৰে লেতেৰাক টলাব নোৱাৰে। লেতেৰা সুখী। তাৰ এখন সুখৰ সংসাৰ আছে। লেতেৰাই তাৰ ঘৰুৱা জীৱনৰ কথা কৈ বং পায়। দাম্পত্য জীৱনৰ কথা। তাৰ ঘৈণীয়েকে তাক মৰম কৰে। বাহিৰে কেটেৰা মাৰিলেও বেথাৰে অন্তৰ ভৰি আছে। সি সেইবোৰ কৈ কেতিয়াবা লাজতে মূছকঁছ যাব খোজে। সিও ঘৈণীয়েকক প্ৰাণঢালি ভাল পায়। নাও মাৰিবলৈ এৰি লেতেৰাই গামোচাত আলফুলকৈ বান্ধি অনা টোপোলা দেখুৱায়। কয়, "মাষ্টৰ বাবু, কি আনিছো জানে? মিঠাই। দক্ষিণপৰীয়া ছোৱালী নহয়—তাই মিঠাই খাই বৰ ভাল পায়। সেয়ে এইয়া জিলাপী আনিছো।" কেতিয়াবা আকৌ গজা—কেতিয়াবা নকুলদানা ইত্যাদি।

এদিন সুধিলো, "ইয়াবিং পাই কি ক'লে, নক'লা দেখোন?"

"তাই সেইযোৰ পিন্ধি জহাই যুৰে। বৰুৱাৰ ঘৰৰ বিয়ালৈ যাওঁতে সেইযোৰ পিন্ধি গৈছিল। বহুতে বখানিলে। ইয়াবিংবোৰ বৰ সুন্দৰ হৈছে

হেনো।"

"এতিয়া তেন্তে আৰু গালি নাপাবে?"

"পাবে, নাপাবি নোৱাৰে নহয়; অভ্যাস। অভ্যাস ক'ত এৰা পৰিব। গালিও পাবিব মৰমো কৰিব। যোৱা ৰাতি কি হ'ল জানে মাষ্টৰ বাবু? গধূলি ৰৰষুণ পৰিছিল নহয়—অলপ বতাহো আছিল। মই ভাতৰ পাতত বহিছো। দুগাঢাহমান খাওঁতেই বতাহ লাগি চাকিটো নুমাই থাকিল। মই কিবা এবাৰ ক'লোনেকি? তাই ফেঁট তুলি উঠিল। 'বৰ সদাগৰটো ওলাইছে—এটা ভাল লেম-বাতি আনি দিব নোৱাৰে। গোলাম জাতৰ ক'ত উন্নতি হ'ব। গোলামৰ দৰেই মৰিব।' তাইৰ কথা শুনি মোৰো খং উঠিল। 'নাখাওঁ যা বৰ সাউদৰ জীয়েকে ৰন্ধা ভাত।' এইবুলি ঠেহ পাতি পাটীত পৰিলোগৈ। তাই দুই-চাৰিবাৰ মাতিলে। খঙেৰেও মৰমেৰেও। মই উঠি নহা দেখি তাই বিছনাৰ কাষ পালেহি। গালত চিকুটি ক'লে, 'হয়েই মাউৰে মাৰা, তোক নকৈ আন মতাৰে চুপতি কৰিলে ভাল পাবিনেকি?' চাওকচোন মোৰ এই গালখন—এইয়া ঘা লাগি আছে।"

"তেতিয়া তুমি কি কৰিলা?"

"নাই একো নকৰিলো—ঠেহ পাতি পাটীত পৰিয়েই থাকিলো। তাই কিন্তু সিমানতো নেৰিলে। বিছনালৈকে ভাত কাঁহী লৈ আহিল। মোৰ মূৰেগায়ে হাত ফুৰাই 'খোৱা মোৰ গোপাল' বুলি নিজেই মুখত হেচুকি দিলে। তাইৰ মৰমৰ মাতত মোৰ মন পমিল। ঠেহ গুচি হাঁহি ওলাল। মই উঠি বহিলো। ময়ো কাঁহীৰ ভাত লৈ তাইক খুৱাই দিলো। তাই মোক খুৱায়—মই তাইক খুৱাওঁ।" এইবুলি লেতেৰাই মূৰ জোঁকাৰি জোঁকাৰি হাঁহিবলৈ ধৰিলে।

মই সুধিলো, "তাৰ পিছত?"

"তাৰ পিছত নক'ব মাষ্টৰ বাবু। কি আৰু হ'ব?" এইবুলি সি কিবা ক'ব খুজি ক'ব নোৱাৰিলে। কথাষাৰ মুখৰ ভিতৰতে বৈ গ'ল। লাজকুৰীয়া হাঁহি মাৰি হাতেৰে মুখ ঢাকিলে। মই পুনৰ সুধিলো, "কি হ'ল নোকোৱা কিয়?"

"নালাগে দিয়ক মাষ্টৰ বাবু। সেইবোৰ আপুনি নুশুনাই ভাল। ক'বলৈকো কিবা লাজ লাজ লাগে।"

লেতেৰাৰ সৰু সংসাৰখনৰ ৰং-ৰহইচ, দ্বন্দ্ব-কাজিয়া সকলোৰে ভু পালো। লেতেৰা সুখী। তাৰ সংসাৰৰ পৰিসৰ সৰু। সেই নিজৰ সৰু জপুৰিটিত তাৰ এখন সুখী সংসাৰৰ মেলা। লেতেৰাই আকৌ ব'ঠাত চাব দিলে। তাৰ এই সৰু সংসাৰখনৰ কথা মুকলিভাৱে ক'বলৈ পাই, তাৰ উৎসাহ বাঢ়িল। ব'ঠাৰ চাব ঘন হ'ল। নাও আহি ঘাটত লাগিলহি। মই নাৱৰ

পৰা নামি আলিলৈ বুলি চাইকেল ঠেলিছো। সি নাৱৰ পৰাই চিঞৰিলে, "চাওক মাষ্টৰ বাবু। নিশা ৰখাবলৈ এই হাৰিকেন লেম এটা আনিছো।" এইবুলি তাৰ মোনাৰ পৰা হাৰিকেন লেমটো দাঙি দেখুৱালে। এৰা, এটি নীলা চিমনিৰে সৈতে নতুন হাৰিকেন লেম।

লেতেৰাৰ ৰঙীন মনটোৰ কথা ভু পালো। মই মোৰ গন্তব্যস্থানলৈ বুলি চাইকেল এৰিলো।

বিজুতি ঘটিল। লেতেৰাৰ নহয়, মোৰ নিজৰ। তিনি মাহ পাৰ হওঁ নৌহওঁতেই পুলিচৰ চকুত পাৰিলো। কিন্তু সময়তে তাক চেৰাই অজ্ঞাতবাস খাটিলো। লুইত দিনত পাৰ হোৱাটো একপ্ৰকাৰ নিষিদ্ধ হ'ল। কিন্তু ৰাতিৰ চলাচল বাঢ়িল। পাৰাপাৰ ৰাতিৰ ভিতৰতে হ'বলগীয়া হ'ল। সেয়ে লেতেৰাৰ সঙ্গ অনিচ্ছা সত্ত্বেও এৰিবলগীয়া হ'ল। লেতেৰাই নিশা নাও চলাবলৈ ভাল নেপায়। পৰিবাৰৰ মানাহি আছে। সেয়ে আকৌ কুমুদ-কোটোৰাৰ সঙ্গ ল'বলগীয়া হ'ল। এনেদৰে প্ৰায় চাৰে তিনি বছৰ পাৰ হ'ল। দুৰ্যোগৰ ৰাতি পাৰ হ'ল। দেশ স্বাধীন হ'ল। মুকলিভাৱে বিচৰণ কৰাৰ কথা আকৌ আহিল। বহুতো সলনি হ'ল। মণিকৰ্ণেশ্বৰ ঘাটেদি যন্ত্ৰচালিত মাৰ-নাও চলিল। ঘণ্টাই ঘণ্টাই পাৰাপাৰ হ'ব পৰা হ'ল। এনেস্থলত অনিয়মীয়া নাৱৰ প্ৰয়োজন নাইকিয়া হৈ নগ'লেও বহুখিনি কমিল। লেতেৰাক সাধাৰণতে লগ নোপোৱা হ'লো।

১৯৫২ চনত সাধাৰণ নিৰ্বাচন হ'ল। ৰাজ্যত দেশীয় চৰকাৰ প্ৰতিষ্ঠা হ'ল। আমি বিৰোধী পক্ষত ৰ'লো। কৃষক সংগঠনৰ কামত জোৰ দি লাগিলো। মূল ভেটি উত্তৰ গুৱাহাটী। সংগঠনৰ ই ঘাই থলী হ'ল। 'নাৰী কল্যাণ সমিতি', 'গজালি সংঘ' এইবোৰ সহযোগী সংগঠন। '৫৩ চনৰ শীতকাল। গজালি সংঘৰ বৈঠক বহিছে। কমলদেৱ হাইস্কুলৰ মুকলি পথাৰত। খেলা-ধূলা, সমূহীয়া কছৰৎ, গীত-আবৃত্তিৰ অনুষ্ঠান সামৰি উভতিব বিচাৰিছো। ভগীৰাম বৰুৱাদেৱে ক'লে, "বাপা ব'লা, এপিয়লা চাহ খাই যাবা।"

এপিয়লা চাহৰ বৰ প্ৰয়োজন অনুভৱ কৰিছিলো। তাতে বৰুৱাদেৱৰ মৰমসনা আমন্ত্ৰণ। ততালিকে মান্তি হ'লো। বৰুৱা ৰসিক। বৰুৱাৰ কথাৰ ৰসে চাহৰ সোৱাদ তল পেলালে। তাতেই মজিলো। ঘড়ী চাই দেখো আঠ বাজিবৰ হ'ল। হুৰমূৰকৈ উঠি গোসাঁইঘাট ওলালোহি। কোটোৰাৰ খবৰ কৰিলো। কোটোৰা এইমাত্ৰ নাও লৈ সিপাৰলৈ গ'ল। চিনেমা চাব যোৱা লোকক পাৰ কৰি আনিব লাগে। এতেকে মিছা হ'ল। কোটোৰাক পাবলৈ হ'লে কমেও ৰাতি এঘাৰ বজালৈকে খপিব লাগিব। কুমুদৰ ঘৰলৈ গ'লো। কুমুদ নাই—হাজোলৈ গৈছে। ৰাতি উভতি অহাৰ কথা নাই। বৰ বিমোৰত পৰিলো। পিছে লেতেৰা আছে নহয়? ৰাতি হৈছে—পৰিবাৰৰ আপত্তি উঠে নেকি?

লেতেৰাৰ ঘৰলৈকে গ'লো। দুৱাৰমুখ পাই তেনেই অন্ধকাৰ। মানুহ-দুনুহ থকাৰ একো উমান নাপায়। জুপুৰিটোৰ কাষতে থকা কচু আৰু হাৰিয়নিত জোনাকী পৰুৱাৰ মেলা। তথাপি মাতিলো, "লেতেৰা আছানেকিহে?" অন্ধকাৰ ভেদ কৰি, 'কোন?' বুলি সঁহাৰি আহিল। "মই মাষ্টৰহে। বৰ বিপদত পৰি আহিছো। মোক ভাই পাৰ কৰি থোৱা।"

চোতালতে বহি থকা লেতেৰাই এটি দীঘলীয়া হুমুনিয়াহ কাঢ়ি ক'লে, "উস, আপুনি আজিহে আহিব পাৰিলেনে?" এইবুলি সি ঘপহ কৰে উঠিল। বেৰত আঁৰি থোৱা ব'ঠাপাত লৈ ক'লে, "বলক"।

মই স্বৰ্গ ঢুকি পোৱাদি পালো। ঘাটলৈ বুলি দুয়ো খোজ ল'লো। আগে আগে চাইকেল টানি মই, পিছত ব'ঠা লৈ লেতেৰা। ডাকঘৰৰ থিয় গৰাটো নামিছো। এজন মানুহ অহা দেখিলো—লুইতৰ ফালৰ পৰা। এৰা, সীতাৰাম ফেৰীৱালা। আমাৰ চিনাকি লোক। বহুত দিন এই অঞ্চলত মণিহাৰী মাল ফেৰি কৰি ফুৰে। ঘৰৰ জীয়াৰী-বোৱাৰীবো চিনাকি। তাক এই ৰাতি ক'ৰপৰা আহিল সুধিলো। সিও মোৰ দৰে। গাঁৱতে পলম হ'ল। ঘাট পালেহি হয়—নাও-জাহাজ একো নাপালে। ৰখি ৰখি উভতিছে। আমি পাৰ হ'বলৈ অহা শুনি সিও আমাৰ লগ হ'ল। তিনিও গৈ নাৱত উঠিলো। নাও মেলি দিলে।

বহুত দিনৰ মূৰত লেতেৰাৰ নাৱত উঠিছো। অকল ময়েই আছিলো। ভাবিছিলো লেতেৰাৰ জীয়া কাহিনী শুনিম। কিন্তু সীতাৰাম ভেটা স্বৰূপ হ'ল। তাৰ আগতে সেইবোৰ সুধিলে লেতেৰাই বৰ ভাল নেপাবনেকি? এইবোৰ ভাবি-চিন্তি মোৰ ফালৰ পৰা ইচ্ছা থকা সত্ত্বেও লেতেৰাক একো সুধিবৰ নহ'ল। লেতেৰায়ো তৃতীয়জন নাৱত থাকিলে মৌনতা অৱলম্বন কৰাৰ অভ্যাস দেখিছো এৰা নাই। সিও মনে মনে থাকে। সেয়ে সীতাৰামকে দুই-এটা কথা সুধি নৈৰ বুকুত মৌনতা ভঙ্গ কৰিলো। নাও আহি পকীঘাটৰ পোনে পোনে বালিত লাগিলহি।

সীতাৰাম উঠিল। লেতেৰাৰ ফালে হাত আগবঢ়াই ক'লে, "লেতেৰাজী—ভাড়া।"

"নালাগে যা ভাড়া। আতুৰত পৰি আহিছে, ভাড়া নালাগে যা।"

'ৰাম ৰাম' স্মৰণ কৰি সীতাৰামে পানী কাটিয়েই পাৰলৈ নামিল আৰু কাছাৰীঘাটৰ ফালে বেগে খোজ ল'লে। লেতেৰাৰ এই অনাসক্তিত মই মোহিত হ'লো।

ময়ো নাৱৰ পৰা নামি চাইকেলখন নমোৱালৈ অপেক্ষা কৰিলো। লেতেৰাই চাইকেল দাঙি পাৰলৈ আহিল। মই তালৈ মাননি আগবঢ়োৱাৰ

লগে লগে ক'লো, "লেতেৰা, আৰু পলম নকৰিবা। নাও এৰি দিয়া। তুমি আহিবৰ সময়ত তোমাৰ পৰিয়ালৰ একো লোকোৱাকে শুচি আহিলা। তোমাক নেদেখি কিজানি তেওঁ বলিয়া হৈছে। এতিয়া ঘাটলৈ আগবাঢ়ি নাহিলেই ৰক্ষা।"

লেতেৰাই হাত কোঁচাই নিলে। মাননি নল'লে। মোৰ কথা শুনি লেতেৰাই ফেকুৰিবলৈ ধৰিলে।

মই থতমত খালো। সুধিলো, "কি হ'ল?"

"তাই আৰু নাই—মাষ্টৰ বাবু।"

"নাই? কেতিয়া হানি হ'ল?"

"তাই আজি দুপৰীয়া পৰগণীয়া মৰদ এটাৰে পলাল।" এইবুলি লেতেৰাই স্থিৰেৰে থাকিব নোৱাৰিলে। হুৰাওৰায়ে কান্দিব ধৰিলে।

মই প্ৰমাদ গণিলো। তথাপি লেতেৰাক সান্ত্বনা দি ক'লো, "পিছে এতিয়া কি কৰিবা? এনেকৈ কান্দি-কাটি অস্থিৰ হ'লে আকৌ অকলে পাৰ হ্বা কেনেকৈ?"

"পাৰ নহওঁ মাষ্টৰ বাবু। পাৰ হৈ ক'লৈ যাম? মই আৰু সেইখন ঘৰত কেনেকৈ সোমামগৈ। ইয়াতে নাৱত পৰি থাকিম। আপুনি যাওকগৈ মাষ্টৰ বাবু।" কান্দি কান্দিয়েই সি কৈ গ'ল।

লেতেৰাক এনেদৰে এৰি আহিবলৈ সত নগ'ল। ক'লো, "বলা, মোৰ ঘৰলৈকে যাওঁ। তাতেই ৰাতিটো কটাই পুৱা যি হয় কৰিবা। পোনতে সি আপত্তি কৰিলে; শেষত যেনিবা মান্তি হ'ল। দুয়ো আমাৰ আমবাৰীৰ বুঢ়া মছজিদৰ কাষত থকা পুৰণা ঘৰলৈ খোজ ল'লো।

আমাৰ ঘৰটো সৰু। মাত্ৰ দুটা কোঠালি। আগফালৰ ঘৰওখন বহল। তিনিওফালে বাঁহৰ চচালিৰে আগুৰা। তাতে এখন আহল-বহল আৰামী বেঞ্চ পৰা থাকে। লেতেৰা গৈ তাতেই বহি পৰিল। ভাত-পানী হৈ আছিল। লগে লগেই লেতেৰাক দিয়া হ'ল। ৰাতিৰ আলহী। সাক্ষাৎ নাৰায়ণ স্বৰূপ। কিন্তু লেতেৰাই ভাত চুলেহে—এগৰাহো খোৱা আমাৰ চকুত নপৰিল। মুখ ধুবলৈ দিয়া পানী ঘটি ঢকঢককৈ গিলি আকৌ পানী বিচাৰিলে। সেই জাৰৰ দিনতো দুঘটি পানী একেলগে পিও লেতেৰাৰ যেন পিয়াহ নপলাল। আৰু এঘটি পানী ওচৰত ৰাখিবলৈ ক'লে। এৰা, লেতেৰাৰ প্ৰাণত যি দহন সি দুঘটি পানীৰে শান্ত নহয়। গোটেই লুইতৰ পানীয়েও তাৰ অন্তৰৰ দহন শান্ত কৰিব নোৱাৰে। মহাদেৱে অমৃত-মন্থনত ওলোৱা হলাহল গিলি নীলকণ্ঠ হৈছিল। লেতেৰায়ো আজি সংসাৰ-মন্থনৰ গৰল পান কৰি নীলকণ্ঠ হৈ পৰিছে। এই গৰলে তাৰ জীৱন-নাটৰ গতিকে সলনি কৰি দিলে। সি

সেই বেঞ্চখনতে দীঘল দি শুই পৰিল। তাৰ উৰলি যোৱা গৰম কাপোৰখনৰ ওপৰতে এখন গৰম কাপোৰ আনি ঢাকি দিলো। মই গৈ মোৰ বিছনাত পৰিলো গৈ।

চিলমিলকৈ টোপনি আহিছিল। লেতেৰাৰ কেঁকনি-গোঁথনি আৰু উচুপনিত সাৰ পালো। হয়—লেতেৰাৰে উচুপনি। দুৱাৰ খুলি ওলাই আহিলো। সুধিলো, "এনেদৰে কান্দিছা কিয়?" সি মুখ মেলিলে, "মাষ্টৰ বাবু, ময়ে সেই কাল। শনিটো ঘৰ চপাই আনিছিলো। সি যে মোক এনেদৰে ঠগিব—ভবা নাছিলো। মানুহ ইমান অবিশ্বাসী হ'ব পাৰে?"

"সেইবোৰ ভাবি কি হ'ব। এতিয়া শুই থাকা। তাক যেতিয়া তুমি চিনি পোৱা—থানাত সেইদৰে এখন কালিলৈ এজাহাৰ দিবা। সিহঁতে শাস্তি পাওক।"

"নহয় মাষ্টৰ বাবু। পুলিচৰ সজাত নাই। সিহঁতে তাইকো মাৰধৰ কৰিব। তাইক মাৰধৰ কৰা মই সহ্য কৰিব নোৱাৰিম। সি শনিয়ে আহুদি কৰিছে। আজি শনিবাৰ। দিনবাৰ চাই শলা মাৰিছে। তাই মোক এৰি থাকিব নোৱাৰে। আহুদিৰ জাল কাটিলে—তাই আকৌ মোৰ ওচৰলৈ উভতি আহিব।"

লেতেৰাৰ কথা শুনি মই নিৰুত্তৰ হ'লো। আকৌ বিছনাত পৰিলোগৈ। বুঢ়া মছজিদত পুৱাৰ আজান দিছে। ৰাতি পুৱাওঁ পুৱাওঁ হৈছে। ভালকৈ পোহৰ হোৱা নাই। লেতেৰা উঠাৰ গম পালো। পুনৰ ওলাই আহি তাৰ ওচৰত থিয় হ'লো।

সি বিদায় ল'ব বিচাৰিলে। মই পুৱা চাহ খাই যাবলৈ ক'লো। সি কুটুৰিলে, "মাষ্টৰ বাবু। আপুনি মোক পুনৰ জীৱন দিলে। মই কালি ঘৰতে বহি ভাবিছিলো ৰাতি দুপৰ হ'লে লুইতত জঁাপ দি আত্মঘাতী হ'ম। কিন্তু দৌলগোবিন্দই সেয়ে আপোনাক পঠিয়ালে। ইপাৰৰ ঘাটতো মই সেই কথাকেই ভাবিছিলো—তাতো আপুনি বাধা হ'ল। মৰম কৰি মাতি ননা হ'লে তাতেই মৰিলো হয়। এতিয়া মোৰ মন স্থিৰ হৈছে। আত্মঘাতী হোৱা পাপ। সেই কথা ভবাও পাপ। সেয়ে মই পৰাচিত হ'ব লাগিব। লুইততে গা ধুই মই উমানন্দ বাবাক সেৱা কৰিম। এতিয়া আৰু একো মুখত নিদিও।"

মই লেতেৰাৰ আধ্যাত্মিক দিশটোৰ কথা ভাবি স্তম্ভিত হ'লো।

সি পুনৰ দোহাৰিলে, "পৰগণীয়াই তাইক আহুদি খুৱালে। আহুদিৰ জাল কাটিলে তাই পুনৰ মোৰ ওচৰলৈ আহিব। তাইক মই কি দিয়া নাছিলো। যি বিচাৰে তাকেই আনি দিছিলো। কেৱল তাইৰ কোলাত মই এটা কেঁচুৱা দিব নোৱাৰিলো। সেইটোতেই মোৰ অলপ ঘাটি হৈ গ'ল। তাই আহিব মাষ্টৰ বাবু। আকৌ আহিব। আহুদিৰ জাল বেছি দিন নিটিকে।" লেতেৰাৰ

এই আত্মবিশ্বাসত মই অবাক হ'লো। তাৰ কথাবোৰ যেন তাৰ মুখৰ পৰা ওলোৱা কথা নহয়। ই আগ্নেয়গিৰিৰ বিস্ফোৰণ। ভূগৰ্ভৰ অন্তৰ গলি নিজৰি ওলোৱা লাভাৰ দৰে লেতেৰাৰ অন্তৰ গলি যেন ই নিজৰি ওলাইছে। ভালদৰে পোহৰ হ'ল। তাক বিদায় দিলো। সি ৰেলৰ আলিয়েদি লুইতলৈ বুলি পোনাই খোজ ল'লে। মই তাৰফালে চাই ৰ'লো। অলপ দূৰ যোৱাৰ পিছত সি ডাঠ কুঁৱলীৰ মাজত হেৰাই গ'ল। তাক আৰু নেদেখা হ'লো। মই ঘৰ সোমাই নিজৰ দৈনন্দিন কামত লাগিলো। কিন্তু দিনৰ বহু ভাগলৈকে 'তাই আহিব মাষ্টৰ বাবু। আকৌ আহিব। আহুদিৰ জাল বেছি দিন নিটিকে'—লেতেৰাৰ এই কথাষাৰিয়ে মোক ৰবকৈ আমনি কৰি আছিল।

দিনবোৰ পাৰ হয়। বছৰ বাগৰি যায়। এনেদৰে সাতোটা বসন্ত পাৰ হ'ল। এই দীঘলীয়া কালছোৱা সি আশা পালি কটালে। তাইৰ আহুদিৰ জাঁল কটা যাব! ঘৰৰ গৃহিণী আকৌ উভতিব। সেই আশাৰে সি কম কি কৰিলেনে? গাত তাবিজ বান্ধিলে। জৰা-ফুকা কৰিলে। আহুদি বিচাৰি তাৰ ঘৰৰ মজিয়াও খান্দি-খুন্দি চালে। পূজা-পাতলো কম নকৰিলে। কিন্তু ক্ষণ নিমিলে। আহুদিৰ জাল কটা নাযায়।

লেতেৰাক মাজে সময়ে লগ পাওঁ। তাৰ সেই বিশ্বাসত সি তেতিয়াও স্থিৰ হৈ আছে। ওচৰ চাপি ফুচফুচাই কয়, "তাই আহিব মাষ্টৰ বাবু। নাহি তাই ক'ত পাৰিব?" এজনে হেনো গণনা কৰি কৈছে—অহা বহাগৰ পৰা তাৰ দিন ভাল হ'ব। তেতিয়াই হেনো তাইৰ আহুদিৰ জাল কটা যাব। কিন্তু বিধি বাম। ব'হাগ আৰু নাহিল। কাতিৰ মাজ ভাগতে সি কাটি হ'ল। আকস্মিকভাৱে সি চিৰকালৰ কাৰণে চকু মুদিলে।

ক্ষণ আৰু নিমিলিল। আহুদিৰ জাল আৰু কটা নগ'ল।

# খুকুলী বাই

.,......যেতিয়া যাৰ কথা মনত পৰে তাকে দেখো। আগতে দেখো। চকু থাকোতে তেনেদৰে নেদেখিছিলো। এতিয়া তেকো দেখিছো বাছা। চকু নাথাকিলে কি হ'ল? চকু নাথাকিলেহে সকলো দেখি।......

আমাৰ চুবুৰি পাৰ হৈ সিটো চুবুৰিত খুকুলী বাইৰ ঘৰ। ঘৰ নুবুলি জুপুৰি বুলিলেহে সঠিক হ'ব। দুয়োকাষ চুবুৰীয়াৰ বেৰেৰে আবৰা। কিন্তু নিজৰ বেৰ চকোৱা বুলিবলৈ একো নাই। মুকলি। আগফাল-পিছফাল দুয়োফাল খোলা। বাৰী বুলিবলৈ একো নাই। জুপুৰিৰ পিছফালে এজোপা কৰ্জা টেঙাৰ গছ। নাই মোমাইতকৈ কণা মোমায়েই ভাল। সেই টেঙাজোপাকে লৈ খুকুলী বাইৰ গৌৰৱ। এই কৰ্জা গছৰ গুটি নোখোৱা লোক হেনো সেই অঞ্চলতেই নাই। তৰুণ মৌজাদাৰৰ পৰা নেউলা পিয়াদালৈকে, চবুৰ বেপাৰীৰ পৰা মোলোকা ঢুলীয়ালৈকে সকলোৱে হেনো এই কৰ্জা টেঙাৰ জুতি এদিন নহয় এদিনলৈ হ'লেও লৈছে। এই কৰ্জা টেঙাজোপাই খুকুলী বাইৰ কল্পতৰু স্বৰূপ। মোমাই ঘৰৰ নহয়, নিজৰ ঘৰৰ কামধেনু। টেঙা লগা বতৰত খুকুলী বাইৰ গা তিনিখন-চাৰিখন। পুৱাই টেঙা ছিঙি ভাগ কৰে। এইয়া বৰবাবুৰ ঘৰৰ, এইখিনি মহাপেচৰ ঘৰৰ, এইখিনি গতি বায়নৰ ঘৰলৈ, এইখিনি সোণপাহি জেঠাইৰ কাৰণে ইত্যাদি ধৰণে জুকিয়াই লয়। ঘৰে ঘৰে গাত তৰণি নোহোৱাকৈ বিলাই ফুৰে। দানৰ প্ৰতিদান অসমীয়া সমাজৰ নিয়ম। সেয়ে এইসকলৰ পৰা চাউল-পাতি, শাক-পাচলি, চিৰা-সান্দহ, আনকি চাউল-মাহৰ উপঢৌকন লৈ খুকুলী বাই ভৰ দুপৰীয়া ঘৰলৈ ওভতে। এইদৰে খুকুলী বাইক প্ৰায় এযুগ দেখিছো। বাই আমাৰেই নহয়, গোটেই গাঁৱৰেই চিনাকি।

গাঁৱৰ গাভৰুসকলে বাইক আঙুৰি ধৰে। বায়ে মাটিত আঁকি মঙ্গল চায়। কাৰ বিয়া নামিছে, কাৰ বিয়া কেতিয়া হ'ব, মঙ্গল চাই আগজাননী দিয়ে। পিছে এই মঙ্গলৰ কথা ফলে নে নফলে নাজানো। কিন্তু মঙ্গল চাই বহুতকে দিন-বাৰ দিয়াৰ কথা হ'লে শুনিছো। মিলা হ'লে দেখা নাই। মিলিব কত? নিজৰ কথাৰেই মিল নাই। ঘনে অমিল হয়। সপ্তাহৰ মূৰে মূৰে বা তাতোকৈ সঘনে মঙ্গলৰ কথা লৰে। তথাপি কিন্তু খুকুলী বাইক আঙুৰি চুবুৰিৰ গাভৰুবাহে মঙ্গল চোৱা আমি দেখিছো। বহুদিন বাইৰ কেটেৰা-জেঙেৰাও সহিছো। মঙ্গল চোৱাৰ সময়ত আমিও আঙুৰি ধৰাৰ

কাৰণে গিৰ্জনি মাৰি উঠে। কয়, "হেৰৌ, তহঁতৰ সময় হোৱা নাই নহয়। গাত গোসাঁই লাগিয়ে থাকে। তহঁত কিয় আহিছ? যা, ভালে ভালে আঁতৰি যা।" আমি আঁতৰি আহো।

পঢ়াশালিত ভৰ্তি হ'লো। দীনা পণ্ডিতৰ পাঠশালাত। তেতিয়াৰ পৰাই বাই আমাৰ বৰ ওচৰ চাপিল। কাৰণ সোণগুটি। সোণগুটি বাইৰ ল'ৰা। আমাৰ সমনীয়া। একেলগে একে শ্ৰেণীতে নাম লগালেহি। সোণগুটিৰ বাপেকৰ নাম আছিল হলীৰাম। খনিকৰ। আমাৰ গাঁৱৰ নাম-ভাওনাৰ ধেনু-কাঁড় সাজে। কৰ্ণবধ পালাৰ ৰথ দুখন হেনো এই হলীৰামকায়েই সাজিছিল। এতিয়াও আমাৰ বান্ধৱ মিলন অপেৰা পাৰ্টিৰ গুদামত হলীৰামকাইৰ পাকৈত হাতৰ চিনাকি স্বৰূপে থিয় হৈ আছে। হলীৰামকাই বোলোতেই আৰু এটা কথালৈ মনত পৰিল। প্ৰথম ব্যাকৰণ পাঠৰ সময়। আমি তেতিয়া এই ব্যাকৰণৰ ভু নাপাওঁ। খুকুলী বায়েই আমাক পোনতে ব্যাকৰণ পাঠ শিকায়। এদিন খুকুলী বাইৰ আগতে হলীৰামকাইৰ নাম ল'লো। ককাইৰ হাতৰ কামৰ কথা খুকুলী বাইক সুধিলো। বায়ে গৰ্জি উঠিল, "হেৰৌ, তহঁতে পণ্ডিতৰ তলত এইসোপাহে শিকিছ? সোণগুটিৰ দেউতাক ককাই হ'লে মই তহঁতৰ বাই নে নবৌ?" থতমত খাই সিদিনাৰে পৰা বাইক বৌ বুলিছিলো। কিন্তু নিটিকিল। এই সম্বোধন বেছি দিন নিটিকিল। গাঁৱৰ বুঢ়া-মেথা সকলোৰেই বাই বোলে। আমাৰ নবৌ সম্বোধনো থোৰতে মাৰ গৈ আকৌ 'বাই' হ'ল। জনমতৰ জয় হ'ল। ব্যাকৰণ আৰু গণতন্ত্ৰৰ আমাৰ মনত এয়েই প্ৰথম পাঠ। দহজনৰ ভুল হ'লেও এজনৰ শুদ্ধ মত নিটিকে।

সোণগুটি খুকুলী বাইৰ জীউলাউ। সোণগুটিৰ তিনি বছৰ নৌ পাৰ হওঁতেই বাপেক ঢুকাল। কি হৈ ঢুকাল নাজানো। কিন্তু হ'লে ঢুকাল। হলীৰামকাইক দেখাৰ কথা মনত নপৰে। নামটো হ'লে গাঁৱত আজিও জিলিকি আছে। নিপুণ খনিকৰ বুলি। তেতিয়াৰ পৰা চৰায়ে খুদকণ খুৱাই পোৱালি ডাঙৰ কৰাৰ দৰে খুকুলী বায়েও সোণগুটিক ডাঙৰ কৰিছে। পোনতে পঢ়াশালিলৈ সোণগুটি বায়ে লৈ অহাৰ কথা আজিও মনত পৰে। মলিয়ন ফটা-ছিটা কাপোৰেৰে সোণগুটি পঢ়াশালিলৈ আহে। এচুকত ফটা থৈলা পাৰি সোণগুটিয়ে পাঠ শিকে। সোণগুটিৰ কাষত বহিবলৈ লগৰ ল'ৰাবাহে নাক কোঁচায়। কিন্তু দিন যোৱাৰ লগে লগে সোণগুটিৰ গুণো প্ৰকাশ পালে। পঢ়াত সি বৰ চোকা। গণনা বা নেওঁতাৰ পাঠবোৰ তাৰ জিভাৰ আগত। সেইবোৰ আউল নলগাকৈ সি গাব পাৰে। আমি অবাক হৈ চাই থাকো। বছৰেকীয়া পৰীক্ষাত সোণগুটি প্ৰথম হ'ল। এবাৰেই নহয় প্ৰতিবাৰে। 'মৌখিক' বুলিলে আমাৰ পেটতে হাত-ভৰি লুকায়। কিন্তু সোণগুটিৰ মৌখিক যেন মাছ-ভাত।

আৰ্জাবোৰ মাতিবও আৰু তাৰ প্ৰয়োগ কৰি সঠিক উত্তৰো দিব পাৰে। হাতৰ কামতো সি বৰ পটু। যুলুং বিলৰ মাটি আনি সি ডালিম, বেঙেনা, ৰঙালাউ আদি সাজে। বাঁহ-কাঠ কাটি নাঙল, বিচনী তৈয়াৰ কৰে। আমাৰ পণ্ডিতে সেইবোৰ আৰ্হি স্বৰূপে বেৰত আঁৰি থয়। খাগৰি কলমেৰে আমি হাতৰ আখৰ লিখো। মুকুতাৰ দৰে তাৰ হাতৰ আখৰ। আমাৰ আখৰ কাউৰীঠেঙীয়া হয়। পণ্ডিতে তাৰ হাতৰ আখৰ দেখুৱাই আনক ঠাট্টা-বিদ্ৰূপ কৰে। তাক শলাগে। মৌখিক আৰু অঙ্কৰ শুদ্ধ উত্তৰ উলিয়াবলৈ সোণগুটিৰ কাষত বহিবলৈ শেষত আমি হেঁচা-ঠেলা লগোৱা হ'লো। আমাৰ এই খোৱা-কামোৰা দেখি পণ্ডিত মহাশয়ে এদিন আমাক বৰকৈ কোবালে। শেষত মোক আৰু বাবুলক তাৰ দুয়ো কাষে বহুৱাই দিলে। আমাৰ আনন্দৰ সীমা নোহোৱা হ'ল। তাৰ লগত বন্ধুত্বও বাঢ়িল। স্কুল ছুটীৰ পিছত প্ৰায়েই তাক আমাৰ ঘৰলৈ মাতি আনো। খেলো। তাক জা-জলপান খুৱাই মৰম কৰো। কেতিয়াবা আকৌ তাক মাৰভাত খুৱায়ো পঠিয়ায়। এইদৰে সি মোৰ ঘাই লগৰীয়া হৈ পৰিল। খুকুলী বায়েও মোক তাৰ দৰেই মৰম কৰা হ'ল। মোৰ ঘৰত মতা নাম ধন। তাৰ নাম সোণগুটি। বায়ে কেতিয়াবা ৰহইচ কৰে, "ধন-সোণ মোৰ দুয়োটাই হ'ল। এতিয়া মোক আৰু লাগিছে কি?" কৰ্জা টেঙাৰ বতৰত বায়ে এটোপোলা কৰ্জা টেঙা তেতিয়াৰ পৰা মোৰ নামেৰেও আগ বঢ়োৱা হ'ল। কিন্তু এনেদৰে তিনিটা বছৰ পাৰ হ'ল। পিছত আমাৰ এৰাএৰি হ'ল। মই গুৱাহাটীলৈ আহিলো। চহৰৰ স্কুলত পঢ়িবলৈ। সি গাঁৱতে থাকি উত্তৰ গুৱাহাটীৰ হাইস্কুলত ভৰ্তি হ'লগৈ।

দুবছৰ পাৰ হ'ল। আমাৰ বছৰেকীয়া পৰীক্ষা শেষ হৈছে। গাঁৱলৈ বুলি পাৰ হৈছো। ৰঘু ঘাটৰ নাৱেৰে পাৰ হৈ ঘৰমুৱা হৈছো। ৰংমহল গড়ৰ মূৰ পাইছো। দূৰৈৰ পৰা দেখিলো সোণগুটি। গড়ৰ মূৰত মাটিতে বহি আছে। আমাক দেখি সি গড়খাৰৈৰফালে নামি গ'ল। ওচৰ পাই সোণগুটি বুলি চিঞৰিলো। সি আহো-নাহোকৈ তলমূৰ কৰি ওচৰ চাপিল। হাতত এডাল এছাৰি আৰু এখন নলীয়া কটাৰি। কান্ধত ওলোমাই লোৱা এটি মোনা। সুধিলো, "পৰীক্ষা শেষ হ'ল নে নাই।" সি নামাতি তলমূৰ কৰি থাকিল। সি ক'লে, "মই পঢ়িব এৰিলো।"

"কিয়?"

"মাছুল দিব নোৱাৰিলো। নাম কটা গ'ল।"

"ইয়াত কি কৰিছ?"

"গৰু চাৰিছো। ভোলা মহাজনৰ। পুৱাৰে পৰা তেওঁৰ কাম কৰো মাহৰ শেষত দু টকা ধাপ পাওঁ। দুয়ো বেলা তাতেই খাওঁ। ৰাতি গৈ

ঘৰত শুই থাকো।" থোকাথুকি মাতেৰে সোণগুটিয়ে কথাকেইষাৰ কৈ গ'ল। তাৰ চকুত চকুপানী ওলাইছিল। মোৰো চকুত চকুপানী ওলোৱাৰ উপক্ৰম হৈছিল। লগত লিকন ককাইদেৱো আছিল। দদাইদেউৰ ল'ৰা। মোতকৈ কেইমাহমানৰহে ডাঙৰ। লিকন ককাইদেৱে মোনাটোত কি আছে সুধিলে। সি মোনাৰ পৰা এখন কিতাপ উলিয়ালে। 'মৌ মহাভাৰত'। ককাইদেৱে সেইখন কিয় আনিছে বুলি পুনৰ প্ৰশ্ন কৰিলে। সোণগুটিয়ে অতি নম্ৰভাৱে ক'লে, "সময় পালে পঢ়ো। ঘৰত পঢ়িবলৈ সময় নাপাওঁ। ৰাতি ঘৰত সোমাওঁ। ঘৰত এটা কুপি চাকি। সাঁজতে লগাই মায়ে নুমাই থয়। কেৰাচিনৰ খৰচ যোগাব নোৱাৰে।" এইবুলি কৈ কিতাপখন মোৰফালে আগ বঢ়াই ক'লে, "এইখন তোৰ পৰা আনিছিলো। বহুত দিন হ'ল। পঢ়ি ভাল পাওঁ দেখি পঢ়ি থাকো। আন কিতাপো নাই। মোৰ পঢ়া কেতিয়াবাই শেষ হৈছে। দিবলৈ লগ পোৱা নাই। এতিয়া লৈ যা।" মই কিন্তু কিতাপখন ল'ব নোৱাৰিলো। ক'লো, "থাকক। তোৰ তাতেই থাকক। পঢ়িবি। তোক মই আৰু এখন কিতাপ দিম। 'বুঢ়ী আইৰ সাধু'। তই কালিলৈ এবাৰ আমাৰ ঘৰলৈ আহিবি।" গৰুকেইটা আঁতৰি যোৱা দেখি 'হেই ৰঙা, হেই কাজলী' বুলি পোনছাটেই সি গড়খাৰৈলৈ নামি গ'ল। আমিও উত্তৰলৈ নামি ঘৰমুৱা হ'লো। ঘৰত ন-দহ দিন কটালো। সোণগুটিক সদায় আশা কৰিছিলো। কিন্তু সি নাহিল। এদিন দীৰ্ঘেশ্বৰী দেৱালয়লৈ গৈছিলো। মা-খুৰীহঁতেৰে। উভতি আহোতে ফালৰি কাটি সোণগুটিৰ ঘৰত সোমাইছিলো। কিন্তু সি নাই। খুকুলী বায়ো নাই। ওচৰৰ এজনে ক'লে, "সোণগুটি মহাজনৰ লগত হাটলৈ গৈছে। মান্দাকাটাৰ হাটলৈ"। এৰা, সেইদিনা মান্দাকাটাৰ হাট বহে। ভূগোল-পাঠত পাইছিলো। সঁচা কথা, সেইদিনা দেওবাৰ। দেওবাৰ মান্দাকাটাত এখনি হাট বহে। পৰীক্ষাৰ খবৰ ওলাবৰ হ'ল। তাতে আকৌ নামনি অসম স্কুল টুৰ্ণামেণ্ট। সেয়ে পাৰ হ'লো। সোণগুটিক আৰু লগ পোৱা নহ'ল।

আৰু এটা বছৰ পাৰ হওঁ হওঁ। আমি তেতিয়া পঞ্চমমান শ্ৰেণীৰ ছাত্ৰ। খেতি চপোৱাৰ বতৰ। আমি পাৰ হৈছো। ঘৰত ন-খোৱা পাতিছে। আগদিনাই পাৰ হৈছো। বাপন ককাইদেউৰ লগত। পিছদিনা দদাইদেউহঁতো আহিব। লগত চিকু, অকণি আৰু মাইকণো আহিব। সিহঁতৰ আনন্দৰ সীমা নাই। আমাৰ বাৰীৰ বগৰী সিহঁতৰ বৰ প্ৰিয়। আহিয়েই হেনো বগৰী-তললৈ যাব। দদাইদেৱে সময়ত মাছ লৈ সিহঁতেৰে পাৰ হ'ব। বিষয়াক ভাল চিতল মাছ এটা দিবলৈ আগতেই জাননী দি থৈছে। কিবা মনত পৰিল সোণগুটিলৈ। ভাবিলো ন-খাবলৈ সোণগুটি আৰু খুকুলী বাইকো মাতিম। মাক ক'লে কেতিয়াও না নকৰে। তেতিয়া নাৱেৰেই পাৰাপাৰ হওঁ। আমাৰ ঘাটেদি

ফেৰী চলাচলৰ ব্যৱস্থা নাই। অৱশ্যে অশ্বক্লান্ত আৰু শুক্লেশ্বৰ ঘাটৰ কথা সুকীয়া। ফেৰী জাহাজ চলে। বগা ঢকঢকীয়া জাহাজ। মাষ্টুলটো হালধীয়া, নাম আছিল 'ইগ্ৰেট'। পাৰ হৈছো। খৰালিৰ লুইত। তেনেই নিমাওমাও। মাজে মাজে চৰিৰে নাও ঠেলিছে। বালিৰ কাৰণে অঁকাই-পকাই আহিব লগা হৈছে। পাৰ পালোহি, নামি বালিত খোজ দিছো। দেখিলো ঘাটত শম্ভু দাদা বাকচ-বিছনা লৈ গুৱাহাটীলৈ পাৰ হ'বলৈ আহিছে। শম্ভু দাদা কলিকতালৈ যাব। দৰ্জি কাম শিকিব। গুৱাহাটীলৈ গৈ অসম মেইল গাড়ী ধৰিব। আমাক দেখি হাত-বাউল দি মাতিলে। তেওঁৰ ওচৰ চাপিলো। শম্ভু দাদাৰ মন মৰা। গাঁওখন এৰি যাব লাগে। কথাৰ মাজতে শংকু দাদাই ক'লে, "অলপ সাৱধানে যাবা। দক্ষা বৰুজৰ কাষতে পাগলীজনীক পাই আহিছো। তোমালোকৰ সমান ল'ৰা পালে তাই ধৰিবলৈ খেদি ফুৰে।"

"কোন পাগলীৰ কথা কৈছা, দাদা?"

"খুকুলী পাগলীৰ। তাইৰ ল'ৰা সোণগুটি ঢুকাল। আজি চাৰি পাঁচদিন হ'ল। পুতেক মৰাৰ পিছৰে পৰা মানুহজনী পাগলী হ'ল। গড়ত উঠি ইমূৰৰ পৰা সিমূৰলৈকে সোণগুটি বুলি চিঞৰি ফুৰে।"

"সোণগুটি মৰিল? কি হৈ মৰিল?"

"নকবি। দুদিনৰ জ্বৰতে ঢুকাল। ৰাতি জ্বৰ উঠিল। পিছদিনা পুৱা জ্বৰৰ গাৰে মহাজনৰ ঘৰলৈ গ'ল। ক'লেগৈ আজি গৰু চাৰিব যাব নোৱাৰিম। মোৰ জ্বৰ। গা বেয়া লাগি আছে।"

মহাজনে হাত টিপি চাই ক'লে, " এতিয়াচোন বেছি জ্বৰ নাই। তই গৰুকেইটা নিনিলে গৰুকেইটা দেখোন গোহালিতে থাকিব। আজি আৰু কাক বিচাৰি পাম? পাৰিবি যা। দূৰলৈ নাযাবি। ওচৰতে গৰুকেইটা মেলি দি চাবি। বেলি পৰাৰ আগতেই ঘৰ চাপিবি।"

"সি গৰু লৈ গ'ল। দীৰ্ঘেশ্বৰী পাহাৰলৈ। গধূলি গৰু আহি ঘৰ সোমাল। কিন্তু লগত সোণগুটি নাই। মহাজনে ভাবিলে, গৰু চপাই ঘৰ পালেগৈ। আৰু বেছি নাভাবিলে। মাকেও একো নাভাবিলে—মহাজনৰ তাতে আছে বুলি। গধূলি হ'ল। বল্লাগাঁৱৰ কেইজনমান লোক চাপৰিত খেৰ কাটিবলৈ গৈছিল। সিহঁত উভতি আহি দেখে বৰ কেন্দুগছৰ তলতে এটা ল'ৰা পৰি আছে। গা জুইৰ দৰে গৰম। কিন্তু মাত-কথা নাই। সিহঁতে তাক দাঙি আনি গাঁৱত দিলেহি। হুৱাওবাও লাগিল। মহাজন আৰু গাঁৱৰ মেনা সকলো আহিল। কি ব্যৱস্থা কৰে আলোচিলে। দুই-এজনে ৰাতিটো কপালত পটি দি তাক চোৱা চিতা কৰিলে। পুৱা গুৱাহাটীলৈ মানুহ পঠিয়াই ডাক্তৰ আনি দেখুৱাব। কিন্তু পুৱা চকফাট দিয়াৰ আগে আগে সি মৰিল।"

শংকু দাদাৰ মুখত কথাষাৰ শুনাৰ লগে লগে মনটো সেমেকি গ'ল। সোণগুটিৰ কথাবোৰ ৰৰকৈ মনত পৰিল। কিমান চোকা—কিমান সৰল আছিল সি। গধুৰ মনেৰে খোজ ল'লো। লগত বাপন ককাইদেউ। মোতকৈ দুবছৰমানৰ ডাঙৰ। অষ্টম শ্ৰেণীত পঢ়ে। আমাৰ শঙ্কাও লাগিল। যদি বাটত খুকুলী বাইৰে ভেটাভেটি হওঁ! সেয়ে পাৰ হোৱা দুই-এজনৰ পিছে পিছে খোজ ল'লো। গড়ত কিন্তু খুকুলী বাইক নাপালো। গড় এৰি গাঁৱলৈ নামিছো। বৰ আঁহতৰ তল পাইছো। দূৰত চিঞৰ শুনা যেন লাগিত। কাণ থিয়কৈ শুনিলো। সেইয়া খুকুলী বায়ে চিঞৰিছে, "সোণগুটি—আহ ঐ আহ" বুলি। আমি বাট এৰি পথাৰেৰে বেগাই খোজ ল'লো।

ঘৰ পায়েই কণ পেহীক বিচাৰিলো। পেহী ঢেঁকীশালত। পোনেই ঢেঁকীশাল পালোগৈ। কণ পেহী ঢেঁকী এৰি আগুৱাই আহিল। মই সোণগুটি আৰু খুকুলী বাইৰ কথা সুধিলো। কণ পেহীয়ে এটি হুমুনিয়াহ কাঢ়ি ক'লে, "নকবি ঐ তাৰ কথা। মনত পৰিলে বুকুখন খুন্দা মাৰি ধৰে। বৰ পঢ়িবৰ মন আছিল ল'ৰাটোৰ। খৰচৰ অভাৱত পঢ়িব নোৱাৰিলে। পঢ়া এৰি আনৰ গৰু-ৰখীয়া হ'ল। ৰাতি হেনো সি চাকি জ্বলাই পঢ়িব বিচাৰে। মাকৰ আপত্তি। নিতৌ একো চাকিকৈ কেৰাচিন লাগে। পইছাৰ অভাৱ। কেৰাচিন গোটাব নোৱাৰে। সেয়ে মাজতে কিবা অলপ খাই চাকি নুমাই শুই থাকে। মাক টোপনি যোৱা দেখিলে সি উঠে। পুনৰ চাকি জ্বলাই পঢ়ি থাকে। তেল শেষ হৈ চাকি নুমালেহে সি শোৱে। মাকে সদায় তেল এনেদৰে শেষ হয় কাৰণে চিন্তা কৰে। শোৱাৰ সময়ত এচাকি তেল আছিল, পুৱা কেনেকৈ নোহোৱা হয়। চাকিটো ফুটিছে বুলি চায়। নাই, চাকি দেখোন ঠিকেই আছে। পিছে এদিন ধৰা পৰিল। সি চাকি জ্বলাই পঢ়ি থাকোতে মাকে সাৰ পালে। মাকৰ কিবা বেয়া খং উঠিল। খঙতে গৰজি উঠিল, 'তোৰ আজি গাত ভূত জাৰিম' বুলি তাক ৰৰকৈ কোবালে। কামিৰে। সি কান্দি কান্দি একো নোহোৱা হ'ল। উচুপি উচুপি পাটীত পৰিল। কান্দোতে কান্দোতে তাৰ জ্বৰ উঠিল।" তাৰ পিছৰখিনি বিৱৰণ শংকু দাদাই দিয়া বিৱৰণেৰে একেই। বাই পাগলী হোৱাৰ কথাও ক'লে। সোণগুটি সোণগুটিকৈ চিঞৰি ফুৰে। আৰু হেনো চিঞৰে, "চাকি জ্বলাই ৰাখিছো আহ।" খুকুলী বাইৰ হেনো তেতিয়াৰ পৰা খোৱা-বোৱাত ৰাপ নাই। কেৱল কেৰাচিন বিচাৰি ফুৰে। দিনে-ৰাতিয়ে হেনো চাকি জ্বলাই থয়। চাকি নুমাবলৈ নিদিয়ে। কণ পেহীৰ মুখত ঘটনাটোৰ বিৱৰণ শুনি মোৰ মন গধুৰ হৈ পৰিল। ইটো-সিটো ভাৱ আহে। সোণগুটিয়ে টোপনি ৰখি কিতাপ পঢ়ে। আমাৰ আকৌ ওলোটা। টেবুলত হাৰিকেন লেম্প জ্বলি থাকে। মাজতে পঢ়িবলৈ বহো। কিতাপত চকু পৰাৰ লগে

লগে চকু মুদ খাই আছে। টোপনিয়ে জোকায়। কতদিন খুৰীদেৰে বকিছে, "দিনত এবাৰ নোশোৱ। টলৌ টলৌ কৰি ঘূৰি ফুৰ। এতিয়া টোপনি ধৰিছে। আহ, চকুৰে-মুখে অলপ পানী ল।" দদাইদেৰে দেখিলে কথাই নাই। কাণ-মুচৰি টানি আনি চোতালত ঘূৰাই টোপনি ভাঙে। আৰু সোণগুটিয়ে পঢ়াৰ কাৰণে মাৰ-কিল খায়। ভাবি ভাবি ভাবিব নোৱৰা হওঁ। আকৌ মনলৈ আহে। মোৰ সেই মৌ-মহাভাৰতখনকে পঢ়িছিলনেকি? তাৰতো আন কিতাপ নাছিল বুলি সিবাৰ কৈছিল। ছিঃ ছিঃ সি মোক কিতাপখন দিওঁতেই লৈ নথলো কিয়। গধূলি হোৱাৰ লগে লগে এন্ধাৰত সোণগুটিক দেখা হ'লো। চাকি ন্বলাই পঢ়ি থকা। খুকুলী বায়ে আলিবাটে আলিবাটে চিঞৰি ফুৰা দেখো। মনত ভয় সোমাল। ঘৰৰ পিৰালিতে অকলে ওলাব নোৱৰা হ'লো। মায়ে কথাটো বুজিলে। সোনকালে ভাত খুৱালে। কণ পেহীক সাধু কৈ মোক শুৱাই দিবলৈকো ক'লে। কণ পেহীৰ মুখত কৃষ্ণ-গোসাঁইৰ সাধু শুনি শুনি মই টোপনি গ'লো।

পুৱা সাৰ পাই ভঁৰালৰ বেৰত আঁৰি থোৱা মোৰ ধেনুখন দেখিলো। কাঁড় লগোৱা ধেনুখন সোণগুটিয়ে তাহানিতে কৰি দিছিল। কণ পেহীয়ে চোতাল মচি আছিল। ধেনুখনলৈ মোৰ চকু পৰা দেখি একেছাটেই উঠি ধেনুখন আঁজুৰি আনিলে। "এইখন দেও লগা ধেনু, তই ল'ব নোৱাৰ" বুলি ধেনুখন ভাঙি-ছিঙি বাৰীৰ পিছফালে নি পেলাই দিলে।

মোৰ ইচ্ছা হোৱা সত্ত্বেও নিবলৈ সাহস নহ'ল। ভয় আৰু শংকাত মই পেঁপুৱা লাগিলো। কুঁৱলি ফালি ৰ'দ ওলাইছে। ৰ'দ ল'বলৈ বুলি চোতালত নামিছো। এনেতে আমাৰ ঘৰৰ সমুখৰ আলিত চিঞৰা শুনিলো। হয়, খুকুলী বাইৰ চিঞৰ—সোণগুটি আহ ঔ, চাকি ন্বলাই থৈছো, আহ ঐ—। ভয়ত গাটো শিয়ৰি উঠিল। কণ পেহীয়ে পোনেই মোক ধৰি বৰঘৰৰ কোঠালিলৈ লৈ গ'ল। মই খুকুলী বাইক আঁৰৰ পৰা চাবলৈ বিচাৰিলো। কিন্তু কণ পেহীয়ে নিদিলে। আমাৰ ঘৰতে কাম কৰা হৰপতিয়ে এবটল কেৰাচিন লৈ ওলাই যোৱা দেখিলো। বাইক দিবলৈ।

আকৌ নিতাল পৰিল। সকলোৱে খুকুলী বাই অহাৰ কথা পাহৰিলেনেকি? নিজ নিজ কামত লাগিল। মোৰ কিন্তু মনত খুকুলী বাই আৰু সোণগুটি যেন নিগাজীকৈ বহিল। অকণমান সময়ো পাহৰিব নোৱৰা হ'লো।

দদাইদেউ আহি পালেহি। লগত চিকুইতো আহিছে। বৰ ডাঙৰ এটা চিতল আৰু বৌ মাছ আনিছে। চোতালত সেইকেইটা পেলাই দি বাকলি গুচাবলৈ আদেশ দিলে। বাৰীত আলুৰ খেতি। দদাইদেউ আলুৰ খেতিত সোমালগৈ। দুই-এজোপা উভালি আলু বুটলি আনিছে। চোতালত ধান উহোৱা

উধানৰ জুইত দিলেহি। এনেদৰে আলু পুৰি খোৱাতো দদাইদেউৰ স্বভাৱ। চিকু, অকণি, মাইকণঁহঁত বগৰীতল পালেগৈ। সিহঁতৰ মাতত দেখোন ভয়-ভীত নাই, মইহে ঘৰ এৰি কেনিও যাবলৈ সাহস গোটাব নোৱৰা হ'লো।

এনেদৰে ভাবোতে ভাবোতে বৰ ভয়তেনেকি আবেলিৰফালে মোৰ জ্বৰ উঠিল। বিছনাত পৰিলো। কিন্তু অকলে এখন্তেকো থাকিবৰ সাহস নহ'ল। বহুদিনৰ বেমাৰীক পৰ দিয়া দি মোকো পৰ দি থাকিবলগীয়া হ'ল। বেলি পৰাৰ লগে লগে ঘৰত খদমদম লাগিল। ন খোৱাৰ প্ৰস্তুতি চলিল। কিন্তু মোৰ সেইবোৰ উৰুঙা উৰুঙা লাগিল। বিছনাত পৰি একো ভাবিব নোৱৰা হ'লো। কেৱল সোণগুটি আৰু খুকুলী বাইৰ চিন্তাই সাৰ হ'ল। গধূলি পাৰ হৈ ৰাতি হ'ল। চোতালত পাত পৰাৰ ভু পালো। এনেতে মা ওচৰলৈ আহিল। পিছে পিছে মাইচেনী বাইদেউ। এখন পাণধোৱাত ভাত আৰু এটা বাটিত কুলঠি এডোখৰেৰে আঞ্জাও আনিছে। কুলঠি মোৰ প্ৰিয়। মাই ভালদৰে জানে। মৰমেৰে মাতি খাবলৈ ক'লে। বহিলো। কিন্তু নোৱাৰিলো। কিবা ওক আহে। "যা শুই থাক" বুলি মা গ'লগৈ। কণ পেহীক মোৰ ওচৰতে থাকিবলৈ ক'লে। ন খোৱা শেষ হ'ল। নিমন্ত্ৰিতসকল ঘৰাঘৰি গ'লগৈ। কণ পেহী খাবলৈ গ'ল। সেই সময়খিনি হৰপতিকাই মোৰ ৰখীয়া হৈ থাকিল। ৰাতি মায়ে মোৰ কাষতে শুই মোৰ মূৰত হাত বুলাই বহু ৰাতিলৈকে নাম গাই আছিল। মাৰ মৰমৰ বুলনত মোৰ টোপনি আহিল।

ৰাতি পুৱাল। কিন্তু মোৰ জ্বৰে এৰা নিদিলে। ৰ'দ ওলোৱাৰ লগে লগে দদাইদেৱে হুৰমূৰ লগালে। মোক ম'হৰ গাড়ীত তুলি পাৰঘাটলৈ আনিলে। বিশেষ নাও যুগুতাই গুৱাহাটীলৈ পাৰ কৰিলে। কাছাৰীঘাটত নাও চাপিল। হৰপতি আৰু নেউলাকায়ে মোক দাংকোলা কৰি কাছাৰীৰ চৌহদলৈ তুলিলে। খুৱাতিৰ বাগীৰে আহি আমি ফটিক ৰ'ডৰ ঘৰত উঠিলোহি। প্ৰায়ে লগে লগেই ডাক্তৰ আহিল। দিদাৰুদ্দিন ডাক্তৰ। চাই-মেলি দৰৱ দিলে। বটলত দাগ কটা ৰঙা দৰৱ। সেই দৰৱ খাই গধূলিৰফালে মোৰ জ্বৰ কমিল। সোণগুটিৰ কথা বৰকৈ মনলৈ আহিল। যদি এই দিদাৰুদ্দিন ডাক্তৰৰ দৰৱ খুৱাব পাৰিলেহেঁতেন সিও নিশ্চয় ভাল হ'ল হয়। আমাৰ গাঁৱতনো কিয় এজন দিদাৰুদ্দিন ডাক্তৰ নাথাকিল? সেই কথা মনলৈ আহিবলৈ ধৰিলে।

সম্পূৰ্ণ ভাল হ'লো। আকৌ পঢ়াশালিলৈ যাব পৰা হ'লো। খেলা-ধূলাত লাগিলো। কিন্তু এটা কথাত বেয়াকৈ হেঙাৰ পৰিল। দদাইদেৱে মোক গাঁৱৰ ঘৰলৈ যাব নিদিয়া হ'ল। এনেদৰে প্ৰায় এবছৰতো অধিক কাল গাঁৱৰ ঘৰলৈ অহাত বাধা পৰিল।

দিন বাগৰি মাহ পাৰ হ'ল। মাহ বাগৰি বছৰ পাৰ হ'ল। বহুতো

নতুন নতুন ঘটনা ঘটিল। পুৰণিবোৰ মাৰ গ'ল। মা-দেউতা ঢুকাল। এতিয়া নিজেই বাপেকি হ'লো। গুৱাহাটীত নিগাজীকৈ থিতাপি ল'লো। বহু কথা পাহৰিলো। গাঁৱলৈ আহ-যাহ কমিল। সোণগুটি আৰু খুকুলী বাইৰ কথাও মনলৈ নহা হ'ল। শেষত একেবাৰে পাহৰি গ'লো। খুকুলী বাইৰ কি হ'ল খবৰ নোপোৱা হ'লো, নোলোৱাও হ'লো।

প্ৰায় ত্ৰিশ বছৰ পিছৰ কথা। এদিন পাৰ হৈছো। গাঁৱলৈ। এবেলাৰ কাৰণে। ইঘৰ সিঘৰ সোমাই বস বৰাৰ ঘৰত সোমাইছো। বাহিৰৰ কোঠালিত বহি দুয়ো কথা পাতিছো। লাগ-বান্ধ নোহোৱা কথা। ঘৰৰ পৰৰ আৰু বহুতো। এনেতে এগৰাকী বুঢ়ীয়ে লাখুটিৰে বাট বিচাৰি বস বৰাৰ নঙলাৰে সোমোৱা দেখিলো। বস বৰাই সুধিলে, "চৌধুৰী, চিনিছানে?"

"কোন বাৰু?"

"খুকুলী বাই। আমাৰ নাট ভাওনাৰ এক নম্বৰ দৰ্শক। এতিয়া তাই চকুৰে নেদেখা হ'ল। এনেদৰে খেপিয়াই খেপিয়াই ঘূৰি ফুৰে।"

মুহূৰ্ততে চকৰি ঘূৰিল। মোৰ গোটেই শৈশৱটো আগত ভাহি উঠিল। খুকুলী বাই, সোণগুটি, কৰ্জা টেঙা সকলোবোৰ চকুৰ আগতে সঁচা ৰূপ ধৰি যেন জিলিকি উঠিল।

"আহাচোন, বাইৰে কথা হওঁ।" এইবুলি সাউৎকৰে উঠিলো। দুয়ো ভিতৰ চোতাল পালোগৈ। খুকুলী বাই তাতে বহি আছিল। সুধিলো, "বাই। মই কোন চিনিছনে?"

"কোন অ'।" বুলি খুকুলী বায়ে অলপ টলকা মাৰিলে। কিন্তু পিছ মুহূৰ্ততে ক'লে, "তই বৰ বাবুৰ ঘৰৰ ধন বোপা নহৱনে?"

আচৰিত হ'লো। বায়ে কিন্তু কৈ গ'ল, "তোৰ মাত প্ৰায়ে শুনি থাকো।" ৰেডিঅ' মেচিনত নাটক গাৱ নহয়? তোৰ নাটক ওলালেই লক্ষ্মী মাষ্টৰে মাতি নিয়ে। ৰেডিঅ'ৰ কলৰ গানত তোৰ নাটক ওলায় নহয়। মই গৈ শুনি থাকো। সিহঁতে বোলে শুনেহে, মই কিন্তু শুনোও দেখোও।" মোৰ মনটো আবেগত অধীৰ হৈ পৰিল। বসক উদ্দেশ্যি ক'লো, "কেটেৰেক্ট হৈছেনেকি? ডাক্তৰক দেখুৱালে ভাল হ'ব।"

বস বৰাই উত্তৰ দিবলৈ নৌ-পাওঁতেই বায়ে আগতে ধৰিলে, "নালাগে বাছা। মই নেদেখি এতিয়াও সকলোকে দেখিছো। গাঁৱৰ মৰা-জীয়া সকলোকে। যেতিয়া যাৰ কথা মনত পৰে তাক দেখো। আগতে দেখো। চকু থাকোতে তেনেদৰে নেদেখিছিলো। এতিয়া তোকো দেখিছো বাছা। চকু নাথাকিলে কি হ'ল? চকু নাথাকিলেহে সকলো দেখি। তোৰ কাষতে মোৰ কালটোকো দেখিছো। মই খুব সুখে আছো ঔ বাছা। ভাতমুঠিৰ বাহিৰে মোৰ একো

অভাৱ নাই ঐ বাছা। ডাক্তৰক দেখুৱাব নালাগে। যাক দেখুৱাব লাগিছিল তাকেই দেখুৱাব নোৱাৰিলো। মোক দেখুৱাই কি হ'ব!" এইবুলি বায়ে এটি দীঘল হুমুনিয়াহ কাঢ়িলে। তাইৰ বুকুখন জ্বলি যোৱা যেন লাগিল। তথাপি তাই কৈ গ'ল, "মাউৰা যমে মোৰ জীউলাউটো কাঢ়ি নিলে কি হ'ল? তাক মই দেখি থাকো। নিশা মোৰ কাষতে আহি পটি থাকে। এতিয়াতো মই চাকি নুমাই নথওঁ। জ্বলাই থওঁ। ওৰে ৰাতি সি পটি থাকে।"

মই তন্ময় হৈ বাইৰ কথাবোৰ শুনি ৰ'লো। বায়ে আৰু কিবা ক'ব ধৰিছিল। কিন্তু বসই সকীয়ালে, লাঞ্চ যাবৰ হ'ল বুলি। মই পাৰঘাট বুলি খোজ ল'লো।

খুকুলী বায়ে আকৌ আমনি কৰা হ'ল। সঘনে মনত পৰে। বায়ে কিন্তু মোৰ এটি মহৎ উপকাৰ কৰিলে। হেৰোৱা শৈশৱটো আকৌ যেন ঘূৰাই পালো। সৰু কালিৰ সেই কথাবোৰ, মোৰ সৰু গাঁওখনিৰ কথা, লগৰীয়া, সমনীয়া, শৈশৱৰ খেলা-ধূলা, দুখ-বেদনা সকলোবোৰ ফটফটীয়াকৈ মনত পৰিল। কিন্তু মনত অনুতাপ আহিল। সিদিনা বায়ে লগ পাওঁতে কৈছিল, "ভাতমুঠিৰ বাহিৰে মোৰ একোৰে অভাৱ নাই।" ক'তা, সিদিনাতো বাইক একো নিদিয়াকৈ উভতিলো। এই কথাই মোৰ মগজুত আমনি কৰিলে। ভাবিছিলো এই পূজাৰ সময়তে গাঁৱলৈ এপাক মাৰিম। খুকুলী বাইক লগ ধৰি কিবা অলপ দি আহিম। সেই আশাও নিপাত হ'ল। পূজাৰ বৰঙণি নিব অহা ডেকাবাহৰ মুখত শুনিলো, বাই মৰিল। পুৰি মৰিল। দোভাগ নিশা বাঁহৰ ভগা জুপুৰিত জুই লাগিল। গঞা ৰাইজে লৰি আহি ঘৰ ভাঙি বাইক উলিয়ালে। কিন্তু বচাব নোৱাৰিলে। বৰ বেয়াকৈ দাহ গ'ল। মৰাৰ আগতে হেনো বায়ে কেঁকাই কেঁকাই ক'লে, "চাকিটো তইঁতে নুনুমাবি।" আৰু কথা নাই। সিমানেই।

আজি পৰিবেশ সলনি হৈছে। বিজুলী-বাতি হ'ল। গাঁৱে-চহৰে সকলোতে। কুপি-চাকিৰ কদৰ কমিল। কিন্তু ক'ৰবাত কেতিয়াবা এই কুপি-চাকি জ্বলা দেখিলে খুকুলী বাইলৈ বৰকৈ মনত পৰে।

# যুম্‌কি

.....তাইৰ মলিয়ন কাপোৰেৰে অ্যালফুলকৈ বান্ধি অনা এটি ঔ-টেঙা উলিয়ালে। মোৰফালে আগবঢ়াই দি সুধিলে, "খাবি?"

দুলীয়াজান!

দুলীয়াজান মোৰ কৰ্মক্ষেত্ৰ নহয়। ধৰ্মক্ষেত্ৰতো নহয়েই। তথাপি তালৈ গৈছিলো। তেলৰ চহৰ। আধুনিক ধৰণেৰে সজোৱা। চিনাকি অসমৰ অচিনাকি ঠাই। অসমৰ আন চহৰেৰে নিমিলে। বাটে-ঘাটে অমিল। তালৈ আগতেও গৈছিলো। কিন্তু দীঘলীয়াকৈ থকা নাছিলো। এইবাৰ কিন্তু এমাহ কটালো। তথাপি চহৰখনৰ কিবা দেখিলো বুলি ক'বলৈ মোৰ সাহস নহয়।

সাধাৰণতে মই পদাতিক। বণৰ বা বনৰ নহয়—মনৰ। মনৰ খোৰাক বিচাৰি ঘূৰি ফুৰো। পুৱা-দুপৰীয়া-গধূলি সমানে। সেয়ে ঘৰ সোমালেই পৰিবাৰে কয়, "ক'তনো ঘূৰি ফুৰে। ৰ'দে-বতাহে ঘূৰি ঘূৰি ক'লা পৰি গৈছে; কালিলৈ আৰু ক'তো যাব নোৱাৰে।" কথাষাৰ কঠোৰ। কিন্তু ভাল লাগে। মোৰ গাৰ বৰণৰ কথা মই জানো। পৰিবাৰে 'ক'লা পৰি গৈছে' বুলি এৰা বাক্যবাণে মোক আঘাত নকৰে। আমোদ দিয়ে। গৌৰৱ হয়। পৰিবাৰে তেন্তে মোক বগা দেখেনেকি? এইবুলি থিতাতে আইনাত নিজ মুখ চাওঁ। কিন্তু সেই অহা কালিটোও আকৌ আজিৰ দৰেই হয়। আকৌ ঘূৰি আহিলে পৰিবাৰে তেনেদৰে সঁকীয়ায়। এনেদৰেই জীৱনটো প্ৰায় পাৰ হ'ল। কিন্তু এই দুলীয়াজানত কথা নৰিল। মোৰ এই পদ-চালনাৰ অভ্যাস বন্ধ হৈ পৰিল। বাধ্যত নহয়—এনেয়ে। কোনো কাৰণ নোহোৱাকৈ—অকাৰণে। অৱশ্যে এই দীঘলীয়া কালছোৱাত চাৰিদিন চৌহদৰ বাহিৰ হৈছিলো। এবেলা তিনিচুকীয়ালৈ, এদিন ডিব্ৰুগড়লৈ আৰু একেলগে দুসন্ধ্যা চহৰতে হোৱা 'আৱাহন থিয়েটাৰ'ৰ অভিনয় চাবলৈ। তাকো বাট বুলি নহয়। ৰথেৰে। জীৱ লগতে জোঁৱাইৰ মটৰেৰে। দিনটো ঘৰতে থাকো। পুৱা দহ বজাৰ পৰা চাৰি বজালৈ অকলে। বাকীবোৰ দিহা-দিহি যায়। কামলৈ, পঢ়াশালিলৈ। এজনী কাম কৰা মানুহ আছে। নানী। সাধাৰণতে তায়ে ঘৰ ৰখে। তায়ো ঘোঁৰা দেখি খোৰা হ'ল। মই থকাৰ কাৰণে তায়ো ঘৰলৈ লৰ মাৰে। আগতে পুথিত পঢ়িছিলো—ব্ৰিটিছ সাম্ৰাজ্যত বেলি ডুব নাযায়। এতিয়া স্বচক্ষে দেখিলো—এই তৈল-চহৰ দুলীয়াজানত জুহাল নুনুমায়। দিনে-নিশাই গেছ জ্বলি থাকে। কোনো

কোনো মঠ-মন্দিৰত জ্বলি থকা অখণ্ড প্ৰদীপৰ দৰে। জুহালৰ কাষত সজাই ৰখা ভাত-আঞ্জা গৰম হৈয়ে থাকে। মোৰ দুপৰীয়াৰ সাজ তেনেদৰে সজাই থৈ নানী ওচৰ চাপে। কয়, “দেউতা, খানা সজাই থৈছো। মই ঘৰৰ পৰা আঁহো।” সন্মতি দিয়ালে বাট নাচায়। কথাখিনি কৈয়েই লৰ মাৰে ঘৰলৈ। মই প্ৰাসাদত বন্দী চাজাহানৰ দৰে হৈ পৰো। সঁচা কথা—মাজে মাজে বন্দী সম্ৰাট যেনেই লাগে। কিয়নো ঘৰটো ডাঙৰ। চাফ-চিকুণ বঙলা। চৌহদো আহল-বহল। এক ডেৰ বিঘা মাটিৰ চৌহদ। ফুলেৰে জাতিষ্কাৰ বাগিচা, শিশুৰ খেলৰ উদ্যান আৰু সদায় মালীয়ে নিকা কৰি ৰখা এখনি ‘লন’ বা সেউজীয়া পথাৰ। এনেদৰে সজাই-পৰাই ৰখা ঘৰ-চৌহদৰ ওচৰেৰে হয়তো ক’ৰবাত কেতিয়াবা গৈছো, কিন্তু নিজে হ’লে কেতিয়াও থকা নাই।

এই ঘৰ বা বঙলা মোৰ নিজৰ নহ’লেও আনৰ নহয়। তাত থকা ঘাই বাসিন্দা এজনৰ মই দেউতাক—আনজনৰ আইন মতে। সেই আপাহতে মই আজি তাৰ বাসিন্দা। এতেকে এই সময়খিনিত এই ঘৰৰ স্বত্ব মই দাবী কৰিব পাৰো। অধিকাৰ লৈ বাস কৰিছো—অনধিকাৰ কৰি নহয়। এনেদৰে দিনবোৰ পাৰ হৈছে। ডায়েৰী-পাতত সেই একে কথাকে লেখিছো। একো নতুনত্ব বা বিশেষত্ব নাই। দুই-এদিনতে উভতিম। এনেতে লগ পালো যুম্‌কি। মনৰ মানুহ এগৰাকী বিচাৰি পালো।

সেইদিনা আছিল মঙ্গলবাৰ। ওঠৰ ফেব্ৰুৱাৰী, ইংৰাজী ১৯৮৬ চন। জী-জোঁৱাই পুৱাই ডিব্ৰুগড়লৈ গৈছে। নাতি-নাতিনীহাল স্কুলত। নানীয়ে অভ্যাস মতে ঘৰ বুলি আঁতৰিছে। মই তেনেই অকলশৰীয়া। তেতিয়া পুৱা দহ বাজি গৈছে। গা-পা ধুই বাহিৰৰ বাৰাণ্ডালৈ ওলাইছো। দেখিলো, সমুখৰ ৰাজআলিত থকা ডাঙৰ গছ এজোপালে কোনোবাই দীঘল হাঁকুটি লগাইছে। কি পাৰিছে চালো। কিন্তু ধৰিব নোৱাৰিলো। হাঁকুটিয়া দেখো, কি পাৰে নেদেখো। কোনেনো হাঁকুটি লগাইছে তাকো নেদেখি। সমুখৰ আটিয়াত ওখ ‘হেড্‌জ’ৰ বেৰ। নাই, নেদেখি। কি পাৰিছে, কোনে পাৰিছে একোকে নেদেখি। আকৌ দুৱাৰ জপাই ভিতৰ সোমালো। গ’ল কথা গুচিল।

ভাত-পানী খাই আকৌ বাৰাণ্ডালৈ ওলাইছো। প্ৰায় বাৰ বাজিবৰ হৈছে। এইবাৰো সেই হাঁকুটি দেখিলো। সমুখতে নহয়—অলপ আঁতৰত। হাঁকুটি এইবাৰ আন এজোপা গছত লাগিছে। এইবাৰ কিন্তু দেখিলো। এগৰাকী মাইকী মানুহ। ভাবিলো, খৰি বিচাৰিছেনেকি ? তাৰ বেছি আৰু একো নাভাবিলো। আকৌ দুৱাৰ জপাই ভিতৰ সোমালো।

প্ৰায়ে আঢ়ৈ বাজিবৰ হৈছে। একাপ চাহ কৰি লৈ বাহিৰৰ বাৰাণ্ডাত ওলাইছো। আকৌ মানুহজনীক দেখিলো। ইজোপা গছৰ পৰা সিজোপা গছলৈ

অহা-যোৱা কৰি এঠাইত কিবা জুকিয়াইছে। চাহখিনি খাই বঙলাৰ মুখলৈ আগবাঢ়ি গ'লো। জপনাৰ কাষৰ পৰাই ভুমুকিয়াই চালো। হয়, খৰি গোটাইছে। সৰু সৰু শুকান ঠেঙুলিবোৰ। খৰি নুবুলি লাগনি-কাঠি বুলিব পাৰি। ভাবিলো, এইখিনিলৈকে তাই ইমান সময় এনে দেহভগা পৰিশ্ৰম কৰিছেনে? এবাৰ চাওঁতে তাইৰ চকু মোৰ চকুত পৰিল। মই ঘূৰি লনত নামিলোহি।

ঘূৰি চাই দেখো তাই এইবাৰ অলপ আঁতৰতে থকা সমুখৰ বঙলা এটাৰ ফালে বেগাই খোজ দিছে। অ', সেই বঙালৰ সমুখৰ বৰগছতো তাই হাঁকুটি লগাইছিল। এতিয়া তাই পৰিশ্ৰমৰ ফচল বুটলিছে। বঙলাৰ লনত দেখিলো এহাল দম্পতীয়ে কথা পাতি আছে। পুৰুষজনে লনৰ ওপৰত চকী পাৰি বহিছে, মহিলাগৰাকীয়ে কাষত থিয় হৈ কিবা জুকিয়াই দিছে। অ' হয়, গিলাচত অনা কিবা পানীয় দিছে। চাহ নহয়তো গাখীৰ। আগতেও তেওঁলোকক দেখিছো। পশ্চিম ভাৰতৰ এহাল দম্পতী। ল'ৰা-ছোৱালী দেখা নাই। এটা কুকুৰ হ'লে দেখিছো। বিদেশী বা বিলাতী কুকুৰ। মানুহেৰে বল খেলা কুকুৰ। সদায় গধূলি মটৰত মুখ উলিয়াই হাৱা খাই ফুৰা কুকুৰ।

মানুহজনী এইবাৰ আমাৰ গেটৰফালে অহা যেন দেখিলো। ঘূৰি গৈ আকৌ আহিল। এইবাৰ প্ৰায় গেটৰ কাষ পালেহি। মোৰফালে চাই গেটৰ সিপাৰে থিয় হৈ ৰ'ল। মই আগ বাঢ়ি গৈ কি লাগে সুধিলো। ৰাষ্ট্ৰভাষাত। তাই কিন্তু 'পানী পিব বাবু' বুলি ভগা অসমীয়াতে উত্তৰ দিলে। মই তাইক ভিতৰলৈ আহিবলৈ কৈ গেটখন খুলি দিলো। বাৰাণ্ডাৰ কাষতে আহি তাই থিয় হ'ল। মই এগিলাচ পানী আনি তাইৰ ফালে আগ বঢ়াই দিলো। তাই দুয়ো হাতেৰে আঁজলি পাতি থিয় হৈ ৰ'ল। মই গিলাচটো আগ বঢ়াই দিলো। আইনাৰ গিলাচ। তাই ধৰো-নধৰোকৈ ধৰিলে। তাই গিলাচটো এহাতে লৈ আনখন হাতত পানী বাকি খাবলৈ উদ্যত হ'ল। মই গিলাচটোৰেই খাবলৈ ক'লো। তাই অমৃত পান কৰাৰ দৰে পানীখিনি খালে। গিলাচটো আগ বঢ়াই আৰু অলপ লাগে বুলি ক'লে। মই এইবাৰ এজগ পানী আনি গিলাচটোত বাকী দি আৰু দিবলৈ কাষতে থিয় হৈ ৰ'লো।

আকৌ পানী বিচাৰিলে। এইবাৰ খাবলৈ নহয় ধুবলৈ। মুখখন ধুবলৈ। এতিয়া গৰম নহয়—জাৰ আছে। মই নিজেও এতিয়া চাদৰ এখন মেৰিয়াই আছো। তাই কিন্তু ঘামিছে। পৰিশ্ৰমৰ ঘাম। মানুহজনী বুঢ়ী। কেটোৰ ক'লা। মুখখন সোতোৰা-সুতুৰি। চুলিবোৰ পকা। জুটুলা-জুটুলি। আগফালে কাণৰ কাষলৈকেহে পৰা চুলি। পিছফালে গলখনকে নোচোৱে। বৰ কটা যেন। বিউটি পাৰ্লাৰত যতনাই কটা বব নহয়। প্ৰকৃতিৰ পাৰ্লাৰত অযত্নত গঢ় লোৱা চুলি। 'তেল নাপাই ফফৰা পৰা' কথাষাৰিৰ নিখুঁত নিদৰ্শন।

তথাপি কিন্তু কিবা মৰম লগা বয়সে দাবী কৰা মৰম, দয়া বা পুত্ৰৌ। সুধিলো, "চাহ খাবি।" তাই কিন্তু হা-না একোকে ন'কলে। কিবা আচৰিত হোৱাৰ দৰে হ'ল। ভেবা লাগি মোৰ মুখৰফালে চাই থাকিল। মই আৰু অপেক্ষা নকৰিলো। 'আহ ইয়াতে বহ' বুলি বাৰাণ্ডাত থকা ৰঙীন মূঢ়া এটা আগুৱাই দিলো। তাই কিন্তু তাত নবহি চিৰিতে বহিল। মই একাপ চাহ আৰু পাওৰুটি দুচকল আনি দিলো। তাইক খাবলৈ কৈ মই লনত নামি ঘূৰাঘূৰি কৰিলো। চকু পৰিল—তাই দেখোন ৰুটি দুচকল তাইৰ মলিয়ন কাপোৰৰ আগত বান্ধি লৈছে। চাহখিনি খাই কাপ-প্লেটযোৰ ধুবলৈ পানী বিচাৰিছে। মই 'নালাগে দে' বুলি তাইৰ পৰা নি কাপ-পেল্টযোৰ একাষত জুকিয়াই থ'লো। কাষ চাপি সুধিলো, "ৰুটি নাখালি কিয়?"

তাই ক'লে, "নাতিনা আছে বাবু। সিহঁতলৈ লৈছো।"

"ল'ৰাৰ নে ছোৱালীৰ নাতিনী?" সুধিলো।

"ল'ৰাৰ বাবু।"

"ল'ৰা আছে? কেইজন? কি কৰে?" সুধিলো। তাইৰ মুখখন এনেয়ে ক'লা। মোৰ প্ৰশ্ন শুনি তাইৰ মুখখন আৰু ক'লা পৰি গ'ল। তেনেই দেই যোৱা লাগিল। হুমুনিয়াহ কাঢ়ি ক'লে, " এটা ল'ৰা আছিল বাবু?"

"পিছে কি হ'ল? মৰিলনেকি?"

"নাই বাবু। মৰা নাই। চাৰি গৈছে। চদী কৰা মাইকী এৰি আন মাইকী লৈ পলাইছে। সুৰুতে তাৰ বাপেক মাৰা গ'ল। মণিপুৰত। তেতিয়াৰ পৰা তাক ডাঙৰ কৰিছিলো বাবু।"

"মণিপুৰত?"

"হা বাবু। মণিপুৰত মোৰ মৰদ মাৰা গ'ল।"

"তহঁত মণিপুৰত আছিলিনেকি?"

"নাই বাবু। সি গাড়ী চলাই গৈছিল। ৰাস্তাত গাড়ী পৰি মৰিল বাবু। তিনিচুকীয়াৰ মহাজনৰ মাল লৈ গৈছিল। সি খুব চেৰাপী আছিল বাবু। দিন-ৰাত চেৰাপ খায়। হলি আছিল বাবু। হলিৰ হাল্লা চলিছে। বুদু গহৰহঁত আহিছিল। সিহঁতে মিলি চেৰাপ খাইছে বাবু। দিনভৰ চেৰাপ খাইছে। মহাজনৰ মহৰী আহিল। গাড়ী নিব লাগে মণিপুৰত। সি নাযাওঁ বুলি মহৰীক খেদি দিয়ে। এইবাৰ বাবু মহাজন নিজে আহিল। মদ দুবটল বকচিচ দিব বুলি ক'লে—সি গ'ল। গাড়ী চলাই মণিপুৰ চলিল। বাটতে গাড়ী পৰিল। সি মাৰা গ'ল বাবু। আমি মহাজনৰ মিলৰ কাষতে আছিলো। সি মৰাত অইন মানুহ ৰাখিলে। আমাক অলপ টকা দি তাৰপৰা উঠাই দিলে।" তাই সামৰিব খুজিছিল। মই তাইৰ কাহিনী শুনিবলৈ ব্যগ্ৰ হ'লো। সুধিলো, "তাৰ পিছত?"

"তাৰ পিছত বাবু আমি চাবুৱালৈ আহিলো। এজন মানুহৰ ঘৰত থাকিলো। মোক আৰু ল'ৰাটোক ফল কাপোৰ দিয়ে। আমি তাৰ কাম কৰি দিওঁ। আছিলো। তাতে বহুদিন আছিলো। কিন্তু মোৰ বেমাৰ হ'ল বাবু। খাৰাপ বেমাৰ হ'ল। মুখেদি তেজ চাৰে। তেতিয়া বাবুই মোক এৰি দিলে। অ'ত ত'ত ঘূৰি ফুৰিলো—বৰডুবি, নাহৰকটীয়া, নামৰূপ। পিছত এইখিনি পালোহি। তেল কোম্পানী বহা নাছিল বাবু—তেতিয়াই। ল'ৰাটো ডাঙৰ হ'ল বাবু। গাড়ীত কাম পালে। হেণ্ডিমেন কাম পালে। তাৰ বিয়া পাতিলো। কিন্তু তাৰ স্বভাৱ খাৰাপ বাবু। খুব চেৰাপ খায়। তাৰ এটা ল'ৰা হ'ল। সি ইমানমানি হ'ল।" এইবুলি তাই হাতেৰে মাফ কৰি দেখুৱালে। অনুমান হ'ল, চাৰি-পাঁচ বছৰীয়া হ'ব। "সি ৰোজ চেৰাপ খাই আহি বহুক্ মাৰে। কাৰো বাত নুশুনে বাবু। টাকা পাই চেৰাপ খাই উৰুৱাই দিয়ে। এদিন বাবু সি ঘৰ এৰি পলাল।"

"পলাল? ক'ত পলাল? কিয় পলাল?"

"বস্তিৰ এজনী যুৱান লেড়কী লৈ পলাল। আজি বহু দিন হ'ল, তাৰ দেখাদেখি নাই। বহুৰ এজনী ছোৱালী হ'ল। তাই মাকৰ পেটত থাকোতেই সি পলাল বাবু। তাই এতিয়া ইমানজনী হৈছে।" তাইৰ মাফ চাই বুজিলো, ছোৱালীজনী এতিয়া তিনি-চাৰি বছৰীয়া হৈছে। "বোৱাৰী—অ' বহু?"

"আছে বাবু। তাই এক বাবুৰ ঘৰত কাম কৰে। পুৱা কামত যায়, গধূলি আহে। ছোৱালীজনী সাথ যায়। আগতে তাই মাকৰ গাখীৰ খাইছিল। এতিয়া ভাত খাব পাৰে বাবু। তায়ো তাতে মাকৰ সাথ যায়। বাবুই আগতে পঞ্চাশ টকা দিছিল। এতিয়া ডেৰকুৰি টকা মইনা দিয়ে।"

"কিয়? মইনা বছৰি বাঢ়েহে। তোৰ বহুৰ কমিল কিয়?"

"ছোৱালীজনী ভাত খায় বাবু। এক থালতে খায়, দুই থালৰ দাম লয়। টকা তাইৰ খোৱাত কাটি লয়।"

"ল'ৰাটো? সি কি কৰে। পঢ়েনেকি?"

"নাই বাবু। ক'ত পঢ়িব, সি লেঙেৰা, থিয় হ'ব নোৱাৰে। চুঁচৰি চুঁচৰি ঝাট বোলে।"

ভাবিলো পলিঅ' বেমাৰ পালে। তথাপি সুধিলো, "জন্মৰ পৰাই খোৰা নেকি?"

"নহয় বাবু। পল্টনে খুঁচিলে। গোৰা পল্টনে।"

কাহিনীয়ে ওলোটা বাগৰ মাৰিলে। এই কি কয়। গোৰা পল্টনে খুঁচিবলৈ তাক পালে কেতিয়া? আঁত হেৰাই গ'ল। মই তাইক বহু প্ৰশ্ন কৰিলো। কিন্তু সঠিক একো ধৰিব নোৱাৰিলো। তাই সকলো ক'লে, "কোম্পানীৰ

চাহাবৰ মাল ধাওৱা কৰিছিলনা। সেই সময় ধাওৱা চাব যাওঁতে খুঁচিলে।" পল্টনে ধৰি নিয়ে বুলি, তাক লুকুৱাই ৰাখিলো। তাক হেনো সিহঁতৰ বেজে দাৱাই দি ভাল কৰিলে। বাচিল, কিন্তু ঘুণীয়া হ'ল। খোজ কাঢ়িব নোৱাৰে। চুঁচৰি ফুৰে।" এইখিনি কথা বুজিলো। ধাওৱা আৰু গোৰা পল্টনে খোঁচা কথাৰ আঁতিগুৰি সঠিক ধৰিব নোৱাৰিলো। বহু ধৰণে বহু প্ৰশ্ন কৰিলো। নাই, তাইৰ মনে সকলোবোৰ সমানে ঢুকি নাপায়। সঠিক উত্তৰ দিব নোৱাৰে। সময়ৰ ঘটনাৰ আউল লাগে। কথা শুনি মোৰ অনুভৱ হ'ল, বিদেশী বহিষ্কাৰ আন্দোলনতে কোনোবাদিনা কেনেবাকৈ ঘটনাটো ঘটিল। তাৰ বেছি আৰু বুজিব নোৱাৰিলো। ক'ৰবাত কিবা নিজৰ হানি হয় বুলিও যেন তাই থমকি ৰ'ল। সেয়ে এই কথা এৰি আন কথালৈ আহিলো। আথে-বেথে সুধিলো, "তোৰ নাম কি অ' বুঢ়ী?"

"যুমকি বাবু।" তাইৰ কফ মিহলি মাতৰ শব্দত নামটো মোৰ কাণত ভালকৈ ধৰা নপৰিল। আকৌ সুধিলো, "কি নাম বুলি কলি?"

এইবাৰ অলপ জোৰ দি ক'লে, 'যুমকি'। হয়তো 'জমকি'। এটিও দাঁত নোহোৱা সোলা মুখত কিবা বেসুৰা হৈ যুমকি হয়। আৰু আগুৱাব নিবিচাৰিলো। নামটো এৰি মনটো জানিবলৈ হেঁপাহ হ'ল। সুধিলো, "তই পানী বিচাৰি মোৰ ওচৰলৈ আহিলি কিয়? সেই বঙলাৰ মুখত দেখোন তই খৰি বুটলিছিলি। তাত নোসোমালি কিয়? তাত দেখোন এজনী জানানাও আছিল?"

তাই থমকি ৰ'ল। মোৰ ভৰিৰ পৰা মূৰলৈকে এবাৰ চালে। মুখেদি একো নামাতি মোৰফালে চাই নিজৰ কাপোৰখন দেখুৱালে। তাইৰ ইঙ্গিত মই বুজিব নোৱাৰিলো। আকৌ সেই প্ৰশ্নকে সুধিলো।

"ধুতি পৰা বাবুবোৰ ভয় নালাগে। পটলুং পিন্ধা চাহাব ভয় লাগে।" তাই ক'লে।

তাইৰ মনৰ কথা বুজিব পাৰি মোৰ হাঁহি উঠিল। বৰকৈ হাঁহিলো। এই হাঁহি সংক্ৰামক হ'ল। তায়ো হাঁহিলে। আচৰিত হ'লো তায়ো হাঁহিব পাৰে। কিবা ভাল লাগি গ'ল। তাইৰ সৰলতাত ভোল গ'লো। বৰ আপোন আপোন লাগিল।

তাই মোৰফালে চাই ক'লে, "এটা বস্তু দিবি?"

"কি? কি লাগে ক। দিম।"

"দাৰু বাবু?"

মোৰ খং উঠিল। এনেদৰে লাই পোৱা দেখি। অলপ খঙেৰেই ক'লো, "দাৰু খাই খাই তোৰ মৰদটো মৰিল। ল'ৰাটো পলাল। তথাপি দাৰু বিচাৰিছ?

মোক দাৰু খোৱা মানুহ বুলি ভাবিছনেকি?"

তাই মোৰ খং দেখি থমকি গ'ল। অতি বিনয়েৰে চকুপানী টুকি ক'লে, "ল'ৰাটোৰ জ্বৰ আছিল বাবু। দুই-তিনিদিন জ্বৰ চাবা নাই। জ্বৰৰ দাৰু বিচাৰিছো বাবু।"

"দৰৱ লাগে?"

"হয় বাবু।"

মনটো মৰি গ'ল। তাইক এনেয়ে বকিলো। তাই খাই মৰা দাৰু বিচৰা নাই, খাই জীয়া দৰৱ বিচাৰিছে। সেয়ে তাইক বুজালো, "মই ডাক্টৰ নহয় নহয়। মই ক'ত দৰৱ পাম। ডাক্টৰখানা আছে নহয়। ল'ৰাটো আনি তাত দেখুৱাবি। ভাল ভাল দৰৱ দিব। জ্বৰ এৰি যাব।"

"নিদিয়ে বাবু। এই ডাক্তৰখানাত আমাক দৰৱ নিদিয়ে। এইয়া চাহাবলোকৰ ডাক্তৰখানা। কোম্পানীৰ চাহাবকহে দিয়ে। আমাক নিদিয়ে।"

মোৰ মনটো গুজৰি উঠিল। দৰৱ দিয়াৰ ক্ষেত্ৰতো ভাগ ভাগ। কিন্তু উপায় কি? তথাপি মন পাতলাই ক'লো, "আন ডাক্তৰ আছে নহয়। সকলোকে দৰৱ দিয়া ডাক্তৰ। নাই জানো?"

"আছে বাবু। এজন ডাক্তৰ আছে। গুৰি দৰৱ দিয়ে। কিন্তু বহুত টকা লাগে। এবাৰ বহুৰ অসুখ হ'ল। পেটৰ বিষ। ডাক্তৰ হাকাই দেখুৱালো। দৰৱ দিলে। পোন্ধৰ টকা নিলে বাবু। দুদিনমান ভালে থাকে, আকৌ বিষ বেছি হ'ল। এইবাৰো টকা বিচাৰিলে। পোন্ধৰ টকা। টকা নাই বাবু। মাইকী ছাগলী এজনী আছিল। দৰৱৰ দাম বুলি সেইজনীকে দি দিলো। পিছে ডাক্তৰে নেৰে বাবু। এতিয়াও লগ পালে, টকাখিনি নিদিলি বুলি মাগি থাকে। ভাত খাব পইছা নাই, দৰৱ খুৱাব ক'ত পইছা পাম বাবু!"

তাইক অলপ ধন দি সহায় কৰিবলৈ মন গ'ল। তাইক তাতে ৰ'বলৈ কৈ ভিতৰত সোমালো। পিছে মনত পৰিল। আহিয়েই মোৰ হাতৰ বাহি ধনখিনি মাইনুক থবলৈ দিলো। তাইৰ আলমাৰিত সুমুৱাই থলে। এতিয়াতো মোৰ হাতত চাবি নাই। জেপত হাত ভৰাই চালো। নাই। দুটকীয়া নোট এখন আৰু কেইটামান ভঙনীয়া পইছাহে আছে। তাইতো খোজা নাই। তাইক ভিক্ষাৰীৰ দৰে ব্যৱহাৰ কৰিবলৈ মন নগ'ল। তাই হয়তো বেয়া পাব। নহয়। মন সামৰিলো। ৰান্ধনি-কোঠালৈ গ'লো। অ', এটা সক প্লাইচ ব্ৰেডৰ পেকেট আছে। সেইটোকে লৈ উভতিলো। পেকেটতো তাইক দি ক'লো, "তাৰ যদি ৰাতি জ্বৰ থাকে ভাত নিদিবি। অলপ গৰম পানীৰে ইয়াৰ দুচকলামান খুৱাই দিবি। বেছি হ'লে আহিবি। ডাক্তৰখানাত দেখুৱাম।"

তাই হাত পাতি ল'লে। যাবলৈ উঠিল। মই লগতে আগ বাঢ়ি গ'লো।

লোহাৰ জপনাখন খুলি দি তাইক বিদায় দিলো। লনত নামি ঘূৰা-ঘূৰি কৰিছো। কুকুৰে ভুকা শুনিলো। ঘূৰি চাই দেখো বঙলামুখ পাওঁতে বিলাতি কুকুৰটোৱে ভুকিছে। তাই মূৰত বোজাটো লৈ ভয়ত বেগাই লৰিছে। কেঁকুৰিটো পাৰ হ'ল। তাইক নেদেখা হ'লো।

পিছদিনা গুৱাহাটীলৈ উভতিম। গধূলিৰ বাছেৰে। সেইমতে টিকটো কিনালো। তেতিয়া প্ৰায় পুৱা এঘাৰ বাজিবৰ হৈছে। মই দুই-এপদকৈ মোৰ বস্তুবোৰ সামৰিছো। ঘৰত তেতিয়া সেই আগৰ পৰিবেশ। মই অকলে। বাহিৰত কোনোবাই মতা যেন শুনিলো। সাধাৰণতে ইয়াত মানুহে চিঞৰি নামাতে। কলিং বেল্‌ বা দুৱাৰত টকৰিয়ায়। ওলাই আহি চাওঁ, যুম্‌কি। ভয়ত গাটো শিয়ঁৰি উঠিল। ল'ৰাটোৰ অসুখ বেছি হ'লনেকি? তাই মুখ মেলিবলৈ নৌ-পাওঁতেই সুধিলো, "নাতিনী কি ৰকম আছে? জ্বৰ কমিছেনে?"

"চাৰিছে বাবু। জ্বৰ চাৰি গৈছে। বহুৱে কালি জাপ জৰাই আনিলে। বৰডুবিৰ পৰা। সাধু বাবা আছেনা। তাৰ পৰা। গধূলি বান্ধি দিলে। ৰাতি মাজমানৰ পৰা তাৰ জ্বৰ চাৰি গ'ল। এতিয়া উঠি বহিছে। ভাত খাব বিচাৰিছে।" এইবুলি তাই এটি মন চুই যোৱা হাঁহি মাৰিলে। মোৰ মনটো ভাল লাগি গ'ল। যোৱাৰ আগতে তেওঁ তাইৰ এই ভাল খবৰটো পাই গ'লো।

সুধিলো, "খৰি নিব আহিলি?"

"নাই বাবু। আজি বজাৰ কৰিম। বহুৱে কালি তন্‌খা পাইছে। বজাৰ কৰিম।" এইবুলি তাই থমকি ৰ'ল। অলপ ইতস্ততঃ কৰি তাই সুধিলে, "এটা বস্তু আছে, লবি।"

"কি?"

তাই তাইৰ মলিয়ন কাপোৰেৰে আলফুলকৈ বান্ধি অনা এটি ঔ টেঙা উলিয়ালে। মোৰফালে আগ বঢ়াই দি সুধিলে, "খাবি?"

মোৰ ঔ-টেঙা খাবৰ আৰু সময় নাই। মোৰ দুপৰীয়াৰ সাজ সজাই থৈ নানী ইতিমধ্যে ঘৰলৈ গ'ল। গধূলি চাৰে ছয় বজাত বাছ এৰিব। এতেকে ছয় নৌ বাজোতেই ঘৰ এৰিম। তথাপি, "বৰ ভাল বস্তু আনিছ অ" বুলি শলাগি ঔ-টেঙাটো হাত পাতি ল'লো। সুধিলো, "কিমান দাম লবি?"তাই 'ইস্' কৈ মুখ জোঁকাৰিলে—"নাই বাবু মাগনা দিছো। তোলৈ বুলি আনিছো। দাম নালাগে বাবু।"

"চাহ খাবি?"

"নালাগে বাবু। বজাৰ কৰি যাব লাগে। চাউল আৰু ডাল নিব লাগে। আজি বহুও কামত নাযায়। আজি চাৰিও একেলগে খানা খাম। ল'ৰাটোৱে 'দাল খাম দাল খাম' বুলি পুৱাৰে পৰা চিঞৰি আছে। মই

যেৰ আহিম দে।" বুলি তাই লৰালৰিকৈ গ'লগে।

মই ঔ-টেঙাটো নি ৰান্ধনি-কোঠাৰ এচুকত পেলাই থ'লো।

গধূলি ছয় বজাৰ আগে আগে বাছ-ষ্টেগুলৈ যাবলৈ ওলালো। জী-জোঁৱাইহঁতে গাড়ীত বস্তু তুলি দিছেগৈ। নাতি-নাতিনীহঁতো ওলাইছে। মোক থৈ আহিবগৈ। মই নানীক মাত দিবলৈ ৰান্ধনি-কোঠাত ভুমুকি মাৰিলো। নানী নাই। পিছ-দুৱাৰেদি ওলাই তায়ো পদূলিমুখ পাইছেগৈ।

ৰান্ধনি-কোঠাৰ এচুকত পৰি থকা ঔ-টেঙাটো চকুত পৰিল। যুমকিৰ মৰমৰ উপহাৰ। মৰমক উপেক্ষা কৰা সহজ নহয়। সেইটো তুলি মোৰ হাতমোনাটোত ভৰাই ল'লো।

গাড়ী এৰিলে—সময়মতে বাছো এৰিলে। ঔ-টেঙাটো লৈ মই গুৱাহাটী ওলালোহি।

# কুতুবুদ্দিন

"ছাব, তাক পঠাই মনটো ভালো লাগিছে—বেয়াও লাগিছে। সি বৰ অজলা । কোনোবা চয়তানৰ হাতত পৰিলে, সি ফচ্‌কি যাব।"

দাস বংশৰ প্ৰথম ৰজা দিল্লীৰ চুলতান কুতুবুদ্দিন নহয়—বাইহাটা চাৰিআলিৰ কুতুবুদ্দিনৰ কথাহে কৈছো। স্কুলীয়া পাঠ্য-পুথিত তাহানিতে কুতুবুদ্দিনৰ ৰাজত্বৰ কথা পঢ়িছিলো, সঁচা। কিন্তু তেওঁৰ ব্যক্তিগত চৰিত্ৰৰ বিষয়ে মোৰ জ্ঞান তেনেই সীমিত। কিন্তু বাইহাটা চাৰিআলিৰ পিয়লী খাটা গাঁৱৰ এই কুতুবুদ্দিন ওৰফে কুতুবক মই বছৰৰ বহু মাহ বহু দিন ধৰি একেলগে পাইছো। কুতুবৰ চলন-ফুৰণ আৰু ব্যৱহাৰ নিচেই ওচৰৰ পৰা মই অতি সূক্ষ্মভাৱে লক্ষ্য কৰি চাইছো।

দাৰিদ্ৰ্যৰ হেঁচাত কুতুবৰ কামিহাড় প্ৰায় বেঁকা পৰা। কিন্তু বিপদত পৰা মানুহক সহায় কৰিবলৈ কুতুব সদায় সকলো সময়তে সাজু। নিজৰ আৰ্জনৰ পথ নাই। কিন্তু দুপইছা হাতত পৰিলে চাৰি পইছা খৰচ কৰিবৰ মন। নিজৰ সমাজত অৱহেলিত হোৱাৰ কাৰণে সমাজলৈ কিবা এটা যেন ঘৃণাৰ ভাব। সি যেন ঘৰে-বাহিৰে প্ৰতাৰিত।

কুতুব দেখাত ৰুক্ষ, অল্পভাষী। যি দুই-এষাৰ কথা কয় সিও বৰ হুটা আৰু কৰ্কশ। কথাবোৰ শিলত ঘঁহনি খাই ওলোৱা যেন।

কুতুবৰ এজন সৰু ভায়েক আছিল। ভায়েকৰ প্ৰতি মৰম তাৰ পিতৃৰ মৰমৰ নিচিনা। সি নাখাই ভায়েকক খুৱাইছিল, নিপিন্ধি ভায়েকক পিন্ধাইছিল। বৰ আশা কৰি ভায়েকক পঢ়ুৱাইছিল। ভায়েকে প্ৰৱেশিকা পৰীক্ষা পাছ কৰিবৰ দিনা কুতুবৰ আনন্দ চাই কোনে! সি যেন লঙ্কা জয় কৰিলে। অলপ দিনৰ ভিতৰতে ভায়েকে এটি চৰকাৰী চাকৰি পালে—পশু-চিকিৎসা বিভাগত। পোনতে কিছুদিন শিলচৰত "ট্ৰেইনিং" লোৱাৰ পিছত সি ধুবুৰীত নিগাজিকৈ নিয়োগ হ'ল।

এদিন মুখত এমোকোৰা হাঁহি লৈ কুতুব মোৰ ঘৰ ওলালহি। তাৰ নতুন সাজ-পাৰ। আতৰৰ গোন্ধে মলমলাই আছে। ৰঙা ৰুমাল এখনে দেখা-নেদেখাকৈ চোলাৰ আঁৰৰ পৰা ভুমুকি মাৰি কুতুবৰ ৰঙীন মনৰ চিনাকি দিছে। সঁচাকৈয়ে কুতুবক সেইদিনা বৰ সুন্দৰ দেখাইছিল।

মই "ক'ৰ পৰা আহিলা" বুলি সুধিলো। কুতুবে হাঁহি মাৰি ক'লে, "আজি ভাইজানক ধুবুৰীলৈ পঠালো ছাৰ। এইমাত্ৰ গাড়ীত তুলি দি আহিলো ছাৰ।"

ময়ো "বৰ ভাল কৰিলা" বুলি শলাগিলো। কুতুবে আকৌ কিছুমান প্ৰশ্ন কৰিলে—ধুবুৰী ঠাইখন কেনেকুৱা, তাৰ মানুহবোৰ কেনে, বস্তু-বাহানি পাই নে নাপায়? ইত্যাদি—

"বৰ ভাল ঠাই। স্বাস্থ্যৰ কাৰণেও বৰ ভাল। বস্তু-পাতিৰ দামো সস্তা। মাছ, মাংস, গাখীৰেৰে ভৰপূৰ" বুলি মই সমিধান দিলো।

কুতুবে অলপ সময় টলকা মাৰি নিজেই ক'বলৈ ধৰিলে, "ছাৰ! তাক পঠাই মনটো ভালো লাগিছে বেয়াও লাগিছে। সি বৰ অজলা। কোনোবা চয়তানৰ হাতত পৰিলে সি 'ফচ্‌কি' যাব। চৰকাৰী চাকৰিত সোমাল যেতিয়া সিতো হুকুমমতে গোটেই দুনীয়াখনেই ঘূৰিব লাগিব। চৰকাৰী চাকৰি কৰা মানুহ আমাৰ বংশতে নাছিল ছাৰ। আপুনি কিন্তু এইটো বৰ ডাঙৰ কাম কৰি দিলে ছাৰ। মই এই উপকাৰ কেতিয়াও নাপাহৰো।" এইবুলি কুতুবে বিদায়-ল'লে।

দুই-চাৰিমাহ অলপ ধন পঠিওৱাৰ পিছত ভায়েকে আৰু তালৈ চিঠি দিবলৈকো পাহৰিলে। সি নিতৌ চিঠিৰ কাৰণে বাট চাই চাই হতাশ হ'ল। শেষত বাতৰি পালে ধুবুৰীৰ কাষৰ চৰ অঞ্চলৰ এজনী চকুৱা বঙালী ছোৱালী বিয়া কৰাই সি সংসাৰ পাতিছে। কুতুবক ভায়েকৰ কথা সোধাত "সি বেইমানে খানদানী নষ্ট কৰিলে" বুলি ভগত হুমুনিয়াহ পেলালে। এইদৰেই দুবছৰ পাৰ হ'ল। ভায়েকৰ আৰু কোনো খবৰ নাই। ভায়েকে এৰিলেও কুতুবে যেন ভায়েকক এৰিবলৈ টান পালে। সি গুৱাহাটীৰ ঘাই অফিচত খবৰ

লৈ জানিব পাৰিলে যে ভায়েকৰ যক্ষ্মাৰোগ হৈছে। বহু দিন ছুটীত আছে। কুতুব থিৰেৰে থাকিব নোৱাৰিলে। সি বাপতি-সাহোন, সম্পদ বিক্ৰী কৰি ধুবুৰী পালেগৈ। চিকিৎসাৰ কাৰণে তাক গুৱাহাটীলৈ লৈ আহিল। কিন্তু ৰোগ পুৰণি হৈছে। কেইদিনমানৰ পিছতে সি মৰি থাকিল। কুতুবৰ দৰদী হিয়া ভাঙি চূৰমাৰ হৈ গ'ল।

কুতুবক মই নাটকীয়ভাৱে লগ পাইছিলো। এদিন দুপৰীয়া। 'নিউ ইয়ৰ্ক'ত। আমেৰিকাৰ নিউ-ইয়ৰ্ক নহয়। বাইহাটা চাৰিআলিৰ 'নিউ-ইয়ৰ্ক'ত। অৰ্থাৎ বাইহাটা চাৰিআলিৰ সেই নামৰ এখন সৰু দোকানত। ১৯৬৭ চনৰ নিৰ্বাচনৰ সময়ত। সেই নিৰ্বাচনত হেম বৰুৱা লোকসভালৈ আৰু মই কমলপুৰ সমষ্টিৰ পৰা বিধান সভালৈ প্ৰজা ছচিয়েলিষ্ট দলৰ প্ৰাৰ্থী আছিলো। মনোনয়ন দিয়াৰ আগতে এদিন আমি দুয়ো কমলপুৰৰ বিভিন্ন অঞ্চললৈ ৰাইজৰ মনোভাৱ বুজ লোৱাৰ উদ্দেশ্যে দিনটো ঘূৰি ঘূৰি চাৰিআলিৰ চকত বহিছিলো। ৰাইজৰ মনোভাব দেখি আমি বৰ উৎসাহিত হৈছিলো। মনোনয়ন হৈ গ'ল। নিৰ্বাচনৰ প্ৰচাৰ আৰম্ভ হ'ল। চাৰিআলিলৈ গ'লো কেইজনমান ল'ৰা বিচাৰি প্ৰচাৰৰ কাৰণে। ভাৰতৰ ধৰ্ম-নিৰপেক্ষ নীতিৰ কথা মানি লৈও ভোট বিচাৰিবৰ সময়ত জাতি-কুল বিচাৰ কৰাটোৰ কথা নিশ্চয় সকলোৱে মানি ল'ব। ভোটৰ সময়ত যি জাতি যি কুলৰ বসতি-স্থানলৈ যোৱা হয়, সততে সেই জাতি-কুলৰ মানুহ লগত লৈহে যোৱাৰ নিয়ম বা প্ৰথা আজিও অন্যায়ভাৱে চলি আছে। দলৰ নীতি বা ইস্তাহাৰ চাই ভোট খোজাও নহয়—সততে দিয়াও নহয়। এইবোৰ ৰাজহুৱা সভা আৰু বক্তৃতাতেই সীমাবদ্ধ। আমিও ইয়াৰ ব্যতিক্ৰম নাছিলো। আমি একে সম্থাকে অনুসৰণ কৰিছিলো। কমলপুৰ সমষ্টিত মান্দাকাটা, শিমেলীবাৰী, বাধাকুছি, শুক্তাগুৰি আদি গাঁও মুছলমান সম্প্ৰদায়ৰ বসতি। গাঁওবোৰ বেছ ঘন। আমি এইবোৰ অঞ্চললৈ চাৰিআলিৰ পৰাই দুই-চাৰিজন ডেকা ল'ৰা লগত নিয়াৰ আশা পুহিছিলো। কিন্তু আমাৰ পক্ষে এওঁলোকৰ ভাল সমৰ্থন থকা সত্ত্বেও দেখা-দেখিকৈ প্ৰচাৰৰ গাড়ীত উঠি ফুৰিবলৈ যেন সংকোচ কৰে। দুই-এদিন এই প্ৰচেষ্টাত বিফল হ'লো। মই আমাৰ বিশ্বাসী কৰ্মী হুছেইন খণ্ডাকাৰৰ লগত এই বিষয়ে গুপুতে আলোচনা কৰিলো। এই কথা কুতুবে আলেঙে আলেঙে থাকি লক্ষ্য কৰিছিল। তেওঁ আহি মোক ক'লে, "ছাৰ! মই আপোনাৰ লগত যাব খোজো। মই বক্তৃতা দিব নোৱাৰো। কিন্তু পষ্টাৰ মাৰিব পাৰিম। ভোটৰ কাগজ বিলি কৰি দিব পাৰিম। মান্দাকাটা, শিমেলীবাৰী আদি ঠাইত আমাৰ বহুতো আত্মীয়ও আছে।" মই কুতুবৰ কথাত মান্তি হ'লো।

সিদিনাৰ পৰা কুতুব মোৰ নিৰ্বাচনৰ কামছোৱাত প্ৰায় নিত্য-সহচৰ

হৈ পৰিল। বাটত কুতুবৰ কথাবোৰ বেছ উপভোগ্য। কোন বেইমান কোন মেহ্মান—কাক বিশ্বাস কৰিব পাৰি এইবোৰ সকলো কথাতে কুতুবৰ এটা নিজা নিজস্ব সুকীয়া মত আছে।

নিৰ্বাচন হৈ গ'ল। হেম বৰুৱা আৰু মই দুয়োজন নিৰ্বাচিত হ'লো।

এদিন 'পিয়লী খাটা'ৰ কেইজনমান মুখিয়াল লোক আহি আমাক (হেম বৰুৱা আৰু মোক) সম্বৰ্দ্ধনা জনাবলৈ দিন-বাৰ বিচাৰিলে। বৰুৱাৰে আলোচনা কৰি এটি নিৰ্দ্ধাৰণ কৰি জনালো। দিন-বাৰ ঠিক হ'ল। সভাৰ দুই-চাৰি দিনমান আগতে আকৌ ৰাইজৰে এজন আহি ক'লেহি, "সিদিনা ৰাইজে দুয়োজনৰে দুপৰীয়াৰ সাজ আয়োজন কৰিছে", এতেকে আমি সেইমতে বাৰমান বজাতে পোৱাকৈ যাব লাগে। সন্মতি দিলো।

পিছদিনা গধূলি ঘৰতে বহি আছো। হেঁপাই-ফোঁপাই কুতুব আহি ওলালহি।

"কি হ'ল কুতুব?" মই সুধিলো।

"ছাৰ! আমাৰ গাঁৱলৈকে যাব যেতিয়া সেইদিনাৰ দুপৰীয়াৰ সাজ মোৰ তাতে খাব লাগিব।"

মই ক'লো, যে ৰাইজক মই কথা দি পঠালো। দুপৰীয়াৰ সাজ তেওঁলোকেই যোগাৰ কৰিব।

"সেইটো হ'ব নোৱাৰে ছাৰ। আমাৰ গাঁৱলৈ গৈ মোৰ তাত নাখালে মোৰ ইজ্জৎ নাথাকে। মোৰ তাত খাব লাগিব।"

মই ক'লো, "আমি যে কথা দিলো।"

"দিলেও ছাৰ এইটো হ'ব নোৱাৰে। আপুনি আৰু বৰুৱা ছাৰে সিদিনা মোৰ তাত খাব লাগিব।"

মই বহুত বুজালো। কিন্তু কুতুব একোতেই মান্তি নহয়। তেওঁৰ তাত নাখালে তেওঁৰ ইজ্জৎ নাথাকে বুলি দঢ়াই দঢ়াই ক'বলৈ ধৰিলে।

মই নিৰুপায় হ'লো। কুতুবৰ কথা এৰাব নোৱাৰি শ্ৰীখণ্ডকাৰলৈ এখন চিঠি লিখি পঠিয়ালো। সভাৰ দিনা দুপৰীয়াৰ সাজ ৰাইজে আমালৈ যোগাৰ কৰিব নালাগে বুলি। সভাৰ পিছত চাহকে পাৰে যদি যোগাৰ কৰিবলৈ ক'ব ক'লো।

কথামতেই কাম হ'ল। সভাৰ দিনা সময়মতে গৈ বৰুৱা আৰু মই কুতুবৰ ঘৰতে পোনে পোনে নামিলোগৈ।

কুতুবৰ সৰু ঘৰটি বৰ নিকাকৈ সাৰি-মচি থৈছে। এখন সৰু খাটত ভাল বিছনা-ঢকা এখনেৰে নিয়াৰিকৈ পাৰি ফুলাম গাৰু আদিৰে যতনাই থৈছে। মেজত বেজিৰ কাম কৰা মেজঢকা এখনেৰে ঢাকি ধুনীয়াকৈ থৈছে।

দুপৰীয়াৰ সাজ তাতেই খালো। ৰন্ধা-বঢ়া আৰু পৰিবেশন সুন্দৰ হৈছিল।

কুতুবৰ ৰুচি আৰু নজৰ দুয়োটাই আছে বুলি বৰুৱাই প্ৰশংসাও কৰিলে। ময়ো শলাগিলো।

আবেলি সভা বহিল। সভা শেষ হ'ল। আমি ঘৰলৈ উভতিলো।

বহুদিনলৈ আমি কুতুবৰে এৰা-এৰি হ'লো। বৰুৱা দিল্লী পালেগৈ—মই শ্বিলং পাহাৰত উঠিলোগৈ। প্ৰায় এমাহ কাল শ্বিলঙত কটাই ঘৰলৈ উভতিলো।

ঘৰৰ পৰা প্ৰায়েই সমষ্টিলৈ যাওঁ। চাৰিআলি উত্তৰ কামৰূপৰ নংপু। সমষ্টিৰ প্ৰায়বোৰ গাঁৱলৈ যাওঁতে চাৰিআলি হৈ যাব লাগে। কেইবাদিনো চাৰিআলিত নামিছো কিন্তু কুতুবক দেখা নাপাওঁ।

মান্দাকাটাৰ ৰাইজে এখন সভা আহ্বান কৰিছে। বৰুৱাৰ দিন-বাৰ নিমিলিল। দিল্লীৰ পৰা অহা নাই। মই খগুকাৰলৈ চিঠি দিলো। সময়মতে ওলাই থাকিবলৈ আৰু কুতুবকো তেওঁৰ লগতে সাজু কৰি ৰাখিবলৈ। একেলগে মান্দাকাটাৰ সভালৈ যাম।

সময়মতে চাৰিআলি ওলালোগৈ। খগুকাৰ সাজু হৈ আছে—কিন্তু কুতুব নাই।

"কুতুব ক'ত?" সুধিলো।

"তাৰ গা ভাল নহয়। সি নাযায়।" খগুকাৰে থোৰতে উত্তৰ দিলে। আমি মান্দাকাটালৈ ৰাওনা হ'লো। লগত খগুকাৰ আৰু আমাৰ পুৰণি কৰ্মী শ্ৰীথানেশ্বৰ ডেকা।

সভা শেষ কৰি উভতিছো। বাটত খগুকাৰক ক'লো, "কুতুবে নিৰ্বাচনত দিনে ৰাতি খাটিলে। পষ্টাৰ ফালে বুলি সি ওৰে ৰাতি পহৰা দি ফুৰে। দিনততো সদায় ঘূৰিয়েই ফুৰে। তাৰ অসুখ যদি এবাৰ ডাক্তৰক দেখুৱাব লাগে।"

খগুকাৰে তেতিয়া ক'লে, "তাৰ অসুখ নহয়। আপোনালোকে তাৰ তাত ভাত খাব বুলি কৈ পঠিয়ালে—সি হঠাতে যোগাৰ কৰে কেনেকৈ? এখন দোকানৰ পৰা কৈ মেলি মুৰ্গী, কণী, জহা চাউল আদি বাকী কৰি নিলে। এতিয়া বাকী দিব পৰা নাই। চাৰিআলিলৈ আহিলে বাকী সাধে বুলি ইয়ালৈ আহিবকে এৰিছে। যোগাৰ কৰিব পাৰিলেই সি বাকী শোধ কৰিব। তেতিয়াহে আকৌ চাৰিআলিলৈ আহিব।"

মই কিমান বাকী কৰিছে সুধিলো।

খগুকাৰে বেছি নহয় পোন্ধৰ-ষোল্ল টকামান হ'ব বুলি ক'লে।

"তুমি তাৰ হৈ ধাৰখিনি মাৰি নিদিলা কিয়?"

"অ' মোক বাটৰ কচু গাত ঘঁহি ল'বলৈ কৈছেনে? সি মোক সুধাই এৰিবনে?"

"কিয় ?"

"তাৰ ইজ্জৎ নষ্ট কৰিলো বুলি।"

'নিউ-ইৰ্য়ক'ত বহি মই দোকানীজনক মতাই আনিলো। কুতুবৰ কিমান বাকী পৰি আছে সুধিলো। দোকানীয়ে ষোল্ল টকা বুলি ক'লে। মই মোৰ পৰা টকাখিনি দোকানীক সোধাই দিলো।

খগুকাৰক বাকী সোধ কৰাৰ কথা কুতুবক জনাই দিবলৈ কৈ মই গুৱাহাটীলৈ উভতিলো।

এসপ্তাহমান পিছত মই আকৌ সমষ্টিলৈ গ'লো। চাৰিআলিত সোমাই কুতুব এতিয়া আছে নে নাহে সুধিলো। খগুকাৰে তাক কথাটো জনোৱাই নাই বুলি ক'লে। কাৰণ সোধাত খগুকাৰে তাৰ ইজ্জৎ নষ্ট হ'ব বুলি কথাটো ক'বলৈ তেওঁৰ সাহস নহয় বুলি ক'লে। মই আচৰিত হ'লো। ই আকৌ কি ইজ্জতৰ কথা!

"ওলোৱা, তাৰ ঘৰলৈকে যাওঁ" বুলি খগুকাৰক লৈ কুতুবৰ ঘৰ ওলালোহি।

কুতুব ঘৰতে আছিল। মই তাক চাৰিআলিলৈ নিব বিচাৰিলো। কুতুব কিন্তু মান্তি নহ'ল। পিছত মোৰ গুৱাহাটীৰ ঘৰলৈকে আহিব বুলি কথা দিলে। মই ক'লো, "চাৰিআলিলৈ নোযোৱা কিয় ? ব'লা একো নহয় মই তোমাৰ বাকীখিনি দোকানীক সোধাই দিছো।"

মুহূৰ্ততে যে কি হৈ গ'ল! কুতুবৰ বুকুত যেন কোনোবাই এপাট চোকা শেল বহুৱাই দিলে। মুখখন বিকটাই বুকুত ধৰি কুতুবে হুৰাওৰাৱে কান্দিবলৈ ধৰিলে। মতা মানুহৰ এনে কান্দোন মই জীৱনত আগতে কেতিয়াও শুনা নাই। মই অস্থিৰ হৈ কুতুবক বহু ৰকমে বুজাবলৈ ধৰিলো। যিমানে বুজাওঁ সিমানে কুতুবৰ কান্দোন চৰিহে যায়।

খগুকাৰে বুজালে, "ছাৰে তোক সৰু ভায়েকৰ দৰে দেখে। তই সেইটোও নুবুজনে ?"

খগুকাৰৰ কথাত ভৰসা পাই মই ক'লো, "কুতুব, মই তোমাৰ দোকানীৰ ধাৰখিনিহে মাৰি দিছো। এতিয়া তোমাৰ ধাৰ মোৰ তাত। দোকানীৰ তাত ধাৰ থকাতকৈ মোৰ তাত ধাৰ থাকক। তুমি সময়মতে সোধ কৰিবা।"

কুতুব যেন অলপ ক্ষান্ত হ'ল। ইফালে বেলিও পৰি আহিছে—সেয়ে মই কুতুবৰ পৰা বিদায় ল'ব বিচাৰিলো। আমি কুতুবৰ ঘৰ এৰি নওলা-মুখ পালোহি। কুতুবো লগে লগে আহিল। কিন্তু অলপ পিছতে খগুকাৰৰ হাতত ধৰি তেওঁক ঘৰৰ ভিতৰলৈ লৈ গ'ল। মই চৰকাৰী আলিত ৰৈ থকা গাড়ীৰ ফালে লাহে লাহে আগ বাঢ়ি আহিলো। অলপ পিছত খগুকাৰ আৰু কুতুবো

আহি গাড়ীৰ ওচৰ পালেহি।

গাড়ীত মই উঠি বহিলো। খণ্ডকাৰ ড্ৰাইভাৰৰ কাষত বহিল।

কুতুবে গাড়ীৰ ভিতৰলৈ হাতখন আগ বঢ়াই দি ক'লে, "ছাৰ, এইখিনি লওক।"

"কি?"

"টকা।"

"কিয় তুমি লাজ দিব খুজিছানেকি?"

"নহয়, লৈ থওক।"

খণ্ডকাৰেও দোহাৰিলে।

মই টকাখিনি লৈ থ'লো।

"ছাৰ যাওকগৈ। দোষ নধৰিব। মই দুই-এদিনতে গুৱাহাটীলৈ গৈ আপোনাক লগ ধৰিম।"

খণ্ডকাৰক থবলৈ আকৌ চাৰিআলিলৈ গাড়ী ঘূৰাব ক'লো।

"কি কথাহে খণ্ডকাৰ?" মই সুধিলো।

"ছাৰ, সি মোৰ পৰা টকা যোল্লটা ল'লে আৰু ঘৰৰ পৰা এই পদ বস্তু আনি দিলে।" এইবুলি এপদ মূল্যবান বস্তু খণ্ডকাৰে দেখুৱালে।

মই অলপ বিৰক্তিৰে ক'লো, "তুমি ল'লা কিয়?"

"ছাৰ। নলৈ আৰু উপায় নাছিল। সি ক'লে, "গোটেই দুনীয়াই জানিলেও তাৰ কোনো আফচোচ্ নাছিল। আপুনি আৰু বৰুৱা ছাৰে কথাটো জনাতহে সি মৰি যোৱা যেন লাজ পাইছে। তাৰ মন আৰু দাৰিদ্ৰ্যৰ সদায় সংঘাত। তাক সময়মতে বুজাব পাৰিম।" খণ্ডকাৰক টকাকেইটা ঘূৰাই দি গুৱাহাটীলৈ উভতিলো।

ওৰে বাটে কুতুবৰ ইজ্জতৰ কথাই মোৰ মনত পৰি আছিল।

(১৯৬৭—৭০ চনৰ ডায়েৰীৰ পৰা)

# গেৰীবাই

"অ' তেন্তে বাপা কলিকতা গাছ। .....এখন কাপোৰ নিদিয় কিয়? মোক দিলে ধৰ্ম হ'ব।"

গেৰীবাই। গেৰীবাইৰ নিচিনা মানুহ আমাৰ এই অঞ্চলত নাছিল বুলিলেই হয়। অঞ্চল বোলোতে আমাৰ উজান বজাৰৰ কথাকে কৈছো। ৰাজবাৰী, লতাশিল, কুকুৰমূতা (চেনিকুঠী) আৰু শিলপুখুৰীক সামৰি আমাৰ উজান বজাৰ। এই সকলো চুবুৰিতে গেৰীবাইৰ সমানে আহ-যাহ আছিল। সকলোৰে চিনি-পায় আৰু সকলোৰে ঘৰতে সমানে বাহিৰ-ভিতৰ কৰিবৰ অধিকাৰ গেৰীবায়ে নিজেই আয়ত্ত কৰি লৈছিল।

চুটি-মুটি, কেটোৰ ক'লা, জপৰা-জপৰি চুলিৰে দেখাত আপচু হ'লেও গেৰীবাইৰ সকলোকে আকৰ্ষণ কৰিব পৰা শক্তি আছিল। গেৰীবাইৰ আচল মূলধন আছিল মুখৰ হাঁহিটো। এই হাঁহিটিৰেই গেৰীবায়ে লঙ্কা জয় কৰি ফুৰিছিল। গেৰীবায়ে নিজেই গৰ্ব কৰি কৈছিল, "মই ভাত নোখোৱা, গালি নোখোৱা পৰিয়াল এই অঞ্চলত নাই যা।" এই গৰ্ব কৰিও গেৰীবায়ে হাঁহে। হাঁহিৰ কাৰণেই গেৰীবায়ে বহুতৰে গালি খায়। কেটেৰা-জেঙেৰা শুনে। তথাপি হাঁহে। হাঁহিৰ খলকনি তোলে।

পুৱাই পাচিত অলপ সৰু মাছ লৈ গেৰীবাই ওলায়। মাছ লাগিবনে বুলি নিচিঞৰে—ঘৰে ঘৰে সোমাই নিজে জোৰ কৰি দি যায়। দাম-দৰৰ খিয়াল নাই। সকলোকে এমুঠি দিব পাৰিলেই ৰক্ষা। সঁচা, গেৰীবাইৰ এই ব্যৱসায়ো আনে কৰা ব্যৱসায়ৰ দৰে নহয়। ই কিবা ব্যতিক্ৰম। দাম সুধিলে মুখত যি আহে কিবা এটি কয়। কিন্তু লোৱাৰ সময়ত কিনোতাই বা গ্ৰাহকে যি দিয়ে তাকে লৈ থয়।

এবাৰ গেৰীবাইক সুধিছিলো, "বাই, তোৰ আজি কিমান লাভ হ'ল?"

গেৰীবায়ে ক'লে, "জানো নগঞাক ভাঙন পোৱালিকেইটাৰ কাৰণে কি দিব লাগে। বৰিয়লাখিনিৰ কাৰণে বা কাণ্ডাই কি লয়! মই ঘাটৰ পৰা মাছ নানো নহয়। সিহঁতৰ পাচিৰ পৰাই অলপ খুজি আনো। গধূলি সিহঁতৰ পাব লগাখিনি দি যি বয় মোৰ সেইখিনিয়েই লাভ।"

মাছৰ বিক্ৰীৰ ক্ষেত্ৰতো সেই একে কথা। গ্ৰাহকক কি লাগে সেইটো তাইৰ বিচাৰ্য নহয়। তাই কিমানখিনি দিব পাৰে সেইটোহে কথা। কেতিয়াবা

কোনোবাই আৰু এমুঠি দে বুলি ক'লে গেৰীবায়ে আথেবেথে কয়, "নধৰিবি, ভূঞাহঁতক দিবই আছে। সেইখিনি তেওঁলোকৰ কাৰণে থৈছো।" কেতিয়াবা আকৌ কাৰোবাক এমুঠি দিয়াৰ পিছত দুটামান মাছ লগাই দি কয়, "এইকেইটাও ল, টেঙা বান্ধিবি। মোৰ কাৰণেও ভাত থবি, দুপৰীয়া আহিম।"

গেৰীবাই অনাহুত অতিথি। প্ৰায় সকলো পৰিয়ালৰে। গেৰীবাই কাৰোবাৰ ঘৰলৈ গ'লে গৃহস্থই কিবা আনন্দ পায় নে নাপায় নাজানো। কিন্তু গেৰীবাই নাহিলে নহাৰ অভাৱ সকলো পৰিয়ালে সমানে অনুভৱ কৰে। আমাৰ সঠিক মনত পৰে খুৰীদেৱে কেতিয়াবা গেৰীবাই নাহিলে নিজকে নিজে কয়, "সেইজনী দেখোন আজি দুদিনো অহা নাই। ক'ৰবাত মৰিল-হজিল নেকি?" এয়া অকল আমাৰ খুৰীদেউৰে কথা নহয়, অঞ্চলৰ সকলো গৃহিণীৰে। গেৰীবায়ে সকলোৰে মনত সমানে সহৃদয়তাৰ ছাপ বহুৱাইছিল।

খুৰীদেউৰ ল'ৰা কুনকুন। গেৰীবাইক দেখিব নোৱাৰে। দুৱাৰ-মুখতে হেঙাৰ বান্ধে। 'ওলা-ওলা' বুলি বাহিৰ হৈ যাবলৈ কয়। কিন্তু গেৰীবায়ে তালৈ ভ্ৰূক্ষেপ নকৰে। হাঁহি হাঁহি সোমাই আহে। কয়, "আয়ে মই নাহিলে বেয়া পাব নহয়।" এইবুলি হাঁহি হাঁহি ভিতৰ সোমায়। কুনকুন ভাগৰিল। শেষত সিও নিৰস্ত হ'ল। আনকি গেৰীবাইক ভাল পোৱাও হ'ল।

গেৰীবাইক মোৰ ভাল লাগে। বায়ে ইমান হাঁহিব পাৰে কেনেকৈ? ফটাছিটা কাপোৰ পিন্ধি দিনটো ঘূৰি ফুৰিও বাইৰ ভাগৰ নালাগে। হাঁহে, নাচে, গীত গায়। গেৰীবাইৰ মুখত—'ইছিক্ দানা মিছিক্ দানা দানাৰ ওপৰ দানা' গীতটি সদায় শুনিও আমনি নলগা। ই মৰাৰ মুখতো হাঁহি বিবিঙোৱা। গেৰীবায়ে যেতিয়া এই গীত গাই কঁকাল ভাঙি নাচে—জীয়ৰী-বোৱাৰী সকলোৰে হাঁহিব জাউৰি তোলে। মোৰো ভাল লাগে—গেৰীবাই সঁচাকৈয়ে অনন্যা। কিবা 'বেয়া লাগি ভাল লগা।' এইজনী আমাৰ গেৰীবাই।

১৯৪১ চন। মই তেতিয়া শিক্ষকতা কৰো। সেইবাৰেই কলিকতাত ভূগোল শিক্ষা প্ৰশিক্ষণ লৈ উলটিছো। পূজাৰ বতৰ। আহি পোৱাৰ দুদিনমানৰ পিছত গেৰীবাইৰে ভেটাভেটি হ'লো। আমাৰ চোতালত। মোক দেখি হাঁহি মাৰি সুধিলে, "তই কলিকতাত কাম পালি?" খুৰীদেৱে ওপৰতে শুধৰালে, "নহয় অ, পঢ়িবলৈহে গৈছিল। কাম উত্তৰ গুৱাহাটীৰ স্কুলতহে কৰে।"

"অ, তেন্তে বাপা কলিকতা পাছ। ঐ বাপা পূজাত এখন কাপোৰ নিদিয় কিয়? মোক দিলে ধৰ্ম হ'ব।"

গেৰীবাইয়ে এই অনুৰোধ কৰিলে। এখন কুৰি লেচীয়া সূতাৰ চাদৰ কিনি আনিলো। কাষত নীলা আঁচৰ পাৰি থকা। দাম পৰিল পাঁচ আধলি। টোপোলা খুলি কাপোৰখন গেৰীবাইৰ হাতত দিলো।

গেৰীবায়ে চিঞৰি উঠিল, "অ আই, একেবাৰে নতুন চাদৰ দিছে। বাছা মই নতুন কাপোৰ নিপিন্ধো নহয়। মোক পুৰণি ফাটা-ছিটা কাপোৰ হ'লেই হয়। অ, আই, এইখন তই ল, মোক এখন তোৰ পুৰণি চাদৰ দে" বুলি খুৰীদেউক ক'লে। খুৰীদেৱে গেঙেৰি মাৰি উঠিল, "তোক দিয়া চাদৰখন মই কিয় ল'ম। যা—এইখন পূজাত পিন্ধি পূজা চাবলৈ যাবি।"

খুৰীদেউৰ কথা শুনি গেৰীবায়ে হাঁহি হাঁহি ক'লে, "ঐ আই মোৰ মতা গোসাঁই, মই এইখন পিন্ধি পূজা চাব যাম। ইচ্ সকলোৱে মোক ফিৰি ফিৰি চাব নহয়নে।" গেৰীবায়ে হাঁহিবলৈ ধৰিলে।

বহু দিন বহু বছৰ পাৰ হ'ল। বহুতো সলনি হ'ল। দ্বিতীয় যুদ্ধৰ বা লাগি—সমাজ, মানুহ, পৰিবেশ সকলো সলনি হ'ল। কিন্তু গেৰীবাই আগৰ দৰেই থাকিল। মুখত বুঢ়ী হোৱাৰ ছাব পৰিলেও—মনত সেই তাহানিৰ গেৰীবাইজনী হৈয়ে থাকিল।

কাকো আমনি নকৰাকৈ, কাকো নকন্দুৱাকৈ গেৰীবাই মৰিল। ১৯৬০ চনৰ এটি সন্ধিয়া। আমাৰ সেই নৱগ্ৰহ শ্মশানতে গেৰীবাইৰ সৎকাৰ হ'ল। সেই শৱদেহ সৎকাৰৰ সময়ত মুষ্টিমেয় দুই-চাৰিজনৰ ভিতৰত আছিল আমাৰ মোলানকাই। মোলানকায়েই কৈছিল, "এই বুঢ়ী কম নাছিল। তাইৰ জাপত কেইবাখনো মেখেলা আৰু ব্লাউজ চোলা জাপে জাপে বন্ধা আছিল। এখন নতুন চাদৰো আছিল। সেইখনেৰেই তাইৰ শটো ঢাকি শ্মশানলৈ লৈ গৈছিলো। ইমানবোৰ কাপোৰ থকা সত্ত্বেও তাই লেতেৰা কাপোৰ-কানি পিন্ধিয়েই কিয় মৰিল নুবুজিলো।"

"তাই বৰ মৰমিয়াল আছিল ককাই। তাইৰ সেই চাদৰখন আমাৰ ধনে দিছিল কাহানিবাই। তাই এতিয়াও সাঁচি ৰাখিছে।"

কাহিনীটো ইমানেই। সৰু কিন্তু ই মোৰ মনত গভীৰভাৱে ৰেখাপাত কৰি গৈছে। পূজা আহিলে সেয়ে মোৰ গেৰীবাইলৈ সদায় মনত পৰে।

গেৰীবাইক সিদিনা চাদৰ এখন দি অসীম তৃপ্তি লাভ কৰিছিলো। কিন্তু আজি দিবলৈ বহুতো আছে কিন্তু সেই কুৰিলেচীয়া চাদৰখনৰ দৰে চাদৰ ল'বলৈ কোনোবা আছে জানো?

সলনি হ'ল। সকলো সলনি হ'ল। মনবো, উপহাৰবো। দিওঁতা লওঁতাবো। চাদৰৰ আদৰ কমিল। শাৰীয়ে আগ শাৰী ল'লেহি। ইমানেই। আমি এতিয়া একুৰি এক শতাব্দীলৈ ঢাপলি মেলিছো। উজুটি খাই নপৰোতো?

# হীৰালাল

"আমি আটায়ে চিৰিয়া,......আমি হ'লো শগুণ, কাউৰী, বৰটোকোলা—আপোনালোক হ'ল—মইনা, মৈনা, কবুতৰ।"

হীৰালাল। হীৰালাল বাচফৰ। ছয়ামৰা চিনাকি। তথাপি কিন্তু মোৰ মনত কালনৈ বেখাপাত কৰি যোৱা এজন অসাধাৰণ সাধাৰণ বনুৱা। নিজৰ মতে সি হেনো 'হৰিজন'। তাৰ কথাই ক'ব বিচাৰিছো।

১৯৮১ চন। মাৰ্চ মাহ। গৰম পৰিছে। চ'তৰ আগ পয হ'লেও ই ফাগুনৰ স্বৰূপ এবাই যাব পৰা নাই! দুদিন একেবাহে বতাহ ম বছে। পচোৱা। ধূলিৰ ধুমুহাই গা চেকচেকোই মোকেই নহয় বহুতকে আমনি কৰিছে। সিদিনা বাবটো আছিল দেওবাৰ। যদিও আমাৰ কাৰণে দেওবাৰ, সোমবাৰ বা অন্য কোনো বাৰৰ একো পাৰ্থক্য বা বিশেষত্ব নাই। পুৱাৰ পৰাই বতাহ। দুৱাৰ-খিৰিকি বন্ধ কৰি ঘৰতে আছো। তেতিয়া প্ৰায় ন বাজি ত্ৰিশ মিনিটমান গৈছে। বাহিৰত কোনোবাই চিঞৰা শুনিলো, "ছাৰ, আছেনেকি?" ওলাই আহি দেখো দুজন অচিনাকি লোক। এজনৰ গাত এটি সাগৰ-নীলা কামিজ, আনটোৰ গাত এটি সাধাৰণ মুগা বৰণীয়া কামিজ চোলা। এজন ধুতি পিন্ধা, আনজনৰ পৰিধান হ'ল দীঘল পেণ্ট। সুধিলো, "কি লাগে?"

"ছাৰ, আপোনাৰ কিবা পানী যোৱা নলী মেৰামতি কৰিব আছে বুলি আমাক কৈছে। মহৰীয়ে। পৌৰ-নিগমৰ মহৰীয়ে।"

"অ' আছে। মোৰ তলেদি পানীযোৱা নলীত কিবা কেনা লাগিছে। তোমালোকে মেৰামতি কৰি দিব পাৰিবা জানো?"

"I Engineer, ই ৰাজমিস্ত্ৰি। আমি নোৱাৰিলে কোনে পাৰিব?" বুলি ধুতি আৰু সাগৰ-নীলা চোলা পিন্ধাজনে ক'লে। মানুহজন বুঢ়া নহ'লেও ডেকা নহয়। আদহীয়া। কিন্তু বৰ তজবজীয়া। কথাই কথাই ইংৰাজী কথা কৈ ৰং পায়। মুখত হাঁহিটো আছেই।

কামখিনি দেখুৱালো। 'পাৰিম' বুলি নিশ্চয় দি ক'লে।

দাম-দৰৰ কথা উঠিল। ক'লে, "আনৰ হ'লে নগদ এশ টকা ল'লো হয়, আপোনৰ ষাঠি (Sixty) টকা লম।

"কিয়? মোক কিয় কমাই ধৰিছা? কমাইছাই যেতিয়া আৰু কমাই ধৰা। পঞ্চাশ লোৱা।"

"Yes, Half Profit" বুলি হীৰালালে সঁহাৰি জনালে।

মই আকৌ সুধিলো, "মোক কিয় ইমান ৰেহাই দিলাহে?"

"কাৰণ আপুনি মোক দানা দিছিল ছাৰ।"

"তোমাক কেতিয়া ক'ত দানা দিছিলো?"

"ছাৰ, আপুনি মোক পৌৰসভাত (মিউনিচিপেলিটিত) কাম দিছিল। তেতিয়া আপুনি চেয়াৰমেন আছিল ছাৰ।"

"হয়নেকি? তোমাৰ নাম? কি কাম দিছিলো?"

"ছাব, মাই মৰি যোৱাত মোক Sanitary ত কাম দিছিল। আপোনাক মই সদায় মনত কৰো। আপোনাক আৰু সেন ছাবক (সৰোজ সেন)। এতিয়া মই এন. এফ. ৰেলৰ কৰ্মচাৰী। ফৰ্থ গ্ৰেড।"

"তোমাৰ নাম?"

"হীৰালাল বাচফৰ—A Harijan আৰু ইয়াৰ নাম দামু। ই ক'তো কাম নকৰে ছাব। কিন্তু আমাতকৈ বেছি কামাই। ইযাব ফুৰ্চত নাই। দিনে চল্লিছ-পঞ্চাছ কামাই।"

"এওঁ তেন্তে এজন সদাগৰ। ধনৰ অভাৱ নাই।"

"কিয় নহ'ব ছাব। সি সদায় বিলাতী দাৰু খায় ছাব। আমি খাওঁ দেশী।"

দুয়ো কামত লাগিল। মই আকৌ কামৰ থলীলৈ ওলাই আহিলো। এইবাব দেখিলো তাত হীৰালালহে আছে। নলীৰ বেমাৰ ধৰিছে। এতিয়া Operation হে বাকী। সকলোবোৰ খান্দি উলিয়াই হীৰালালে কলগছৰ ছাঁত বহি বিড়ি হুপি আছে।

মই দামুৰ কথা সুধিলো। ক'লে, "সি হাতিয়াৰ আনিবলৈ গৈছে। আৰু অলপ চিমেণ্ট লাগিব। সি চিমেণ্টো লৈ আহিব। আৰু পাঁচ টকা দিব লাগিব। চিমেণ্টৰ কাৰণে।"

মই কিন্তু পৰিস্থিতি দেখি কামটো যে হ'ব পতিয়ন যাব নোৱাৰিলো। তথাপি আশা এৰি দিব নোৱাৰিলো। ক'লো, "চিমেণ্ট মোৰ আছিল নহয়। মই দিলোহয়।"

"ছাৰ, আপোনাৰ বস্তা খুলি লোৱাতকৈ তাৰ খোলা বস্তাৰ পৰা লোৱাহে ভাল হ'ব।"

হীৰালালৰ লগত কথাৰে নোৱাৰি। প্ৰতি বাক্যত ইংৰাজী শব্দ বা ইংৰাজী ভাষাত কবিতা মাতে, "I am a poor blind boy." সুধিলো "তুমি ইংৰাজী ভাষা ক'ত শিকিলা?"

"মই unlucky ছাৰ। নহ'লে মই বহু পাছ কৰিব পাৰিলোহয়।"

কিন্তু হৰিজন-হৰিজন বুলি সি কপালত থপৰিয়াবলৈ ধৰিলে।

"কি হ'ল হে হীৰালাল, কোৱাচোন তুমি কি আনলাকি?"

"মই ছাৰ পঢ়িছিলো। ক্লাছ চিক্সলৈ প্ৰমোচন পালোহয় ছাৰ। কিন্তু নহ'ল। এই দাৰুয়েই মোৰ পঢ়া শেষ কৰি দিলে। আনলাকি ছাৰ, আনলাকি।"

'তিৰোতা শুৱনি হয় সতীত্ব গুণত, মানুহ পতন হয় সঙ্গ দোষত।' বুলি ভগা ভগা কবিতাৰ কলি আওৰালে। মোৰ কৌতূহল বাঢ়িল। হীৰালালক ভালকৈ জানিবৰ মন গ'ল। বাস্কিৰৰ কোঠাটোত বহুৱালো। সুধিলো তাৰ পঢ়াৰ কথা সুধিলো। সি নিয়াৰিকৈ কৈ গ'ল।

"ছাৰ মই কামৰূপ একাডেমীত পঢ়িছিলো। তেতিয়া হেডমাষ্টৰ গোলাপ চৌধুৰী। তেওঁ মোক খুউব মৰম কৰিছিল ছাৰ। কিন্তু হ'লে কি হ'ব, আনলাকি, আধাতে পঢ়া এৰিবলগীয়া হ'ল।"

"কিয়?"

"নিজৰ দোষত, ছাৰ। এদিন চাদি এখন আছিল ছাৰ। কলোনীত। আমাৰ কোৱাৰ্টাৰৰ গাতে লগা। পুৱা খানা-পিনা চলিছিল। তাতে ছাৰ দাৰুৰ ব্যৱস্থাও আছিল। মায়ে নিজে আনি দুঢোকমান খুৱাই স্কুললৈ পঠাই দিলে। গাটো ভাল লাগি গ'ল। শ্ৰেণীলৈ আহি কিবা নিশ্চয় নকৰিবলগীয়া কাম কৰিলো। লগৰ ল'ৰাই চেৰাপ খোৱা কথা শুনি ছাৰক লগাই দিলে। ছাৰে খুব বকিলে। ক্লাছৰ ল'ৰাৰ আগত খুউব বেতালে। মোক স্কুলৰ পৰা তেতিয়াই ওলাই যাবলৈ ক'লে। মই ছাৰ কান্দি কান্দি ওলাই আহিলো।" খুব আপচোচ হ'ল। কাণত ধৰিলো—আৰু জিন্দেগীত দাৰু নিপিওঁ। কিন্তু নোৱাৰিলো ছাৰ। প্ৰতিজ্ঞা ভঙ্গ হ'ল, Promise breakar shoe maker।" হীৰালালৰ বিশেষ আকৰ্ষণ হ'ল উদ্ধৃতি। সঘনে উদ্ধৃতি দিয়ে। ইংৰাজী, অসমীয়া পাঠ্যৰ কবিতা আওৰাই; কিছুমান খৰতকীয়াকৈ, কিছুমান ভগা ভগা পংক্তিৰে।

মই দামুৰ কাৰণে চিন্তিত হ'লো। সি আকৌ আহিব জানো। সেই মতেই মনৰ কথা ক'লো হীৰালালক।

হীৰালালে নিশ্চয় দি ক'লে, "আমি ছাৰ কৰিম বুলিছো যেতিয়া কৰিমেই। সি আহিব ছাৰ।"

মই ভিতৰ সোমাব খুজিছো। হীৰালালে মূৰ খজুৱাই থিয় হ'ল। ক'লে, "ছাৰ, অলপ পইছা দিয়ক। ভুখ্ লাগিছে, অলপ চাহ-নাস্তা খাই আহো।"

মই ঘৰতে কৰি দিওঁ বুলি ক'লো। সি নামানিলে। ক'লে, "নহয় ছাৰ, এটা বা দুটা টকা দিয়ক। আমাৰ পাওনাত কাটি ল'ব।" অগত্যা এবাৰ নোৱাৰি মই হীৰালালক টকা দুটা দিলো। সি টকা দুটা লৈ চাহ খাবলৈ গ'ল।

এক বাজিবৰ হৈছে। মই ভাত-পানী খাই আকৌ কামৰ অগ্ৰগতি চাবলৈ গ'লো। দেখিলো, ওচৰৰ মুকলি ঠাইখিনিত হীৰালাল শুই আছে। মুখত ৰ'দ আৰু মাখি পৰিছে,—মুখেদি যেন ওলোৱাৰ দৰে লালটি বৈ আছে। একেবাৰে টোপনি। মৰ-টোপনি। ওচৰলৈ গৈ বহুবাৰ মাতিলো। নাই—সাবসুব নাই। এছটা কামিৰে খুচি দিলো। হীৰালাল জাঁপ মাৰি উঠিল। মোক দেখি ভৰিত পৰি ক'লে, "ক্ষমা কৰিব ছাৰ, দাৰু খালো। নিচা লাগি গ'ল।"

মই ক'লো, "তুমি চাহ-নাস্তা খাম বুলিহে কৈছিলা? দাৰু কিয় খালা?"

"ছাৰ উপায় নাই। আপুনি একাষে এথাল ৰসগোল্লা, জিলাপী, কচৌৰী সজায় থওক—আৰু দূৰত এটা গাণ্ডা বটলত 'ফুলি' থওক। আমাক কওক—যোৱা যি যি ভাল পোৱা খোৱাগৈ। আমাৰ ভৰি ছাৰ বটলৰ ফালেহে দৌৰিব। থালৰ ফালে নাযায়।"

"কিয়?"

"অভ্যাস ছাৰ। আমি আটাযে চিৰিয়া। আপুনিও বা আপোনলোকো চিৰিয়া। একে। কিন্তু আমি হ'লো কাউৰী, শগুণ বৰটোকোলা; আপোনালোক হ'ল মইনা, মৈৰা, কবুতৰ। আমি গাণ্ডাৰ ফালে যাওঁ, তাতেই আমাৰ চকু। আমি গাণ্ডা চাফ কৰিম আপোনালোকে সেই চাফ-চিকুণ ঠাইত খেলিব। আমি আকৌ গাণ্ডা বিচাৰি তাতেই পৰি থাকিম। সেয়ে ছাৰ আপুনি পইছা দিলে চাহ-নাস্তা খাবলৈ, মই কিন্তু সেইবোৰ নাখাই ফুলি এবটল পিলোগৈ।"

"কিয় পিলা? অন্যায় কৰিলা নহয়?"

"ছাৰ, আপোন্যালোকৰ কাৰণেই পিলো ছাৰ। চাহ-জলপান খাই মই গাণ্ডা লাৰিম কিয়? এতিয়া ফুলি পিলো—গাণ্ডা আমাৰ আশ্‌মান হৈ পৰিল, আপোনাৰ কাম কৰিবলৈকে মই এই বিষ খালো ছাৰ।"

এনেতে দেখিলো দামু আহিছে। কেঁকুৰিটো ঘূৰি আমাৰ ফালে আগুৱাই আহিছে। এইবাৰ পিন্ধনত মাটিয়া ৰঙৰ হাফপেণ্ট। হাতত এটা মোনাত চিমেণ্ট আৰু তাৰ হাতিয়াৰ। খৰধৰ কৰি দুয়ো কামত ধৰিলে।

বতাহৰ প্ৰকোপ বাঢ়িছে, পদূলিমুখত থকা বনৰীয়া বৰগছ জোপাৰ ডালিয়ে ঘৰটোক আফালি আছে। ধূলিত ফুলজাৰি চিটিকিছে। দুৱাৰ-খিৰিকি মাৰি আমি সোমাই আছো। বাহিৰত হীৰালাল-দামুৱে সেইবোৰ আওকাণ কৰি নলী মেৰামতি কৰিছে। পচোৱাই পৰিবেশ গৰম কৰি তুলিছে। চাৰিওফালে ধূঁৱলি-কুঁৱলি। পাঁচমান বজাত বাহিৰত হীৰালালে 'ছাৰ', 'ছাৰ' বুলি চিঞৰা শুনিলো। দুৱাৰ খুলি ওলাই অহাৰ লগে লগে সি ক'লে, "কাম ফিনিচ্

(Finish) ছাৰ।" মই আগবাঢ়ি কামখিনি চাবলৈ গ'লো। দামুই তাৰ তীক্ষ্ণ চকুৰে জোৰাবোৰ চাই আছে।

এইবাৰ দামুই মুখ মেলিলে। "ছাৰ, এতিয়া এই নলীত পানী ন্যঢালিব। চৌবিবশ ঘণ্টা থাকিলে ই বৰ মজবুত হ'ব। কালিলৈ চাবি বজাৰ পৰা ব্যৱহাৰ কৰিব।"

"মাটিবোৰ জাপি দিব লাগিছিল নহয়।"

"নালাগে ছাব, আজি এনেদৰে থাকিব দিছো, কালিলৈ পুৱা মই আহি পানী ঢালি চাম, ক'ৰবাত 'লিক' থাকিলে মাৰি দিম।" এতিয়া কামৰ বানচ দিয়াৰ কথা। পঞ্চাছত বন্দবস্ত। তাৰ উপৰি চিমেণ্টৰ দাম। মুঠতে পঁচপন্ন টকা দিব লাগে। আজিয়েই গোটেইখিনি দি দিলে যদি কালিলৈ সিহঁত নাহে! দুশ্চিন্তা আহিল। লগে লগে বহুখিনি তললৈ নামিলো। ভাবিলো আধাখিনি দিওঁ। এনেতে পৰিবাৰ ওলাই আহিল। তেওঁ যেনিবা ৰক্ষা কৰিলে। ক'লে, "গোটেইখিনি দি দিয়ক। আহিলে আহিব, ন'হলে আমি নিজেই মাটি জাপি দিম। নৰক-যাত্ৰাৰ পৰা ৰক্ষা পৰিলো। ধনখিনি দি সিহঁতক বিদায় দিলো। হীৰালালে তাৰ বিশেষ ইংৰাজী ফাকি মাতিলে, Good bye sir, thank you.

পিছদিনা দামুৱে পুৱাতে আহি পানী ঢালি নলীৰ পানী যোৱা পৰীক্ষা কৰি চালে। মাটিখিনিও জাপি দিলে। মই হীৰালালৰ কথা সুধিলো। সি ক'লে, "হীৰালাল কামলৈ গৈছে, মালিগাঁৱৰ কামলৈ। সি আপোনাৰ টকা দুটা দি পঠাইছে। কালি দিব পাহৰিলে। সি হেনো আপোনাৰ দুটকা লৈ ফুলি খাইছিল, সেই টকা।"

মোৰ মনটো আকৌ তললৈ নামিল। হীৰালালৰ পৰা টকা দুটা লোৱাৰ ইচ্ছা নাছিল। এতিয়া যদি এই টকা দুটা নি দামুই হীৰালালক ওভতাই নিদিয়ে! এইবাৰ কিন্তু কোনেও মোৰ মনক নৰকলৈ যোৱাৰ পৰা বাধা দিব নোৱাৰিলে। সন্দেহৰ কাৰণেই দামুৰ হাতৰ পৰা টকা দুটা লৈ থলো। দামু চেলাম কৰি গ'লগৈ।

পাহৰিলো। হীৰালাল-দামুৰ কথা পাহৰিলো। সিহঁতে যেনেমতি কৰি থৈ যোৱা নলীৰ ওপৰত মাটি পৰিল। বন গজিল। সেইবোৰ লুকাই পৰিল। হীৰালাল-দামুৰ কথাও আমাৰ মনত হেৰাই গ'ল।

১৯৮৪ চন। মাথোন সিদিনা। পুৱা বৰ্মন আহিল। প্ৰমোদ বৰ্মন। আমাৰ সহকৰ্মী বন্ধু।

বহুপৰ ইটো-সিটো আলোচনা কৰিলো। ঘৰৰ, পৰৰ আৰু বাইজৰ সমস্যাৰ কথাও ওলাল। আলোচনা কৰিলো—সিমানেই। সমস্যা

আছে—সমাধানৰ পথ নাই বা বিচাৰি নেপাওঁ। পুৱা দহ বাজিবৰ সময় হ'ল। দুয়ো ওলাই গ'লো। নৰিয়া-পাটীত পৰি থকা কমলনাৰায়ণ চৌধুৰীৰ খবৰ লোৱাৰ মানসেৰে। লোকবন্ধু ভুবনেশ্বৰ বৰুৱা পথেৰে গৈ ৰেলৰ দলঙত উঠিলোগৈ। দক্ষিণমুৱা হৈ গৈ আছো। মাজমান পাৰ হৈছো। সিফালৰ পৰা এজন মানুহে আহি আমাৰ আগত থিয় হৈ 'চেলাম' ঠুকিলে। চাওঁ যে হীৰালাল। সুধিলো, "ক'লৈ যোৱা। আজি দাৰু পিচা নে নাই?"

হীৰালালে ক'লে, "নাই ছাব। আজি ব্ৰত। হৰিজনৰ দেৱতাৰ পূজা। আজি পৰ্বৰ দিন।"

"কি পৰ্ব হে?"

"আজি গান্ধী-জয়ন্তী ছাব। আজি ছাব এইবোৰ বস্তু চুব নেপায়। এইমাত্ৰ বেদীত সেৱা কৰি আহিছো।" এইবুলি আকৌ পূবলৈ ঘূৰি শৰণীয়াৰ গান্ধী-মণ্ডপৰ ফালে মুখ কৰি সেৱা জনালে। হাঁহি মাৰি হীৰালাল আগবাঢ়িল। হীৰালালক কিবা ভাল লাগি গ'ল। শ্ৰদ্ধা আৰু চেনেহৰ ভালপোৱা। সি এদিনলৈ হ'লেও গান্ধীজীক মনত পেলাইছে। অন্তৰৰ শ্ৰদ্ধা জনাই ব্ৰত পালিছে। আৰু আমি বা আমিবোৰে? বৰ্মনে তাৰ পৰিচয় সুধিলে। থূলমূলকৈ পৰিচয় জনালো। দুয়ো আগ বাঢ়ি নেহৰু ষ্টেডিয়ামৰ কাষ পালোগৈ। তাত দেখিলো, এজুম লোকে শুদ্ধ খদ্দৰ পিন্ধি হৰিজন বস্তিত চাফাই কাম কৰিছে। চকু পৰিল। কিন্তু চকু নিমিষতে উভতি আহিল। বৰ্মনক ক'লো। "চাওক, সেইয়া হৰিজন বস্তিত চাফাই কাম কৰিছে। হীৰালালৰ গান্ধী-ভক্তিক ই চেৰ পেলাব পাৰিবনে?"

"এইটো লোক-দৰ্শনৰ কাৰণে।" গহীনাই বৰ্মনে মন্তব্য কৰিলে, "এইটো বাহিৰৰ প্ৰদৰ্শনৰ কাৰণে, সেইটো অন্তৰৰ অনুভূতিৰ কাৰণে।" বৰ্মনে পুনৰ টিপ্পনী কাটিলে। দুয়ো দক্ষিণলৈ বুলি বেগেৰে খোজ ল'লো।